**HRIDAY BHAGA SAPON :** *An Assamese Novel written by Dr. Paresh Ch. Sarmah and published by Brajendra Nath Deka on behalf of Bishal Prakashan, Guwahati-3*

**2nd Edition : March, 2009** **Rupees- Ninty only**

---

**প্ৰকাশক ঃ**

বিশাল প্ৰকাশন

চান্দমাৰী, গুৱাহাটী-৩

ফোন ঃ ৯৮৬৪০-৩৮৮১৪

**প্ৰথম প্ৰকাশ ঃ**

তৃতীয় আকাশী গ্ৰন্থমেলা

তামুলপুৰ, ৬ মাৰ্চ, ২০০৯

**বেটুপাত ঃ**

চন্দন চুতীয়া

**বৰ্ণ বিন্যাস**

**ৰবী**

**মূল্য ঃ ৯০ টকা**

**মুদ্ৰক ঃ**

**বিশাল প্ৰকাশ, চানমাৰী, গুৱাহাটী-৩**

ফোন ঃ ৯৮৬৪০-৩৮৮১৪

# "উৎসর্গা"

হৃদয় ভগা সপোনৰ নঙলামুখত জপনা
গুচাই প্ৰণাম কৰিছো মোক জ্ঞান চকু দান দিয়া
প্ৰাথমিক স্কুলৰ পৰা চিকিৎসা বিজ্ঞানৰ এম এচ
ডিগ্ৰীলৈ যিসকল শিক্ষাগুৰু জড়িত
আছিল যিসকলৰ ৰচনা পঢ়ি
সাহিত্যৰ অ আ ক খ
শিকিছিলো
তেখেত সকলৰ চৰণ কমলত।

অৰ্পণ কৰিছো তৰাগনা জুপুৰীত সপোন
দেখা মোৰ আজন্ম সেৱাৰ স্থলী
পিতৃদেৱ সৰ্বেশ্বৰ দেৱ শৰ্মা
আৰু মাতৃদেৱী দুৰ্গা
প্ৰিয়া দেৱীৰ
সোৱৰণত।

—— পৰেশ

# প্ৰকাশকৰ কথা

লিখক অকল অসমীয়া সমাজক লৈ তেওঁৰ লিখনিত সীমাবদ্ধ হৈ থকা নাই। অসমৰ বিভিন্ন জনগোষ্ঠীৰ সামাজিক, সাংস্কৃতিক দিশত আলোকপাত কৰি কেবাখনো উপন্যাস ৰচনা কৰিছে।

"বড়ো" জনগোষ্ঠীক লৈ লিখা "হাবা খুচলি" প্ৰকাশ হৈছিল ইং ২০০৩ চনত "সাদিন" বসন্ত সম্ভাৰ সংখ্যাত।

'কাৰ্বি' জনগোষ্ঠীক লৈ লিখা— "মুনিত মুনিত আফান ইলে" প্ৰকাশ হৈছিল ইং ২০০৪ চনত "সাদিন" বসন্ত সম্ভাৰ সংখ্যাত।

"নেপালী" জনগোষ্ঠীক লৈ লিখা— "জন অৰণ্যৰ নখৰাজ আৰু তেজ লগা পত্তুকা" প্ৰকাশ হৈছিল ইং ২০০5 চনত "সাদিন" বসন্ত সম্ভাৰ সংখ্যাত।

"চানতাল" জনগোষ্ঠীক লৈ লিখা — "হেড়ে চেঙ্গেল" প্ৰকাশ হৈছিল ইং ২০০৬ চনৰ "সাদিন" বসন্ত সম্ভাৰ সংখ্যাত।

"ৰাভা" জনগোষ্ঠীক লৈ লিখা— "ইয়ান ছিঙি চাৰপাক" প্ৰকাশ হৈছে ইং ২০০৭ চনত মাহেকীয়া "বাৰ্তাপখিলী" নামৰ আলোচনীখনত।

আমি জনাত অসমৰ কোনো ঔপন্যাসিকেই এতিয়ালৈকে ইমানবোৰ জনগোষ্ঠীক লৈ উপন্যাস ৰচনা কৰা নাই। এই ক্ষেত্ৰত লেখকক অসমীয়া জাতি গঠনৰ ক্ষেত্ৰত এক উল্লেখযোগ্য অৱদান আগবঢ়োৱা বুলি নদি ক'ব পাৰি।

উপন্যাসখনৰ ভিতৰ চ'ৰাত মহীধৰ প্ৰতিমাৰ খনিকৰ হিচাপে চিহ্নিত হৈছে। "হৃদয় ভগা সপোন"ৰ শৰ্মাদেৱ, অসমৰ বিভিন্ন প্ৰজন্মৰ ভাষা সংস্কৃতিৰ প্ৰতিশ্ৰুতিৰ স্বাক্ষৰ হিচাবে।

লিখক ডাঃ শৰ্মাদেৱৰ লিখনিত গাওঁৰ বোকামাটিৰ গোন্ধৰ উপৰিও আছে পাগলদিয়াৰ পাৰৰ চিৰ প্ৰবাহমান সংস্কৃতিৰ সৰস বৰ্ণনা।

পাঠকে হৃদয় ভগা সপোনক অকন মৰমৰ চকুৰে চালে লিখকৰ লগতে প্ৰকাশকক প্ৰেৰণা যোগোৱা হ'ব।

শ্ৰীব্ৰজেন্দ্ৰ নাথ ডেকা
বিশাল প্ৰকাশন

# প্ৰথম পৃষ্ঠা

জীৱনৰ সৰহদিন গ্ৰাম্যাঞ্চলত কটাই মনৰ তাড়নাত লিখিছো "হৃদয় ভগা সপোন" নামৰ উপন্যাসখন। উপন্যাসখনৰ চৰিত্ৰসমূহ সম্পূৰ্ণ কাল্পনিক যদিও পটভূমি হ'ল মই ওপজা গাওঁখন।

লিখাৰ পিচত পাণ্ডুলিপিটো পঢ়িব দিলো শ্ৰদ্ধাৰ শ্ৰীমদন শৰ্মাক। যিজন একালত "নাগৰিক" নামৰ কাকতখনৰ সহ-সম্পাদক আছিল। শৰ্মা বৰ্তমান উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ বিষয় শিক্ষক যদিও, এজন সু-নাট্যকাৰ আৰু নাট পৰিচালকো। তেখেতে ঃ "পঢ়ি ভাল লাগিছে। সুন্দৰ হৈছে, পাঠকেও আদৰি ল'ব" বুলি কোৱাত লাজহে পালো। গোপনে পাণ্ডুলিপিটো পঢ়িবলৈ দিলো, তুলসীবাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ বিষয় শিক্ষক শ্ৰীযুত প্ৰাণেশ্বৰ পাটোৱাৰীক। পাটোৱাৰীয়েও ভাল লাগিল, উত্তৰ কামৰূপ তথা অসমীয়া সাহিত্য ভৰালৰ ভাল সম্পত্তি....." আদিৰে প্ৰশংসা কৰাত সাহস পালো। তথাপিতো পাণ্ডুলিপিতো নলবাৰী কলেজ আলোচনীৰ প্ৰাক্তন সম্পাদক শ্ৰীলক্ষীনাৰায়ণ বৰ্মনৰ হাতত তুলি দিলো। পঢ়ি ক'লেঃ "যদিও এইখন উপন্যাস। কাহিনীৰ মাজত উত্তৰ কামৰূপৰ সমূহ কৃষ্টি, সংস্কৃতিৰে প্ৰকাশ ঘটিছে। সোনকালে প্ৰকাশ কৰক।" সাহসৰ দেৱালখন কিছু ডাঠ হ'ল। তথাপিতো ওচৰ চাপিলো, একালৰ শিক্ষাগুৰু বৰভাগ কলেজৰ অৱসৰপ্ৰাপ্ত মুৰব্বী অধ্যাপক শ্ৰীযুত ধীৰেণ ভৰালী চাৰৰ। পঢ়ি চাৰে ক'লে, ঃ উপস্থাপন চৰিত্ৰ চিত্ৰণ ভাল হৈছে। প্ৰকাশ কৰা।" গতিকে কাষ চাপিলো "সাদিন", "সাতসৰী"ৰ সম্পাদক পৰম শ্ৰদ্ধাৰ অনুৰাধা শৰ্মা পূজাৰীৰ। পাণ্ডুলিপিটো পঢ়ি তেখেতে ক'লেঃ ভাল হৈছে। ইয়াৰ আগতে আপুনি লিখা চাৰিখন উপন্যাস প্ৰকাশ কৰিছোঁ। এইখনো প্ৰকাশ কৰিলোহেঁতেন কিন্তু বৰ্তমান নোৱাৰিম। ঠাইৰ অভাৱ।" সিদ্ধান্ত কৰিলো যি কোনো উপায়ে প্ৰকাশ কৰিবই লাগিব। তাৰ আগতে যদি.....। ভাবি ভাবি ওচৰ চাপিলো নলবাৰী কলেজৰ অৱসৰ প্ৰাপ্ত মুৰব্বী অধ্যাপক পূজনীয় শ্ৰীযুত শশী শৰ্মাচাৰৰ কিবা অলপ লিখি দিয়াৰ আশালৈ। পাণ্ডুলিপিটো লৈ চাৰে ক'লেঃ "মই পঢ়ি চাম! লিখা মেলাৰ বাবে

সময় লাগিব। এতিয়া মই বৰ ব্যস্ত। বিষ্ণুৰাভাৰ বিষয়ে কিতাপ এখন লিখি আছো।" চাবে পঢ়াৰ পিছত আকৌ ক'লেঃ "ভাল হৈছে, প্ৰকাশ প্ৰকাশ কৰাৰ বাবে আগবাঢ়া। ডি টি পি কৰাৰ পিছতেই.....।"

তামুলপুৰ গ্ৰন্থমেলা ইং ২০০৮ চনৰ ৬ মাৰ্চত আৰম্ভ হ'ব। উক্ত দিনতেই কিতাপখন উন্মোচন কৰিম বুলি সংকল্প কৰিছো। মোৰ পৰম সুহৃদ তথা বন্ধু, সাংস্কৃতিক কৰ্মী, সমন্বয়ৰ প্ৰতীক, তামুলপুৰ নিবাসী শ্ৰীলেহো বড়োৰ ওচৰ চাপিলো। তেখেতেই সাহস দিলে, প্ৰেৰণা যোগালে, সৰ্ব দিশত সহায় কৰিলে। ভাবিলোঁ "হৃদয় ভগা সপোন", মোৰ সপোন হৈ নেথাকিব।

বিশাল প্ৰকাশনৰ স্বত্বাধিকাৰী, মাহেকীয়া "বাৰ্তাপথিলী" আৰু "গিৰজনি" আলোচনীৰ সম্পাদক শ্ৰীব্ৰজেন্দ্ৰ নাথ ডেকাই পাণ্ডুলিপিটো গুৱাহাটীলৈ লৈ গ'ল। তাৰ পিচৰ কষ্টখিনি ব্ৰজেনৰ বুলি মই জানো।

কওঁকচোন। ওপৰোক্তসকলৰ কথা, সাহস সহায়ৰ অবিহনে, মোৰ হৃদয়ে বাৰু ভাষা পালেহেঁতেন নে? কৃতজ্ঞতা প্ৰকাশ কৰিও ভাবিব লগা হৈছে তেখেতসকলৰ ঋণ জানো পৰিশোধ কৰিব পাৰিম?

আপুনিও এধানি মৰম যাচিবনে?

পৰম শ্ৰদ্ধাৰে।

— পৰেশ—

(১)

ৰাতি পুৱালেই দিন। দিনৰ পিচত ৰাতি। দিন আৰু ৰাতিৰ সন্ধিক্ষণেই সন্ধিয়া। এই সন্ধিয়া কাৰোবাৰ বাবে হয় মনোৰম আৰু কাৰোবাৰ বাবে হয় কাল সন্ধিয়া। কোনোৱে আকৌ.......।

জীৱনৰ বিয়লি বেলাত খোজ থ'ব ওলোৱা মহীধৰে হ'লে আজিকালি অধীৰ আগ্ৰহেৰে অপেক্ষা কৰে পৃথিৱীত সন্ধিয়া নমালে। সন্ধিয়াক মহীধৰৰ বৰ আপোন আপোন লাগে। সন্ধিয়াৰ এন্ধাৰে চোতাল আৱৰাৰ পিচত বাৰান্দাত কিছুসময় বহে। এই অভ্যাস তাৰ বহুদিনীয়া।

আগতে সি যেতিয়া এনেদৰে বহিছিল তেতিয়া পাৰহে যোৱা দিনটোৰ কামৰ খতিয়ান লৈছিল। হিচাব কৰিছিল সিনো দিনটোত কি কৰিব খুজিছিল, কিমানখিনি কৰি অটালে আৰু কিমান বাকী থাকিল। নতুন কিবা কাম ওলাল নেকি? সেই নতুন কাম কৰিলে তাৰ লাভ নে লোকচান হ'ব? এইবোৰৰ পিচতেই সি থিক কৰিছিল পিচদিনা কৰিবলগীয়া কামৰ।

আজিও চোতালত সন্ধিয়াৰ এন্ধাৰে ইফালে-সিফালে পিয়াপি দিব ধৰা দেখি মহীধৰে হাতমুখ ধুলে। তাৰ পিচত বাৰান্দাৰ চকিখনত বহিল। চোতালৰ এন্ধাৰখিনিলৈ চাওঁতে আজি তাৰ অনুভৱ হ'ল এই এন্ধাৰ সন্ধিয়া গাঁৱৰ মাটিত পিয়াপি দি ফুৰা এন্ধাৰ নহয়। এই এন্ধাৰ হ'ল ভয়াতুৰ এন্ধাৰ। এই এন্ধাৰৰ ওজন নাই। সুযোগ আৰু সুবিধা পালেহে পৃথিৱীলৈ নামি আহিব পাৰে। বিপদ অহা দেখিলেই পলাই পত্ৰং দিয়ে।

এই এন্ধাৰ মহানগৰীৰ এন্ধাৰ। বগুচণ্ডীয়া এন্ধাৰ। যি এন্ধাৰৰ নিজস্বতা নাই। দেহত কৃত্ৰিমতাৰ বহন সানি মহানগৰৰ বাটে-পথে ঘূৰি ফুৰে। এন্ধাৰে প্ৰৱেশ কৰিব পৰা গলিত বিপদৰ কুৎচিৎ চিএঁৰ চিএঁৰি নিঃস্বজনক শোষণ কৰে, বলাৎকাৰ কৰে।

এই এন্ধাৰৰ সৌন্দৰ্য নাই। এই এন্ধাৰৰ গভীৰতা নাই। ইয়াৰ গাত ভেজা দি পৃথিৱীলৈ নামি নাহে নিশাৰ গভীৰতা। এই এন্ধাৰ আঁতৰাবলৈ মহানগৰীৰ কোনো মহিলাই নজ্বলায় তুলসীৰ তলত চাকি। মহানগৰৰ কোনো লখিমীয়ে তুলসীৰ তলত আঠু নলয়।

তুলসীৰ তলত চাকি জ্বলায় লখিমীয়ে আঠু লোৱাৰ কথা ভাবোতে মহীধৰৰ মনটোক জোকাৰি গ'ল এফাকি কবিতাই।

ঃ বিয়াখনি ডিঙিত মেৰাই

লখিমীয়ে সন্ধিয়া পৰত
আথে বেথে চাকিটি জ্বলাই
সেৱা কৰে তুলসী তলত।"

তথাপি মহীধৰে প্ৰতিটো সন্ধিয়াৰ আগমণি দেখিলে ভাল পায়। মনটো কিবা এক অবুজ আনন্দেৰে ভৰি আহিব ধৰে। কাৰণ সন্ধিয়া সময়ত অকলশৰে আৰু নীৰৱে বাৰান্দাত বহিব পাৰে। এই সময়ত, তাৰ সতে কথা পাতোতা কোনো নেথাকে। পুতেক পৰাশৰ উভতি নাহে। বোৱাৰীয়েক অহল্যা থাকে টিভি ৰুমত। নাতি-নাতিনি হাল বহে, পঢ়া মেজত। পত্নী কৌশল্যা, কামকৰা ছোৱালীজনীৰ সতে পাকঘৰত সোমায়।

একান্ত নিজস্ব সময়খিনিত, আজিকালি মহীধৰে কামৰ খতিয়ান ল'ব, নতুবা পৰিকল্পনা কৰিব নেলাগে। আজিকালি সি মাথো, পাৰহৈ যোৱা দিনবোৰৰ কথাহে ভাবে। সেই কথা ভাবি কেতিয়াবা কেতিয়াবা নিজৰ মাজতে হেৰাই থাকে। কেতিয়াবা কেতিয়াবা যে ভৱিষ্যতৰ কথা মনলৈ নাহে, এনে নহয়। আহে। তেতিয়া তাৰ ভাগৰ লগা যেন লাগে। সেই ভাগৰৰ অংশ ল'বলৈ, কোনো নতুন চিন্তা মনলৈ আগবাঢ়ি অহা যেন নাপালে, বিজুলী বাতিৰ পোহৰে থেলি আতৰাব খোজা সন্ধিয়াৰ এন্ধাৰৰ মাজৰ চকামকা পোহৰত, নিজৰ হাতদুখন মেলি ধৰে। একেদৰে ভালেমান সময়লৈ চাই ৰয় জীৱনৰ সৰহ সময় মূৰ্তিকলাত নিয়োজিত কৰা দুহাতৰ তলুৱা আৰু আঙুলিকেইটালৈ। তেতিয়াই মনটোক জোকাৰি যায় এটি সংস্কৃত শ্লোকে—

ঃ কৰঅগ্ৰে বসতি লক্ষ্মী
কৰমধ্যে সৰস্বতী
কৰমূলে চ গোবিন্দ.... "

....................................

আজিও মহীধৰৰ তেনে এটি অৱস্থাই হ'ল। আজি কিন্তু মনলৈ গোবিন্দৰ নাম নাহিল। এনে লাগিল, সমুখলৈ হাত দুখন মেলি মুছলমান মৌলবীসকলে পশ্চিমলৈ মুখ কৰি আল্লাৰ ওচৰত দোৱা মগাৰ দৰে দোৱা মাগিবহে খুজিছে। লগে লগে তাৰ মনটো মৰহি গ'ল। মনলৈ এই ভাবো আহিল যে, সি মুছলমান নহয়। এজন হিন্দু। ঋষি বশিষ্ঠৰ গোত্ৰজাত নৈষ্ঠিক আৰু উচ্চব্ৰাহ্মণৰ সন্তান। লগে লগে তাৰ দুয়োখন হাতৰ তলুৱা জাপ খাই গ'ল। আঙুলিৰ পাববোৰো ইটো সিটোৰ লগ লাগিল। দুহাত জুৰিলে মহীধৰে। তেনেদৰে হাতজোৰ কৰিয়েই কপালৰ ওচৰলৈ নি, মুখেৰে উচ্চাৰণ কৰিলে— শ্ৰীবিষ্ণু শ্ৰীবিষ্ণু- শ্ৰীবিষ্ণু।

হঠাৎ মহীধৰ চমকি উঠিল।

এনে অনুভৱ হ'ল, তাৰ পিচপিনে কোনোবা এজন যেন বৈ আছেহি। সমস্ত কাৰ্যকলাপ তাৰ অলক্ষিতে নিৰীক্ষণ কৰিছে। লৰালৰিকৈ কপালৰ ওচৰৰ পৰা হাতদুখন নমালে। মূৰটো ঘূৰাই পিচলৈ চালে। চাই যিজনাক দেখিলে, সেইজনীক দেখিব বুলি মুঠেই ভবা নাছিল আৰু দেখি পৰম আশ্চৰ্যত হতভম্ব হৈ পৰিল। কাৰণ এইখিনি সময়ত, প্ৰায়

এমাহ ধৰি অকলশৰে বাৰান্দাত বহি কটাইছে। প্ৰতিটো সন্ধিয়াকে আঙুলি পাবত গণি হিচাব কৰাৰ দৰে হিচাবত ৰাখিছে। প্ৰতিপল প্ৰতিক্ষণ সময়ৰ ছবি মানস পটত আঁকি ৰাখিছে। এইকথা মনটোৰ বাহিৰে কোনেও নেজানে।

আজি কিয় ব্যতিক্ৰম হ'ব?

এন্ধাৰ পোহৰৰ মাজত থিয় হৈ থকা মানুহজনীলৈ চাই ৰ'ল মহীধৰে। সময়ে বাট বিচাৰি হাবাথুৰি খোৱাৰ সময়তে সি মাত দিলে,

ঃ কৌশল্যা।

আকৌ কেইটামান নীৰৱ মুহূৰ্ত।

বতাহত কঁপনি তুলি সবাক হ'ল মানুহজনী। কিবা ভাবি অতি ছুটিকৈ উত্তৰ দিলে।

ঃ ওঁ।

ঃ কিয় আহিলা কৌশল্যা? এইখিনি সময়তচোন কামকৰা ছোৱালীজনীৰ সতে তুমি পাকঘৰতহে থাকিব লাগিছিল। আজি ব্যতিক্ৰম কিয়? ৰন্ধা-বঢ়া সামৰিলা নেকি?

ঃ নাই সামৰা।

ঃ তেনেহ'লে?

ঃ আপোনাক এষাৰ কথা ক'ম বুলি আহিলো।

ঃ কি কথা?

মহীধৰৰ কণ্ঠত তীব্ৰতা বাঢ়িল। তাকে শুনি কৌশল্যাই ক'লে,

ঃ অলপ লাহে লাহে সোধকচোন। বোৱাৰীয়ে দেখিলে বা শুনিলে আকৌ কিবাহে ভাবিব।

কথাখিনি কৈ কৌশল্যাই এন্ধাৰ পোহৰৰ মাজেৰে ইফালে সিফালে চালে। তাৰপিচত তাৰ কাণৰ কাষত ফিচ্‌ফিচ্‌কৈ ক'লে,

ঃ মই ছোৱালীজনীক বাহিৰৰ পৰা আহোঁ বুলি কৈ আপোনাৰ ওচৰলৈ আহিছো।

মহীধৰে যেন একো নুবুজা হ'ল।

বুজিব নোৱাৰিলে পুত্ৰ বোৱাৰীৰ ঘৰখন আজি কৌশল্যাৰ বাবে কিয় আচহুৱা? সেইখন ঘৰতে নিজৰ গিৰিয়েকৰ ওচৰলৈ কিয় চুপি চুপি আহিব লাগে? নাতি-নাতিনীৰ মুখ দেখাৰ পিচতো কিয় গিৰিয়েকৰ কাষত থিয় হৈ মুকলি মনেৰে কথা ক'বলৈ ভয় কৰিছে?

মহীধৰৰ বুকুখনত কিবা এক গধুৰ বিষাদে যেন হেঁচা মাৰিহে ধৰিলে। পিচত গৰম লাগিল। তাক আবৰি ৰখা বতাহখিনি যেন স্থবিৰ হৈ পৰিছে। বতাহৰ স্থবিৰতাৰ বেৰভাঙি উশাহ ল'বলৈ টান পাইছে। দেহটোৱে নহ'লেও মনটোৱে অসহনীয় কষ্টত চটফটাইছে।

সকলো কষ্টক নেওচি মহীধৰে নিজক সংযত কৰি সুধিলে,

ঃ কোৱাচোন কি ক'ব খুজিছা।

কৌশল্যাই আকৌ কেইটামান মুহূৰ্ত নীৰৱে অতিক্ৰম কৰালে। অতি সতৰ্কহে ইফালে-সিফালে চাই ফিচফিচকৈ ক'লে,

ঃ আমি উভতি যাওঁ ব'লক।

ঃ ক'লৈ?

ঃ আপুনি ওপজা গাঁৱৰ ঘৰখনলৈ। ডিংডিঙি গাওঁলৈ। সেইখনহে আমাৰ "আচল ঘৰ"।

কৌশল্যাৰ মুখত 'আচলঘৰ' বোলা শব্দ দুটা শুনি, মহীধৰৰ বুকুৰ মাজত ধপধপকৈ কিবা এটা যেন লৰি উঠিল। পিচত অবিৰত ভাবে ধকধকাবলৈ আৰম্ভ কৰিলে। বুকুৰ মাজত থিতাপি লোৱা অস্থিৰতাৰ উপশম বিচাৰি সোঁহাতখন বুকুৰ ওপৰত থাপি, কেইবাৰমান দীঘল, দীঘলকৈ উশাহ টানি যেতিয়া কৌশল্যালৈ চালে, তেতিয়া তাই তাত নাছিল।

বাৰান্দাত লৰা-ধপৰা কৰি ফুৰা এন্ধাৰৰ লগত কৌশল্যা যেন মিলিহে গৈছিল।

(২)

'আচল ঘৰ' থকা গাওঁ

এখন ঠাই। তাত অৰ্থাৎ সেই ঠাইখনত নদী নাছিল।

আছিল এখন বিল- নাম যাৰ 'ডিঙাডিঙৰি'। বিলখনৰ নাম কোনে ডিঙাডিঙৰি ৰাখিছিল কোন সদাগৰৰ ডিঙাই (নাও) ডিঙৰি (পাল) নমাই এই বিলৰ পাৰত বৈছিলহি সেইয়াও জনা নাযায়। কিন্তু সুবৰ্ণকুণ্ডৰ ক্ষৌমবস্ত্ৰৰ (পাটকাপোৰৰ) সন্ধানত আৰ্য্যবৰ্ত্তৰ সুদূৰ মথুৰাৰ পৰা সদাগৰ সকল সাগৰ নেওচি ব্ৰহ্মপুত্ৰ নৈৰে যে তেওঁলোক ডিঙাডিঙৰি বিল পাইছিলহি, সেইকথা ভাবিব পাৰি। কাৰণ ডঃ বাণীকান্ত কাকতিয়ে কোৱামতে ডিঙাডিঙৰি বিলৰ নাতিদূৰৈৰ সোণকুৰিহা গাওঁখনেই আছিল হেনো 'সুবৰ্ণকুণ্ড'।

জলপথ সুগম নোহোৱা বাবে এদিন এই বিলৰ পাৰেৰে এটি স্থলপথো সজা হৈছিল। যি পথৰ বিস্তৃতি আছিল উত্তৰ গুৱাহাটীৰ অশ্বক্ৰান্তৰ পৰা সুদূৰ মথুৰা নগৰীলৈ। এই পথৰ এটুকুৰা এতিয়াও আছে। ডিংডিঙি, ক্ষুদ্ৰডিংডিঙি, কালাগ, পোৱাকুছি, ভানুকুছি আদি গাঁৱৰ মানুহে এতিয়াও এই কথা জানে। নাম? মথুৰাচলা পথ।

জনশ্ৰুতিমতে ৰজা নৰকৰ ওচৰলৈ এই পথেৰেই মহৰ্ষি বশিষ্ঠ আহিছিল। মহানদ ব্ৰহ্মপুত্ৰৰ পাৰহে মহৰ্ষিজনাই সন্ধ্যাচল পাহাৰৰ নামনিত, আশ্ৰম পাতিছিল। তাৰ পিচতেই আহিছিল ভগবান শ্ৰীকৃষ্ণ সসৈন্যে। অশ্বক্ৰান্তত কোঠ পাতি অত্যাচাৰী ৰজা নৰকক বধ কৰিছিল। নৰকে বন্দী কৰি ৰখা, চৌষষ্ঠি হাজাৰ গোপিনীক উদ্ধাৰ কৰি ৰথত তুলি এই পথেৰেই আকৌ মথুৰালৈ লৈ গৈছিল। কাহিনী অনুসাৰে ভগবান শ্ৰীকৃষ্ণই নৰকৰ সতে যুদ্ধ কৰাৰ সময়ত সকলোধৰণৰ সহায় আগবঢ়াইছিল নীলাচল পাহাৰৰ এজনী দেৱীয়ে। যাৰ নাম আছিল কামাখ্যা। এই কামাখ্যাই হয়তো আছিল উত্তৰ পূৰ ভাৰতৰ একমাত্ৰ ৰমনী যিয়ে পৰাক্ৰমী পুৰুষৰ দ্বাৰা নাৰী নিৰ্যাতিত হোৱা কথা সহ্য কৰিব পৰা নাছিল। সেয়ে ভাবিব পাৰি নৰকৰ অত্যাচাৰৰ পৰা নাৰীসকলক ৰক্ষা কৰিবলৈ প্ৰত্যক্ষভাৱে নহ'লেও

কামাখ্যাই সহায় লৈছিল নাৰীক সম্মান জনোৱা মথুৰাৰ ৰজা শ্ৰীকৃষ্ণৰ।

নৰকৰ মৃত্যুৰ পিচত আৰু চৌষষ্ঠিহাজাৰ গোপিনী মুকলি হৈ আৰ্য্যবৰ্তলৈ উভতি যোৱাৰ পিচত নীলাচলৰ দেৱীৰাণী কামাখ্যাৰ নাম ছাটি-ফুটি গ'ল। আৰ্য্যবৰ্ত্তত কামাখ্যাক লৈ এটি আলোড়নো উঠিল।

তাৰপিচত আৰ্য্যবৰ্ত্তৰ বহু মানুহৰ মনত কামাখ্যাক দৰশন কৰাৰ হেঁপাহ জাগিল। তাৰ কিছুবছৰ পিচতেই কনৌজ প্ৰদেশৰ পশুপতি শৰ্মা নামৰ বশিষ্ঠ গোত্ৰীয় ব্ৰাহ্মণ এজনৰ নীলাচনৰ কামাখ্যাক দৰ্শন কৰাৰ ইচ্ছা হ'ল।

মনলৈ আহিল তেওঁৰ পূৰ্ব পুৰুষ মহৰ্ষি বশিষ্ঠৰ কথা। সন্ধ্যাচল পাহাৰৰ আশ্ৰমখনৰ কথা। অহকাণে পহকাণে শুনা সন্ধ্যা, ললিতা, কান্তা নামেৰে সৰগৰ গঙ্গাদেৱীৰ অংশভূত তিনিজনী মহীয়সী ৰমণীৰ কথা। যি তিনিগৰাকীয়ে মহৰ্ষিজনৰ যোগসাধনাত সৰ্বোতপ্ৰকাৰে আত্মনিয়োগ কৰিছিল। মহৰ্ষিজনাৰ নিৰ্বানৰ পিচতো তেওঁ পতা আশ্ৰমত ত্ৰিধাৰা জলৰাশি হৈ আজিও বৈ আছে। পশুপতিয়ে স্থিৰ কৰিলে সেই আশ্ৰমত থাকিয়েই তেওঁ দেৱী মা কামাখ্যাক দৰ্শন কৰিব।

এটি শুভক্ষণত পশুপতি শৰ্মাই যাত্ৰা আৰম্ভ কৰিলে। কনৌজৰ পৰা মথুৰাচলা পথেৰে পূব দিশলৈ অগ্ৰসৰ হ'ল। পদব্ৰজে আগবঢ়া পশুপতিয়ে অ'ত ত'ত বৈ এদিন উঠিলেহি অশ্বক্লান্তত, ভগবান শ্ৰীকৃষ্ণই সজোৱা কোঠত। তাত জিৰণি লৈ পাৰ হ'ল মহানদ ব্ৰহ্মপুত্ৰ। উঠিলেগৈ বশিষ্ঠাশ্ৰমত। তাতেই কিছুদিন জিৰণি লৈ নীলাচললৈ আহিল। দৰশন পালে দেৱী মা কামাখ্যাৰ।

পশুপতি শৰ্মাৰ মনোকামনা পূৰ্ণ হ'ল।

তাৰ পিচত?

তাৰ পিচত পশুপতিৰ মনে যেন কিবা এটি পৰিৱৰ্তন বিচাৰিলে। 'অন্যত্ৰ বিৰলা দেৱী কামৰূপে গৃহে গৃহে' বোলা কথাষাৰে তেওঁৰ হৃদয়ত দ' সাঁচ বহুৱালে। সন্ধ্যাচল পাহাৰৰ মায়াত মহৰ্ষি বশিষ্ঠৰ দৰে তেওঁ বন্দী হ'ল।

সময় আগবাঢ়িল। জন্মভূমিৰ মায়াই, পশুপতিক একো একোবাৰ পিচুৱাই টানিব ধৰিলে আৰু সেই টানত এদিন পশুপতিৰ মন লৰিল। মথুৰাচলা পথেৰে, এদিন উভতি খোজ ললে কনৌজলৈ বুলি।

সেয়া আহিল শৰতকালৰ এটি প্ৰভাত।

পশুপতিৰ মূৰৰ ওপৰত সুনিৰ্মল আকাশ। নীলাকাশৰ অ'ত ত'ত শুকুলা মেঘৰ দ'ম। তাৰ মাজে মাজে সোণোৱালী সুৰুয কিৰণ শুকুলা পাখিত সানি উৰিফুৰা কনবীয়া ৰাজহংসে আৰু বগলীৰ জাক। পথৰ দাঁতিত দেহৰ আৱৰা চালত কেচা সোণৰ চেকুৰা আৰি সেউজ কোমল ঘাঁহনিৰ আগ আলাসেৰে ছিঙি খোৱা জাক জাক হৰিণা। সিহঁতৰ পিঠিৰ ওপৰেৰে, তল ওপৰকৈ উৰি ফুৰা হেজাৰ-বিজাৰ চিত্ৰ-বিচিত্ৰ পখিলা- প্ৰজাপতি। সেই প্ৰজাপতিৰ বহন সানি কেতিয়াবা ক'ৰবাত দুই এটি হৰিণাই পশুপতিলৈ মূৰ তুলি চায়। অবাক বিস্ময়েৰে যেন সুধিব বিচাৰে–

: হে পান্থ! তুমিনো কামৰূপ নামৰ ঠাইখনক কিয় এৰি কনৌজলৈ উভতি যাব ওলাইছা?

তথাপি পশুপতি নৰয়। ধীৰে ধীৰে আগবাঢ়ে। জনমভূমিৰ মায়াই আগলৈ টানে।

ডিঙা ডিঙৰি বিলৰ পাৰত উপস্থিত হ'ল পশুপতি।

পূব দিশলৈ চালে। পূবৰ নীলাকাশত সোণালী থাল এখন যেন হৈ সূৰ্য্যদেৱতাই যেন পৰখি চাইছে।

: "জবা কুসুম সংকাশং কাশ্যপেয়ং মহাদ্যোতিম্

ধ্বান্তাৰিং সৰ্বপাপঘ্ন প্ৰণতোহস্মি দিবাকৰম্।"

দিবাকৰলৈ চাই প্ৰণাম জনালে পশুপতিয়ে।

প্ৰণাম জনাই উত্তৰ দিশলৈ ঘূৰিল। এখোজ আগবঢ়াওঁতেই চকুত পৰিল ঘন জঙ্ঘলৰ আঁৰত উত্তৰ দিগন্তত মূৰ ডাঙি থকা হিমালয় তথা ভূটান পাহাৰৰ নীলা নীলা শিখৰবোৰ। এই শিখৰবোৰকে চুমি চুমি উৰিফুৰা শুকুলা ডাৱৰৰ কিছুমান দ'মলৈ।

হঠাৎ পশুপতিৰ মনক মহৰ্ষি বশিষ্ঠৰ কথাই চুই গ'ল। ঋষিজনৰ হেনো এবাৰ নৰকৰ স'তে কিবা বিৰোধ হৈছিল। এই বিৰোধৰ আচিলা লৈয়ে তেওঁ সন্ধ্যাচলৰ আশ্ৰমৰ পৰা, সুদীৰ্ঘ বাৰ বছৰ আঁতৰি আছিল। তেতিয়া তেওঁ আছিল ভূটান পাহাৰৰ দেওঁথাং-দেৱস্থান বা দেৱানগিৰিত। তাত আশ্ৰম পাতি থাকি, 'বামাচাৰী' যোগ সাধনাতে ব্ৰতী হৈছিল। এই অঞ্চল এৰি উভতি যোৱা নাছিল আৰ্য্যবৰ্ত্তলৈ।

পশুপতিৰ মূৰৰ ওপৰেৰে কাড় কেইপাতমানৰ দৰে শৰালিৰ জাক এটি, পশ্চিম দিশলৈ উৰি গ'ল। সিহঁতৰ কণ্ঠ নিৰ্গত, কক্-কক্, কোৱাক-কোৱাক শব্দই বুকুৰ ভিতৰত এক অবুজ আলোড়নৰ জন্ম দিলে। অলপ দূৰৈত ঘন জঙ্ঘলৰ মাজৰ কোনোবা এজুপি গছৰ ডালত 'মই কেতেকী, মই কেতেকী' বুলি কেতেকী চৰাই এটিয়ে বিনাব ধৰিলে।

এইবোৰ দেখি শুনি, থমকি ৰ'ল পশুপতি।

জিৰ জিৰকৈ বলা মলয়া এছাটিয়ে, থমকি ৰোৱা পশুপতিৰ দেহটো পলকতে চুমি গ'ল। এক অজান আনন্দত দেহমন শিহৰি উঠিল।

কান্ধৰ জোলোঙাখন নমাই থলে।

পশ্চিম দিশলৈ চালে।

ডিঙা-ডিঙৰি বিলৰ শান্ত আৰু সুনিৰ্মল জলাধাৰত চকু পৰিল।

জিৰ জিৰ মলয়াৰ পৰশত বিলৰ পানীভাগত ফটফটীয়া ঢৌ উঠিল। ক্ষণিক পিচতেই ঢৌবোৰ মাৰ গ'ল। সেই পানীত নীলাকাশৰ সোনালী সূৰ্য্যৰ কিৰণে সোণ সিঁচিলে। তাকে দেখি বিলৰ মাজত প্ৰস্ফুটিত হ'ব খোজা সহস্ৰ সহস্ৰ ৰঙা নীলা পদুমে যেন মূৰ দাঙি হাঁহিব খুজিছে। সেই ফুলৰ মাজে মাজে পাখিত সুৰুয কিৰণ সানি, ৰাজহাঁহৰ জাক একোটিয়ে আপোন মনে সাঁতুৰিছে নাদুৰিছে।

হঠাৎ পশুপতিৰ কাণত পৰিলহি সুহুৰিৰ দৰে ধ্বনি এটা। কোনোবাই যেন, সেই

ধ্বনিত সুৰ মিলাই কৈছে—

ঃ পশুপতি। তুমি ইয়াতেই বৈ যোৱা। বৈ যোৱা।

পশুপতি বৈ গ'ল। ডিঙা ডিঙৰি বিলৰ পশ্চিম পাৰৰ 'ডোভৰ বড়ি' (ওখ ঠাই) এটুকুৰাত উঠিল গৈ'। সেই ঠাইটুকুৰা আছিল সেউজীয়া, ঘাঁহ বননিৰে ভৰা। তাতেই এটি সৰু পজা সাজিলে। নাম দিলে 'ডোভৰ বড়ি' আশ্ৰম।

ডোভৰ বড়ি আশ্ৰম এসময়ত গৃহাশ্ৰমলৈ পৰিবৰ্তন হ'ল। তাত পশুপতিৰ সংসাৰে গঢ় ল'ব ধৰিলে। অ'ৰ ত'ৰ পৰা অহা আন দুই চাৰিজনেও পশুপতিৰ গৃহাশ্ৰমৰ ওচৰতে ঘৰ সাজি বাস কৰিবলৈ ল'লে। ফলত ডিঙাডিঙৰিৰ পাৰৰ সেউজ ভূমি টুকুৰা এসময়ত পৰিবৰ্তিত হ'ল এক আৱাসিক অঞ্চললৈ। যি অঞ্চলটোৱে এদিন নাম পালে - ডিঙা ডিঙৰি ডিঙা-ডিঙি-ডিংডিঙি।

এখন গাওঁ হ'ল।

নাম যাৰ ডিংডিঙি।

সময়ে বাগৰ সলালে।

তাহানিৰ ডিঙা-ডিঙৰি বিলখনো, প্ৰকৃতিৰ ৰূপৰ পৰিবৰ্তনৰ লগে লগে ক'ৰবাত হেৰাই গ'ল। বৈ আছে মাথো এটি অঞ্চল কৃষিকাৰ্য কৰিব পৰা দ' পথাৰ হৈ। এই পথাৰখনেই আজি ডিঙাডিঙৰি বিলৰ স্মৃতি শিৰত লৈ আছে। কিংবদন্তিৰ আত ধৰি তাৰ পাৰতেই বৈ আছে ডিংডিঙি গাওঁখন। য'ত আছে বশিষ্ঠ গোত্ৰজাত কিছুমানুহ আৰু কাশ্যপ গোত্ৰজাত কিছুমানুহ।

ডিঙা-ডিঙৰি বিলক সামৰি গঢ়ি উঠা অঞ্চলটোৰ ওচৰত তাহানি কোনো নদী নাছিল।

এতিয়া আছে।

এতিয়া পাগলদিয়া নামৰ নদীখনে গাওঁখনকে দুভাগ কৰিছে। এই পাগলদিয়া নামৰ নৈখনে কেতিয়াৰ পৰা গাওঁখনক দ্বিখণ্ডিত কৰি ববলৈ ল'লে সেয়া এক বেলেগ কাহিনী। নৈখন ববলৈ লোৱাৰ পিছতো কেবাশ বছৰ পাৰ হ'ল। এতিয়া সেই অঞ্চলৰ মানুহে বিলৰ কথা নকয়। কয় মাথো পাগলদিয়াৰ পাৰৰ সংস্কৃতিৰ কথা। এই সংস্কৃতিৰ, পাগলদিয়াৰ পাৰৰ বুৰঞ্জীৰ বহুকথাই মহীধৰে নেজানে। কিন্তু আজি গাঁৱৰ বৃদ্ধ-বৃদ্ধা আবাল বনিতাই কোৱা বহুকথাই ৰোমন্থন কৰিব পাৰে। নৈৰ পাৰত কটোৱা জীৱনৰ বহু কথাই সি মনত পেলাব পাৰে।

মহীধৰৰ মনটোৱে ডিংডিঙি গাঁৱৰ চুকে-কোণে ঘূৰি ফুৰিবলৈ ধৰিলে।

এনে লাগিল কৌশল্যাৰ অনুৰোধ ৰাখি সি যেন এতিয়াই উৰা মাৰি ডিংডিঙি গাঁৱলৈ যাব।

মহীধৰে, কৌশল্যাই কোৱাৰ দৰে আচল ঘৰখনলৈ উভতি যোৱাটোকে নিশ্চিত কৰিলে।

মহীধৰে নভবাকৈ থাকিব নোৱাৰিলে।

তাৰ মানঃচক্ষুৰ আগত ভাঁহি উঠিল জনমভূমি ডিংডিঙি গাঁৱৰ ছবিখন। পূৱপাৰ ডিংডিঙি গাঁৱৰ মাজৰ প্ৰধান ৰাস্তাটো আছে উত্তৰা দক্ষিণাকৈ। ঠিক মাজৰ পৰা আন এটা ৰাস্তা, পশ্চিম দিশলৈ ফাটি গৈছে। সেই ৰাস্তাটো সোমাইছে পোৰাকুছি গাঁৱত। উত্তৰ দিশত পোৰাকুছি গাওঁ আছে বাবে উত্তৰ পিনে যোৱা ৰাস্তাটোও সেই গাঁৱৰ ৰাস্তাত লাগিছে। দক্ষিণলৈ গ'লে পোৱা যায় ক্ষুদ্ৰ ডিংডিঙি গাওঁ।

প্ৰতিটো ৰাস্তাৰ কাষতে সোঁৱে-বাঁৱে বাৰীবস্তিসহ দুশাৰী ঘৰ। বাৰীত তামোল পাণ, তথা চালত লাওঁ কোমোৰা নাথাকিলেও প্ৰতিঘৰৰ পিচপিনে জাতি, ঘৰাহু, ভলুকা তথা দুই এজাপা 'কটাহ' বাঁহৰ বাহনি আছে। কাৰোবাৰ কাৰোবাৰ বাৰীত আম, কঠাল, লিচু বা নাৰিকল বা তামোলৰ গছ যে নাই এনেও নহয়, আছে।

গাওঁখনৰ উত্তৰ দিশত আছে— এখন দক্ষিণা কালীৰ থান। প্ৰতিগৰাকী মানুহ শাক্ত বাবে, বছৰেকৰ মূৰত এই থানতেই একোভাগ কালীপূজা পাতে।

দক্ষিণ দিশত পাগলদিয়া নৈৰ পাৰতে আছে মহাপ্ৰভু জয়পালৰ মন্দিৰ।

এইখন গাঁৱত কোনো ৰজা নাছিল।

গাঁৱৰ পৰা কোনো মানুহগৈ ক'তো ৰজা হোৱাও নাছিল।

আজিও এই অখ্যাত গাওঁখনত কিন্তু সাতশ বছৰৰ আগতে আহোম ৰজা এজনে মহাপ্ৰভু জয়পালৰ বাবে মন্দিৰটো সজাই দিছিল। প্ৰাকৃতিক দুৰ্যোগৰ বাবে ভূগৰ্ভস্থ হ'ব খোজা এই মন্দিৰ তথা লিঙ্গৰূপি শিৱক আজিও অঞ্চলটোৰ লোকে জাগ্ৰত দেৱতা বুলিয়েই মানে।

আহোম ৰজাই মন্দিৰটো কিয় সজাই দিছিল সেই জনশ্ৰুতিটো মহীধৰৰ মনলৈ আহিল। সি ভাবিবলৈ ধৰিলে।

তেতিয়াও অসমত আহোমৰ ৰাজত্বৰ অৱসান হোৱা নাই।

কিন্তু সিংহাসন থৰক-বৰক।

ৰাজকুমাৰ সকলৰ ৰজা হোৱাৰ বাসনা; বৰগোহাঞি, বুঢ়াগোহাঞি আৰু বৰপাত্ৰ গোহাঞিৰ মনোমালিন্য উচ্চ ৰাজবিষয়াসকলৰ স্বাৰ্থসিদ্ধিৰ মনোভাবৰ বাবেই অসম ভূমিত মান সেনাৰ প্ৰবেশ ঘটিল। অসমৰ সাধাৰণ প্ৰজাৰ সম্পত্তি আৰু মানুহখিনি মান সৈন্যৰ খেলৰ সামগ্ৰী হ'ল। কোন ক'ত মান সৈন্যৰ হাতত মৰিল, কাৰ মাতৃ তথা পত্নী নতুবা জীয়ৰী ধৰ্ষিতা হ'ল, কাৰ সন্তানক আমগছৰ ডাললৈ ফৰ্মুটি মাৰি পকা আম পাৰি খালে সেইবোৰ লেখি উলিয়াব নোৱাৰা হ'ল। মানসৈন্যৰ এনে অপকৰ্মক বাধা দিবলৈ আহোম ৰজাৰ ৰাজকীয় সৈন্যৰ অভাৱ হ'ল। ফলত প্ৰজাসকলৰ প্ৰায়ভাগৰে ৰাজকীয় সেনাৰ ওপৰত আস্থা নোহোৱা হ'ল। ভগৱান বিনে যেন তেওঁলোকৰ গতি নাই।

ডিংডিঙি গাঁৱৰ ওচৰ-পাজৰৰ মানুহখিনিয়েও আশ্ৰয় ল'লেহি জয়পাল শিৱৰ ওচৰত। শিৱ হ'ল এটি লিংগৰূপি দেৱতা। এই শিৱলিঙ্গটো ভূগৰ্ভৰ পৰা কেনেদৰে বাহিৰলৈ ওলাল,

সেইয়াও অন্য এক কাহিনী। কিন্তু এই শিৱলিংগটোৰ যি প্ৰণাম মন্ত্ৰ সেই মন্ত্ৰ জপি যে বিপদৰ পৰা উদ্ধাৰ পাব পাৰি সেই কথা প্ৰজাসকলে বিশ্বাস কৰিছিল।

ঃ জয়ায় জয়পালায় শিৱায় লিঙ্গৰূপিনে

ভক্তজন ৰক্ষকায় শঙ্কৰায় নমোনমঃ।।

লিংগৰূপি জয়পাল শিৱৰ প্ৰণাম মন্ত্ৰটি, সহস্ৰ ভয়াতুৰ জনতাৰ মুখৰ পৰা আৰ্তচিৎকাৰ হৈ ওলাইছিল। ঠিক তেতিয়াই মান সৈন্য আহি, সেই ঠাইত উপস্থিত হৈছিল। শিল এটিক সমুখত লৈ, ভয়াতুৰ অসমীয়া প্ৰজাই আৰ্তচিৎকাৰ কৰি থকা দেখি, মান সৈন্যসকলে, অট্টহাসে হাঁহিছিল। সিহঁতৰ সেই হাঁহি শুনি প্ৰজাসকল আকৌ ধাৰৰ নল কঁপাদি কঁপিছিল। তাৰ পিচতো অৱশ্যে প্ৰজাসকলে, মহাপ্ৰভু জয়পালৰ ওপৰত থকা বিশ্বাস তথা আস্থা হেৰুৱা নাছিল। ভাবিছিল মহাপ্ৰভু জয়পালেই সিহঁতক ৰক্ষা কৰিব।

প্ৰজাসকলৰ এই ধাৰনাযে মিছা, শিল এটাই যে সিহঁতক কোনো প্ৰকাৰে সহায় কৰিব নোৱাৰে এই কথা প্ৰমাণ কৰিবলৈ মান সৈন্য অগ্ৰসৰ হ'ল আৰু সিহঁতৰ হাতত থকা চোকা অস্ত্ৰেৰে লিংগটোক আঘাত কৰিলে।

হয়। তাৰ পিচতেই অঘটনটো ঘটিল।

মানসৈন্যই অস্ত্ৰেৰে আঘাত কৰাৰ পিচত লিংগটোৰ শীৰ্ষৰ এটি অংশ এৰাই গ'ল আৰু তেতিয়াই তাৰ পৰা নিৰ্গত হ'ল এক বিশেষ জ্যোতি। সেই জ্যোতিয়ে অহংকাৰী তথা অত্যাচাৰী মানসৈন্যহঁতক আবৰি ধৰিলে। যিবোৰ সৈন্যক সেই জ্যোতিয়ে আৱৰি ধৰিলে সিহঁত ঠাইতে ঢলি পৰিল। আঁতৰত থকাসকলে এনে দৃশ্য দেখি ভয়তে প্ৰাণ লৈ পলাল।

অঞ্চলটোলৈ আকৌ শান্ত পৰিবেশ ঘূৰি আহিল।

এই কথা আহোম ৰজাৰো কাণত পৰিল।

মান সৈন্য আঁতৰি যোৱাত মহাপ্ৰভু জয়পালৰ মহিমাৰ কথা বুজি মন্দিৰ এটা সজাই দিলে।

মহীধৰৰ বুকুখন এক গধুৰ বেদনাৰে ভৰি পৰিল। মনটোৱে যেন ক'লে– যিখন গাঁৱত মহাপ্ৰভু জয়পাল আছে, সেইখন গাওঁ এৰি আহি ভাল কৰা নাই।

এনে ইচ্ছা হ'ল, এই মুহূৰ্ত্ততে মহাপ্ৰভু জয়পালৰ সমুখত থিয় হৈ সি কৰা ভুলৰ বাবে মাৰ্জনা বিচাৰিব।

হয়তো মান সৈন্যবোৰৰ দৰে, তাৰ মনত থিতাপি লোৱা মনোভাৱক কোনোবাই উপহাস কৰিব পাৰে। অন্ধ বিশ্বাস বুলি উৰুৱাই দিব পাৰে। কিন্তু তাঁলৈ পৰোৱা নকৰে।

হঠাৎ এজোলোকা পোহৰে মহীধৰ বহি থকা বাৰান্দাখনৰ সতে চোতালখন পোহৰাই তুলিলে। তাৰ দেহটোও সেই পোহৰত জিলিকি উঠিল। নিজৰ দেহটো অকন ডাঙি আকৌ বহিল।

চোতাল, ঘৰ, বাৰান্দা উজ্জ্বলাই তোলা পোহৰখিনি দেখি, মহীধৰৰ ভাব হৈছিল, পৰাশৰ উভতি আহিছে।

কিন্তু নহয়।

সিহঁতৰ পদূলিমুখত সৰু গাড়ী এখনহে ঘূৰি, আকৌ অহাবাটে উভতি গ'ল।

বাৰান্দাত পিয়াপি দি থকা চকামকা এন্ধাৰখিনিয়ে তাক আকৌ আবৰি ধৰিলে।

(৪)

ঃ আপোন আপোন
সকলো আপোন
কোনো নহয় তোৰ পৰ।
আপোন মানুহৰ
বাবেই তই
সাজিছিলি চোন ঘৰ।
আপোন তেজেৰেই
জনম দিছিলি
পুত্ৰ জীয়ৰী
মায়া মমতাত আবদ্ধ হৈ
নাপালি আহৰি।
দোষ নেদেখিলি
গুণহে দেখিলি
খুৱালি-ধুৱালি নিজে
আপোন বুলিয়ে
পিন্ধালি উৰালি
জাকত জিলিকা সাজে।
......................................
......................................

এন্ধাৰৰ নীৰৱতা ভেদি ভাহি অহা গীতটো মহীধৰে মন দি শুনিলে। গানটো বৰ ভাল লাগিল। গায়ক আৰু গীতিকাৰে তাৰ দৰে মানুহৰ কথাকে লৈ লিখি সুৰ দিছে এনে ভাব হ'ল।

কাক বাৰু সি আপোন বুলি ভবা নাছিল? নিজৰ ভৰিত নিজে থিয় হ'ব পৰাকৈ পৰা দুহাতেৰে মূৰ্ত্তি সাজি দিন ৰাতিৰ প্ৰভেদ নিবিচাৰি সংসাৰখন সুকলমে চলক বুলিয়েই চোন

সকলোবোৰ উজাৰি দিছিল। ল'ৰাদুটি মানুহ হওক বুলিয়েই নিজৰ সকলো আনন্দ ত্যাগ কৰিছিল। তথাপি আজি কিয় আপোন নহয়?

এক গভীৰ হুমুনিয়াহ মহীধৰৰ বুকু ফাটি ওলাল।

ৰেডিঅ'ত বজা গীতটো আকৌ এবাৰ শুনিবলৈ মন হ'ল। কিন্তু এয়া যে এই মুহূৰ্তত অসম্ভৱ।

হয়, সি গান শুনি ভাল পায়। ভাল পায় সঙ্গীতত মন প্ৰাণ নিমজ্জিত কৰি। এইয়া তাৰ এতিয়া গঢ়ি উঠা স্বভাৱ নহয়। এই স্বভাৱটো আছে তাৰ শৈশৱ কালৰে পৰা।

সৰুকালত সি ওজাপালি চাইছিল।

প্ৰতিবছৰে জয়পাল দেৱালয়ত অনুষ্ঠিত কৰা শিৱৰাত্ৰি উৎসৱত ক্ষুদ্ৰ ডিংডিঙি গাঁৱৰ দেৱৰু দাসৰ ওজাপালি চাইছিল। পিচত ওজা হ'ল কান্দুৰা দাস। তেতিয়া সি নৰাৰ দমতহে বহিব পাৰিছিল। সেই ওজা আৰু পালিয়ে বজোৱা জুৰি তালৰ শব্দ এতিয়াও কাণত তুংতাংকৈ ভাহি আছে।

মহীধৰে এন্ধাৰ পোহৰে টৌ খেলি থকা চোতালখনলৈ চালে। পিচত আকাশলৈ। বিজুলী বাত্তিৰ পোহৰে আকাশখন ছানি আছে। তাত নিশাৰ আকাশত তৰাই জিলমিলাবলৈ নীলাখিনি নাই।

এইখন গুৱাহাটী মহানগৰ।

মহানগৰৰ বেলতলা অঞ্চল।

মহানগৰৰ প্ৰধান পথত থকা বিজুলী বাত্তিৰ পোহৰৰ বাবে আজিকালি সন্ধিয়াৰ নীলা আকাশখন দেখা নাযায়। দেখা নাযায় তৰাৰ দীপাৱলী তথা আকাশৰ জোন। বুজিব নোৱাৰি আকাশলৈ চাই, এইয়া কৃষ্ণপক্ষ নে শুক্লপক্ষ। পঞ্জিকা নতুবা দৈনিক বাতৰিৰ দিনপঞ্জী অথবা ৰাশিফলৰ লগত প্ৰকাশিত পৃষ্ঠাটো চাইহে তিথি, বাৰ, নক্ষত্ৰ আদি জানিব পাৰি।

কিন্তু গাঁৱৰ ঘৰত থকা হ'লে?

মানসপটত ভাহি উঠিল সন্ধিয়াৰ আকাশখন। প্ৰতিটো নিশাতে অগা দেওৱা কৰা জোন আৰু তৰা ভৰা দৃশ্য। কৌশল্যাই কিছুক্ষণ আগতে কাণৰ কাষত ফিচ্‌ফিচকৈ কোৱা- "আমি গাঁৱৰ ঘৰলৈ যাও ব'লক" কথাষাৰ আকৌ মনলৈ আহিল।

মনৰ গতি আগবঢ়াই মহীধৰ গাঁৱৰ ঘৰৰ পদূলিত থিয় হ'ল।

চ'ৰাঘৰৰ দুৱাৰত ওলমি আছে মাৰিথৈ অহা তলাটো। দুৱাৰ ভেদ কৰি সি ভিতৰ সোমাল। ঘৰটোৰ মজিয়াত ধূলিৰ দ'ম। সেয়া চোতালখন। আজি তাত কৌশল্যাৰ হাতৰ পৰশ নাই। ধূলি আৰু অ'ত ত'ত পৰি থকা কেইটামান শুকান গছৰ পাত। চোতালৰ উত্তৰ পশ্চিম কোণত থকা গোলাপ আৰু তগৰ দুজোপালৈ চকু গ'ল। গছ দুজোপা ফুলেৰে উপচি আছে। গোলাপৰ পাহি কিছু সৰি তলত পৰিছে। সৰা পাহি ভেদ কৰি দুবৰি আৰু কেঁএৰকন কিছুমানে মূৰ ডাঙি উঠিছে।

মহীধৰৰ মনটো ওলাই আহিল পদূলি মুখলৈ।

সলখা ডালত চকু পৰিল। গুৱাহাটীলৈ অহাৰ আগতে ভলুকা বাঁহৰ নতুন খুটা সিয়ে পুতিছিল। খুটা কেইটাৰ গাৰ পৰা এতিয়া কেঁচা ৰঙ আঁতৰিছে। সলখা মাৰি কেইডাল থৈ অহাৰ দৰেই আছে। সলখাৰ খুটা কেইটাৰ অলপ আঁতৰতে আৰম্ভ হৈছে দুখন বেৰ। দুয়োখন জাতি বাঁহৰ কাঠিৰ। এনে কাঠিৰ বেৰক উত্তৰ কামৰূপৰ মানুহে চেকৰ বুলি কয়।

হঠাৎ মহীধৰৰ চকুৰ আগত ভাহি উঠিল ৰুচিনাথ শৰ্মা নামৰ মানুহ এজনৰ মুখখন। ৰুচিনাথে ধেমেলীয়া কথা কৈ ভাল পায়। ডিব্ৰুগড়ৰ ওচৰত কোনোবা চাহ বাগান এখনত কাম কৰে। বাগানত কাম কৰে বাবে চাহাবৰ মুখৰ ভাষা কথাৰ মাজতে কৈ ভাল পায়।

বেৰখন বৈ থকাৰ সময়তে সিদিনা ৰুচিনাথ আহিছিল। তাৰ ওচৰত থিয় হৈ সুধিছিল—

ঃ ককাইদেউ কি কৰিছা?

ঃ এই নেদেখিছা। কওঁ নকওঁকৈ মহীধৰে উত্তৰ দিছিল।

তাৰ কথা শুনি ৰুচিনাথে গম্ভীৰ হৈ কৈছিল—

ঃ হয় ককাইদেউ দেখিছো, — ইউ আৰ গিভিং দি চেকৰৰ বেৰা, বেম্বই দি থিয় কৰা।"

তাৰ অহৌবলীয়া কথা শুনি মহীধৰ আচৰিত হৈছিল। মুখলৈ চাই সুধিছিল-

ঃ এইবোৰনো তই কি বলকিছ অ'!

ঃ নুবুজিবা ককাইদেউ। এইয়া চাহাবৰ দেশৰ ভাষা। আজিকালিৰ অসমীয়া চাহাবসকলে এনেদৰেই কথা কয়। এটা নিজৰ, দুটা পৰৰ। তুমিও যদি এনে ইংৰাজী শিকিব খোজা তেনে গুৱাহাটী বা চাহবাগানলৈ যাবা। শিকিব পাৰিবা।

ঃ ককা। অ' ককা। আইতাই ভাত দিছে। খাওঁকহি।

কাম কৰা ছোৱালীজনীৰ মাতত মহীধৰে যেন, টোপনিৰ পৰাহে সাৰ পালে।

বহাৰ পৰা উঠিল।

পাকঘৰত সোমাই বেচিনত হাতধুই ডাইনিং টেবিলত বহাৰ সময়তে মনত পৰিল নাতি-নাতিনী হাললৈ। ওচৰে-পাজৰে কোননো আছে নোচোৱাকৈয়ে সুধিলে—

ঃ ইহঁতে খালেনে?

কেইটামান মুহূৰ্তৰ অৱসান হ'ল। তাৰ পিচতেই ভাঁহি আহিল হাতৰ খাৰুৰ কলজুন শব্দ। সেই শব্দ মহীধৰে কানপাতি শুনিলে। এই শব্দ কৌশল্যাৰ হাতৰ খাৰুৰ নহয়। কাম কৰা ছোৱালীজনীয়ে বেলতলা বজাৰৰ পৰা অতি কমদামত কিনি অনা খাৰুৰ শব্দ। শব্দ উঠা ঠাইৰ পৰা এইবাৰ ভাঁহি আহিল—

ঃ মইনাহঁতে আগতেই খালে। এতিয়া শুইছে। ককাইদেউ উভতি অহা নাই। সেয়ে আপোনাক আইতাই আগতে দিছে।

মহীধৰে একো নামাতি খাবলৈ বহিল।

পাতত বহাৰ পিচত মুখখনৰ জুতিহে কেলে নোহোৱা হ'ল। এবাৰ ভাবিলে— নাখাওঁ।

কিন্তু কৌশল্যাৰ কথা মনলৈ অহাত সি যেনে তেনে খাব ল'লে। কাৰণ নাখালে নিজকে দোষী সাজি ওৰে নিশা উজাগৰে কটাব। তাই খিবাৰ কথা অতি বিশ্বাসেৰে তাৰ আগত কৈছে সেই কথাত মহীধৰ সম্মত নহয় বুলি ধৰি ল'ব।

মনলৈ এই কথাও আহিল যে যদি কাইলৈ ডিংডিঙি গাঁৱলৈ যায়, তাতচোন আজিৰ দৰে মাটিত বহি অকলেই খাব লাগিব। অৱশ্যে কৌশল্যাই সেই সময়ত তাৰ ওচৰতে থাকিব। তাক কি লাগে, কি নেলাগে সুধি আমনি কৰিব। কিন্তু আজি তাই নিজকে লুকুৱাই ৰাখিছে।

খোৱা হ'লত মহীধৰ পাতৰ পৰা উঠিল।

(৫)

মহীধৰ শোৱনি কোঠাত সোমাল।

কৌশল্যাই আঠুৱা তৰি থৈছিল। শুৱলৈ বুলি বিছনাত উঠিব নে নুঠিব বুলি ভাবি থাকোঁতেই কাণত পৰিল পৰাশৰৰ গাড়ীৰ শব্দ। পৰাশৰে গাড়ীখন গেৰেজত সোমায় থ'বলৈ নিছে। মহীধৰ বিছনাত নুঠিল।

ওচৰতে থকা চকীখনত বহি ভাবিলে— "বসতে নাম থোৱাই ভাল। কৌশল্যাক সি অবিশ্বাস কৰিব নোৱাৰে। বোৱাৰীয়েক অহল্যাই হয়তো এনেভাৱে লৈছে যাৰ বাবে কৌশল্যাই এইখন ঘৰত থাকি অকণো শান্তি নোপোৱা হৈছে। জীৱনৰ বিয়লি বেলাত কৌশল্যাই বিচৰা মানসিক শান্তিখিনিও সি যদি তাইক দিব নোৱাৰে তেনেহ'লে তাৰ দৰে পুৰুষৰ সহায় কিয় নাৰীয়ে বিচাৰিব? আৰু এই দুখতে এদিন ভাগি পৰিব।

মহীধৰে সিদ্ধান্ত কৰিলে— আজি নিশাতে পৰাশৰক কথাষাৰ কোৱাৰ। অইন নহয়, কাইলৈ পুৱাতে সিহঁত দুজনক ডিংডিঙি গাঁৱত থৈ অহাৰ কথা। পিছুৱালে অইন লেঠাও ওলাব পাৰে।

পৰাশৰৰ খোৱা হোৱা অনুমান কৰি মহীধৰ বাৰান্দাৰ চকীখনত বহিল। ক্ষণিক বোৱাৰ পিচতেই, পৰাশৰ বাক্ষনিশালৰ পৰা ওলাল। মহীধৰে বাৰান্দাত বহি থকা দেখি সি সুধিলে-

ঃ দেউতা। বাৰান্দাত যে বহি আছা, কিয়?

ঃ এইপিনে আহছোন এষাৰ কথা আছে।

নিৰস কণ্ঠে, মহীধৰে ক'লে। পৰাশৰ ওচৰ চাপিলত ক'লে,—

ঃ মোক আৰু মাৰক কাইলৈ পুৱাতে গাঁৱত থৈ আহিব পাৰিবিনে? যদি তই যাব নোৱাৰ আমাক গাড়ী এখন ঠিক কৰি দিবি আৰু যদি-সেইয়াও নোৱাৰ, আমি বাছতে যাম। মান সন্মান তোৰ নিজৰ কথা।

ঃ দেউতা কাইলে?

ঃ ওঁ কাইলৈয়ে।

শেষৰ শব্দ দুটা উচ্চাৰণ কৰি মহীধৰ উঠিল। বেগাই যোৱাৰ দৰে গৈ শোৱনি কোঠাত সোমাল। হঠাৎ লোৱা সিদ্ধান্তটোৰ কাৰণ পৰাশৰে সুধিব বুলি ভয় খাইছিল। সেইকণ সুবিধা পৰাশৰক নিদিলে।

ঘৰ সোমোৱাৰ আগতে মহীধৰে মূৰ ঘূৰাই এবাৰ পৰাশৰলৈ চাইছিল। গভীৰ চিন্তত মুখৰ ৰং বিবৰ্ণ হোৱা যেন দেখিছিল। বিবৰ্ণ মুখ এখন লৈ একে ঠাইতে থিয় হৈ থকা পৰাশৰৰ কথা ভাবি মহীধৰৰ বুকুখনো বিষাই উঠা যেন লাগিছিল। কাৰণ আজিয়েই প্ৰথমবাৰৰ বাবে মহীধৰে পৰাশৰক এনেকুৱাকৈ হিটলাৰী বচন শুনাবলগীয়া হৈছে। তথাপি বুকুৰ মাজত থিতাপি লোৱা বিষাদক স্থায়ী হ'বলৈ নিদিলে। সকলো কাতি কৰি আঠুৱাৰ তলত সোমাল।

বিছনাত লাং খাই পৰিল মহীধৰ। এনে লাগিল বহুদূৰ দৌৰাৰ পিচত যেন ভাগৰি পৰিছে। দেহটোক পৰিহাৰ কৰিব নোৱাৰা অলসতাই হেঁচি ধৰিছে। তাৰ পৰা মুক্তি পাবলৈ চকু মুদি পৰি ৰ'ল। তেতিয়াই তাক টোপনিয়ে জোকালে।

চিলমিল টোপনি।

সেই টোপনিতে এটি সপোন দেখিলে।

কৌশল্যাই অনুষ্ঠিত কৰিছে 'বৰাত পূজা'। এই পূজা প্ৰাচীন কালৰ পৰাই নলবাৰী অঞ্চলৰ নাৰী সমাজত প্ৰচলিত আছিল। ই আছিল সম্পূৰ্ণ নাৰী-সংস্কৃতি। এতিয়া এই সংস্কৃতি লোপ পাইছে।

এই লোপ পোৱা সংস্কৃতি বৰাত পূজাত কৌশল্যাৰ সঙ্গী হৈছে বোৱাৰীয়েক অহল্যা। পূজাৰ বাবে কৰিবলগীয়া কামত মহীধৰে সহযোগ কৰিছে কৌশল্যাক।

এই কামত সি মন প্ৰাণ দি লাগিছে ৰাতিপুৱা গোহালিৰ গাইজনী নৈৰ পাৰত এৰাল দি অহাৰ পিচৰে পৰা।

কলগছৰ আগলতি কলপাত কাটি আনিলে। দোনা চিলালে। ফুল, বেলপাত আনিলে। মুখৰ পৰা ফুল নসৰা তিয়ঁহৰ কলি বিচাৰি আনিলে।

: উঃ কিমান যে কাম। নাই আৰু নোৱাৰি।

দেহৰ ভাগৰলৈ চাই মহীধৰে নিজকে নিজে ক'লে।

বাৰান্দাত পাৰি থোৱা বেঞ্চখনত বহিল। দেহৰ অলসতা আঁতৰাবলৈ ভৰি দুখন আগলৈ মেলি দি হাতদুখন মূৰৰ ওপৰলৈ ডাঙিলে। পিচত গোটেই শৰীৰটো টান কৰিলত মুখেৰে ওলাল 'ওঁ-ওঁ-ওঁত' কৰা শব্দ এটি। হাতদুখন নমাই দেহৰ দুয়োকালে বেঞ্চখনত থোৱাৰ পিচতহে দেহমনক আচ্ছন্ন কৰি ৰখা অলস ভাবটো আঁতৰিল। তথাপি বহাৰ পৰা নুঠিল। তাৰ পৰাই নিবিষ্ট মনে চোতালখনলৈ চাই ৰ'ল।

পূৱাৰ ৰ'দে চোতাল ছানিছে। সেই ৰ'দে জিলমিল জিলমিলকৈ ঢৌ খেলি কৌশল্যাই নিকা মাটিৰে মচা চোতালখনত বাগৰি ফুৰিছে। সেই ঢৌ খেলোৱা ৰ'দলৈ চাই থাকোঁতে মহীধৰৰ দুচকুক যেন টোপনিয়ে জোকাব খুজিছে।

বেঞ্চখনতে একাটিয়াকে বাগৰ দিলে।

আধামুদ খোৱা চকুৰে অপেক্ষি ৰ'ল— কৌশল্যাক এবাৰ চাবলৈ। মানুহজনীক কেতিয়াবাৰে পৰা দেখা নাই। ক'ত যে কি কৰি আছে?

হঠাৎ কাণত পৰিল— অন্নপেহীৰ গলগলীয়া কণ্ঠ। পেহীয়ে বৰাত পূজাৰ সাধু কৈছে। অকল বৰাত পূজাৰে নহয় একে কণ্ঠেৰে 'সুভচেনী পূজা'ৰ সাধুও কয়। এই অঞ্চলত পেহীৰ লেখিয়া সাধু কোৱা বিধবা মহিলা আৰু নাই।

বৰাত পূজা, সুভচেনী পূজা, আসন পতা, পচেতি আদি হ'ল উত্তৰ কামৰূপ তথা দৰঙৰ নাৰীসকলে গৃহস্থৰ মঙ্গল কামনা কৰি পতা উৎসৱ। এইবোৰ অনুষ্ঠানত পুৰুষে অংশ নলয়। কিন্তু যা-যোগাৰত সহায় কৰি দিয়ে অৰ্থাৎ, নাট্যমঞ্চৰ আঁৰত থাকি ষ্মাৰকে অভিনেতা-অভিনেত্ৰীক সহায় কৰাৰ দৰে। আকৌ যিকোনো মহিলাই, এনে উৎসৱত পুৰোহিতালি কৰি সাধু নকয়। পুৰোহিতালি কৰি সাধু কোৱা মহিলাজনী হ'ব লাগিব সতি-সন্ততিহীন বিধবা।

অন্নপেহী বাল্যবিধবা। সেয়ে বৰাত পূজাৰ পুৰোহিত হয়। আজিও হৈছে।

কৌশল্যাই পূজা পাতিছে। মহীধৰে মূৰ্তি সজা চালিখনৰ তলত বহিয়েই পেহীয়ে সাধু কৈ আছে। পেহীয়ে কৈ থকা সাধুত বিৰতি পৰিলেই তাৰ পত্নী কৌশল্যা আৰু বোৱাৰীয়েক অহল্যাই মা বনদুৰ্গা অৰ্থাৎ উক্‌নিবুঢ়ীৰ থাপনাত ফুল বেলপাত দিছে।

বৰাত পূজাৰ আৰাধনা কৰা দেৱীজনীৰ নাম "উক্‌নি বুঢ়ী"। কোনো কোনোৱে দেৱীজনীক 'বনদুৰ্গা' বুলিও ক'ব খোজে। তেৰাৰ প্ৰণাম কৰা মন্ত্ৰফাকি হ'ল—

ঃ "উক্‌নি বুঢ়ী জাগে

গৃহস্থৰ কাৰ্য্যত লাগে।"

ঃ ককা। অ ককা। মোক এগিলাচ পানী দিবানে? বৰ পিয়াহ লাগিছে।

নাতিনীয়েক অঞ্জনাই গাত হেচুকি মতাত মহীধৰ উঠি বহিল। ছবছৰ বয়স গৰকা ছোৱালীজনীলৈ চালে। তাইলৈ চাই থৰ লাগিল। তাইৰ মুখখন যেন, তাৰ নাতিনীয়েকৰ মুখ নহয়। যৌৱন কালত লগ পোৱা এক মায়াবিনীৰ হে মুখ। একেই নাক, একেই চকু, একেই চেলাউৰি আৰু একেই মোহনীয় দৃষ্টি। মাথো যেন মাক জীয়েক।

চেতন তথা অৱচেতন মনক এই মুখখনে যৌৱন কালৰে পৰাই আমনি দি আহিছে। আমনি বেছি হ'লেই তাৰ উভতি যাবলৈ মন হয় অতীতলৈ। লগ এৰা যৌৱনৰ দিনবোৰলৈ।

ছয়বছৰীয়া ছোৱালীজনীৰ প্ৰতি তাৰ হৃদয়ত কিবা এক অদ্ভুত মৰম উপজিল। দেহৰ ভাগৰ নেওচি সি থিয় হ'ল। ঘৰৰ ভিতৰৰ পৰা এগিলাচ পানী আনিলে। গিলাচটো হাতত তুলি দি তাইলৈ চাই ৰ'ল।

ছোৱালীজনীয়ে গিলাচটো লৈয়ে মুখলৈ নি পানীখিনি ধক্‌ধক্‌কৈ পি খালে। খালি গিলাচটো তাৰ হাতত তুলি দি ক'লে,

ঃ ককা। এইটো লোৱা।

গিলাচটো হাত পাতি ল'লে মহীধৰে। হেৱালীজনীয়ে দুই ওঁঠত লাগি থকা পানী হাতৰ তলুৱাৰে মোহাৰি মচি তাৰ সমুখৰ পৰা দৌৰ মাৰি আঁতৰি গ'ল।

খালি গিলাচটো বেঞ্চখনৰ তলত সুমুৱাই থ'লে মহীধৰে। আকৌ বেঞ্চখনতে বহিল। তেতিয়াই আকৌ মনলৈ আহিল নাতিনীয়েক অঞ্জনাৰ মুখত প্ৰতিচ্ছবি দেখা মায়াবিনী গাভৰুজনীৰ কথা।

জিৰজিৰকৈ বতাহ এজাকহে যেন ক'ৰবাৰ পৰা বৈ আহিল।

(৬)

হয় তেতিয়া তাৰ বয়স পোন্ধৰ নে ষোল্ল।

ভাৰতৰ আকাশ বতাহ কঁপাই তোলা বিয়াল্লিশৰ আন্দোলনে শাম কাটিছিল হে মাত্ৰ।

তাৰ কিছুদিন পিচতে তাৰ দেউতাক বঙ্গদেশৰ গোলনা কালীগঞ্জৰ পৰা উভতি আহিছিল। অহাৰ কিছুদিন পিচতে তাক নিঠৰুৱা কৰি চিৰদিনলৈ আঁতৰি গ'ল।

দেউতাক ঢুকুৱাৰ প্ৰায় এমাহ পিচৰে পৰা সি পেটৰ ভাতমুঠিৰ কথা ভাবিবলগীয়া হ'ল। এৰি যাবলগীয়া হ'ল ডিংডিঙি গাওঁখন। সি উঠিছিলগৈ বৰ্তমানৰ বাংলাদেশৰ আৰু তাহানিৰ পূৰ্ববঙ্গৰ ৰংপুৰ জিলাৰ গোলনা কালীগঞ্জ নামৰ ঠাইখনত।

তেতিয়া অৱশ্যে অসম আৰু পূৰ্ববংগৰ মাজত বিভেদৰ বেৰ নাছিল। বৃটিছ সিংহক আঁতৰাই ভাৰতৰ লুপ্ত হোৱা স্বাধীনতা কেনেদৰে আনিব পাৰে সেই মানসিকতাই হে দুয়োখন ঠাইৰ প্ৰজাৰ মনত ঠাই পাইছিল।

নাছিল ভাষা আৰু জাতিৰ কোনো বিদ্বেষ।

অন্ন বস্ত্ৰৰ সন্ধানত, অসমৰ পৰা পূৰ্ববঙ্গলৈ, পূৰ্ববঙ্গৰ পৰা অসমলৈ সহজ অহাযোৱা চলি আছিল।

ধৰ্মৰ নামত চলা নাছিল কোনো অত্যাচাৰ।

বেদজ্ঞ কামৰূপীয়া ব্ৰাহ্মণ হিচাপে ৰংপুৰ জিলাৰ কিছুমানুহ দেউতাকৰ যজমান হৈছিল। এই যজমান সকলৰ ঘৰ তথা সমাজত অনুষ্ঠিত পূজা-পাতল আৰু শ্ৰাদ্ধ আদি কৰিবলৈ গৈ তেওঁ তাত থাকিছিল। বহা সাজিছিল ব্ৰহ্মোত্তৰ মাটি এটুকুৰাত।

পুৰোহিত দেউতাকৰ মৃত্যুৰ পিচত গোলনা কালীগঞ্জৰ যজমানসকলে মহীধৰকে মাতি পঠালে। সিও যজমান ৰাখিবলৈ বুলি তালৈ গ'ল। মাকৰ আগত কৈ গ'ল দেউতাকে কৰি যোৱা বৃত্তিৰ আলমতে সি পেটৰ ভাত মোকলাব।

গোলনা কালীগঞ্জত দেউতাকে তলামাৰি থৈ অহা বহাটোৰ মজিয়াত ভৰি থোৱাৰ পিচত এক অজান পুলকত তাৰ দেহমন শিহৰি উঠিল। অ'ত ত'ত লাগি থকা মকৰাজাল

আঁতৰাই ঘৰটোৰ ভিতৰখন চকুত লগা কৰিলে। গাঁৱৰে বিধবা মহিলা এজনীয়ে মজিয়াখন মচিলে। ভাঙি থকা চৌকাটো নতুন মাটিৰে সাজি দিলে।

মুঠতে গোলনা কালীগঞ্জৰ মানুহ থাকুৰ পোৱে যাতে কষ্ট নাপায় সেই কথাত সচেষ্ট হ'ল।

সময় আগবাঢ়িল।

সময়ৰ লগত খোজ মিলাই মহীধৰ দেউতাকৰ দৰে পুৰোহিত হ'ব নোৱাৰিলে। তাৰ মন ধাবিত হ'ল সুকুমাৰ কলাৰ দিশলৈ। যিবিধ কলাৰে প্ৰকৃতিৰ সন্তানক প্ৰকৃতিৰ দৃশ্যক প্ৰকৃতিৰ বস্তুক প্ৰকৃতিৰ সম্পদেৰে নকৈ সজাব পাৰি। ইয়াত ধ্বংসৰ কথা নাই। এই কলাৰ বাবে সামগ্ৰীৰ অভাৱ নহয়। ইয়াত লাগে মাথো মাটি, খেৰ, বাঁহ আৰু ৰং। লাগে প্ৰকৃতিক চিনিব পৰা অনুভৱ শক্তি। মনত ৰাখি ৰূপ দিব পৰা প্ৰায়োগিক শক্তি।

তাতেই মহীধৰে লগ পালে এনে কলাৰ পূজাৰী এজনক। পূজাৰীজনৰ নাম সূৰ্য্যকান্ত সম্মানিত। সূৰ্য্যকান্তই মাটিৰ প্ৰতিমা সাজে। পূৰ্ববঙ্গৰ ৰংপুৰ অঞ্চলৰ মানুহে আস্থা স্থাপন কৰি পূজা কৰা সকলো দেৱদেৱীৰ মূৰ্তি মানুহজনে সাজে। সেয়ে অঞ্চলটোৰ মানুহে সূৰ্য্যকান্তক কয় প্ৰতিমাৰ খনিকৰ বুলি।

মানুহজনৰ স'তে কথা পাতি মহীধৰ আপ্লুত হ'ল। ভাল লগা হ'ল সূৰ্য্যকান্তই সজা মূৰ্তিবোৰ চাই থাকিবলৈ। তাৰ মনটোৱে এদিন জানিব বিচাৰিলে কেনেদৰে মানুহজনে খেৰ, বাঁহ, আঁহ, মাটি আৰু ৰঙেৰে প্ৰতিমা গঢ়ি প্ৰতিমাত ৰঙৰ ৰহন চৰায় বজাৰ পৰা প্ৰজালৈ সকলোৰে আৰাধ্য কৰি তুলিব পাৰে।

প্ৰতিনিয়ত মহীধৰে সূৰ্যকান্তৰ কথাকে ভবা হ'ল।

তাৰদৰে মূৰ্তি সজাৰ বাবে হাত দুখনৰ কথা ভবা হ'ল। একো কৰিব নোৱাৰিলে হাতৰ তলুৱা আৰু আঙুলিত এক বিশেষ অনুভূতিয়ে ক্ৰিয়া কৰা হ'ল।

অকলশৰীয়া পৰত ভাব অহা হ'ল কি হ'ব তাৰ বঙ্গদেশত পুৰোহিত হৈ থাকিলে? যজমানসকলৰ কোনোবাই কেতিয়াবা পূজা পাৰ্বন পাতিব, কোনোবাই সংস্কাৰ কৰ্ম পাতিব পিচত সি আশীৰ্বাদ দিব শেষতহে দক্ষিণা। যজমানে যি দিলে তাকেই লৈ ঘৰলৈ উভতিব লাগিব। কাৰণ দক্ষিণা হেনো কিমান দিছে হিচাব কৰিব নাপায়। হিচাপ কৰিলে পাপে চুৱে। এনেদৰে পোৱা দক্ষিণাৰে জানো সংসাৰখন চলাব পাৰিব?

মহীধৰৰ মন চঞ্চল হয়।

তাৰ ভয় লাগে।

দেহমন গৰম হৈ উঠে। কপালত থুপ খায় বিন্দু বিন্দু ঘামৰ টোপাল। টোপালবোৰ হাতৰ তলুৱাৰে মোহাৰি মচে। ঘৰ্মসিক্ত হাতৰ তলুৱাত দৃষ্টি থাপে। ভাবে-

এনে হাত আৰু আঙুলিৰেই সূৰ্য্যকান্তই প্ৰতিমা সাজে। সেই প্ৰতিমা এক পূৰ্ণ পৰ্য্যায়ৰ কলালৈ ৰূপান্তৰ কৰে। সেই প্ৰতিমা বেদীত থাপি মানুহে পূজা কৰে ভক্তিত গদ্‌গদ্ হৈ সেৱা জনাই মনৰ সকলো গোপন কথা ব্যক্ত কৰি আশীষ বিচাৰে।

সিও যদি তাৰ হাত দুখনেৰে সূৰ্য্যকান্তৰ দৰে কিবা এটা কৰিব পাৰিলেহেঁতেন তেনেহ'লে উত্তৰ কামৰূপত বিধবা মাকক অকলশৰে এৰি থৈ সি পূৰ্ববঙ্গৰ এই পিছপৰা অঞ্চল এটালৈ পেটৰ ভাত বিচাৰি আহিব লগা হ'লহেঁতেন নে?

নাই তাৰ হাতদুখন কামত লগাব।

মুখৰ কথা বেছি ভগৱানৰ নাম বিক্ৰী কৰি আৰু ভাত নাখায়।

সিদ্ধান্ত ল'লে প্ৰতিমাৰ খনিকৰ সূৰ্য্যকান্ত সন্মানিতৰ ওচৰলৈ যোৱাৰ। সিদ্ধান্ত ল'লে মানুহজনক গুৰু ভজাৰ।

কথা শুনি চমকি উঠিছিল সূৰ্য্যকান্ত।

ঠাকুৰ পোৰ গুৰু হ'বলৈ প্ৰথমতে সন্মত হোৱা নাছিল। কিন্তু মহীধৰে নিজ সিদ্ধান্ত নেৰিলে। শেষত সূৰ্য্যকান্ত বাধ্য হ'ল। মহীধৰৰ একাগ্ৰতা আৰু অনুৰোধৰ বলি হৈ সূৰ্য্যকান্তই তাক প্ৰতিশ্ৰুতি দিলে মূৰ্তি কলাৰ জ্ঞান প্ৰদান কৰাৰ।

শিষ্য গুৰু হ'ল— গুৰু শিষ্য হ'ল।

মহীধৰৰ জীৱনত প্ৰতিভাত হ'ল এক নতুন দিগন্ত। তাতেই এদিন।

(৭)

তাতেই এদিন মহীধৰে একান্তমনে মূৰ্তিৰ কাম কৰি আছিল। হঠাৎ তাৰ চাৰিওফালৰ নীৰৱ পৰিবেশটো যেন থান-বান হৈ গ'ল।

ঃ কৰ্ত্তা।

এটি শব্দই তাৰ তন্ময় ভাবক জোকাৰি দিলে। চমকি উঠিল সি। সূৰ্য্যকান্তৰ হাতৰ পৰশত প্ৰাণ পোৱা মূৰ্তি এটিয়েহে যেন সমুখৰ পৰা মাত লগালে। চমকি উঠাৰ লগতে দেহটো শিহৰি উঠিল।

সমুখত এটা চলমান মূৰ্তি।

সি ৰ' লাগি চাই ৰ'ল মূৰ্তিটোলৈ। তেনেদৰে চাই থাকোঁতেই কোনোবাই যেন নাৰীকণ্ঠত সঙ্গীতৰ মূৰ্চনা সানি তাৰ কাণৰ কাষত গুণগুণাই গালে—

ঃ এ মুখের পানে
চাহিয়া ৰয়েচ
কেনগো অমন কৰে
তুমি চিনিতে নাৰিবে
বুঝিতে নাৰিবে মোৰে।
আমি কেঁদেছি হেসেছি

ভাল যে বেসেছি
এসেছি যেতেছি সেৰে
কিজানি কিসেৰ ঘোৰে।”

মহীধৰে স্তব্ধহৈ শুনি ৰ'ল। শুনি ৰ'ল, আন এটি সুৰেলি শব্দ–

ঃ কৰ্ত্তা...... কৰ্ত্তা ......... কৰ্ত্তা

এই শব্দধ্বনিত সি যেন স্বপ্নাবিষ্ট হৈ পৰিল। সেই অৱস্থাৰে কঁপা কঁপা কণ্ঠেৰে জীয়া জীয়া লগা মূৰ্তিটোলৈ চাই সুধিলে,

ঃ কোন তুমি?

মূৰ্তিটোৱে খিলখিলাই হাঁহি উঠিল। হাঁহি থামিলত তাৰ ওচৰলৈ আগবাঢ়ি আহিল। চকুত চকু থাপি সুধিলে–

ঃ তুমি মোক চিনি নোপোৱা?

সুৰীয়া কণ্ঠৰ প্ৰশ্নটোৱে চৌপাশে প্ৰতিধ্বনি তুলি সময় নিৰ্বন্ধ দুৰণিত মিলি গ'ল। মহীধৰে সেই সুধাকণ্ঠত দিক্‌বিদিক হেৰুৱাই কি কৰিব কি নকৰিব ভাবি নেপালে। নিৰ্নিমেষ নয়নে মাথো চাই ৰ'ল সুৰীয়া কণ্ঠধাৰীজনীলৈ।

এসময়ত দৃষ্টিত যেন সাৰ্থকতাই ভুমুকি মাৰিলে। মোহময়ীৰ দুই ওঁঠত বাগৰি গ'ল এক মন পৰশা হাঁহি। সেই হাঁহিয়ে প্ৰকট কৰিলে দুপাৰি ডালিমগুটীয়া দাঁত। তোল পৰি মুকুতা ছটিওৱা দুগাল।

মহীধৰ বাস্তৱলৈ উভতি আহিল।

বুজিব পাৰিলে যৌৱনে প্ৰকৃতিৰ সকলো সৌন্দৰ্য খুপখুৱাই অকৃপণভাৱে দান কৰি নৱজগতত এৰি দিয়া এইয়া এজনী জীয়া গাভৰুহে। সূৰ্য্যকান্তই সজা মূৰ্তি নহয়। ইমান সময়ে দুৰু-দুৰুকৈ কপি থকা বুকুখন, মনটো স্থিৰ হ'ল। কিন্তু অৱচেতন মনটোৱে যেন সৌৰৱাই সুধিলে–

ঃ “মহীধৰ এবাৰ ভাবি চাছোন। বঙ্গদেশৰ এই নাগিনীজনীয়ে তোৰ ওচৰলৈ কি বিচাৰি আহিছে?”

মহীধৰে মূৰটো জোকাৰি লাহেকৈ ক'লে–

ঃ ওঁহো! চিনি নাপাওঁ।

ঃ সঁচাই?

মুহূৰ্তবোৰ নীৰৱ হ'ল। সেই নীৰৱতাই পৰিৱেশটো ম্লান কৰিলে।

মহীধৰৰ সমুখত সূৰ্য্যকান্তই সজায় থোৱা কিছুমান মূৰ্তি। মূৰ্তিবোৰো জড়। আৰু তাৰ সমুখত হাতেৰে চুই চাব পৰা দূৰত্বত আছে এজনী জীয়া গাভৰু। বিজনীক চুই দিলেই

হয়তো বতাহবোৰো গৰম হ'ব। গৰম হ'ব দেহমন আৰু তাৰ পিচত?

জীয়া গাভৰুজনীলৈ চাই থাকোঁতেই দেহমন গৰম হ'বলৈ ধৰিলে। সেই গৰমত ভাব হ'ল, যেন এক জ্বলন্ত অগ্নিকুণ্ডৰ ওচৰত বহি আছে। যাৰ উত্তাপে তাৰ দেহ মন পুৰিবলৈ লৈছে। জিভা আৰু ওঠ শুকাইছে। বুকুৰ মাজৰ পৰা ওলাই আহিব খোজা শব্দবোৰ আধাবাটতে বৈ গৈছে।

মিচিকি হাঁহিৰে হাঁহি তাই তালৈ অপলক নয়নে চাই আছিল।

নিৰ্বাক সময়ক থানবান কৰি এজাক মলয়া বলিছিল। ভালপোৱা ভাল লগাৰ মলয়া।

মহীধৰৰ ভাল লাগিবলৈ ধৰিছিল। মনপ্ৰাণ কিবা এক অবুজ আনন্দেৰে ভৰি উঠিছিল।

তাই তাক উদ্দেশ্যি কৈছিল।

: তোমাৰ সমুখৰ মূৰ্তিবোৰলৈ চোৱাচোন।

: ওঁ চাইছো।

মহীধৰৰ মুখলৈ পানী আহিল। সি কথা ক'ব পাৰিলে।

: কি দেখিছা?

: তোমাৰ প্ৰতিচ্ছবি।

: এৰা। প্ৰতিমাৰ খনিকৰ সূৰ্য্যকান্তৰ জীয়ৰী মই। মোৰ জন্মৰ আগতেই দেউতাই মোৰ ৰূপৰ কল্পনা কৰিছিল। সেয়ে তোমাৰ সমুখত থকা মূৰ্তিসমূহো দেখিবলৈ মোৰেই নিচিনা। মোৰ নাম প্ৰতিমা। প্ৰতিমা নামটো মোক দেউতাই দিছে।

কিবা এক সাহসত মহীধৰৰ বুকুখন ভৰি উঠিল। মনটোৱে যেন ক'লে-- ছোৱালীজনীক এবাৰ জোকাবলৈ, তাইৰ সতে এফেৰি ধেমালি কৰিবলৈ। সি তাইৰ চকুত চকু থাপি ভ্ৰূকুটি সনা মাতেৰে ক'লে--

: তোমাৰ কথা মই কেনেকৈ বিশ্বাস কৰিম? কাৰণ মোৰ দৃষ্টিত, বঙ্গদেশৰ আন গাভৰুৰ দৰে তুমিও এজনী সাধাৰণ গাভৰুহে। প্ৰতিমাৰ খনিকৰ সূৰ্য্যকান্তই সজোৱা প্ৰতিমাৰ সৌন্দৰ্য্য আৰু ৰংৰূপৰ সঁতে তোমাক জানো তুলনা কৰিব পাৰি? এই কথা কৈ তুমি লাজহে পাব লাগিছিল। অৱশ্যে এটা কথা মই স্বীকাৰ নকৰি নোৱাৰো। খনিকৰে সজোৱা মূৰ্তিসমূহৰ মাজত একে ৰংৰূপেৰে লুকাই থাকিব পৰা তুমি এজনী জীয়া ভূতুনীহে।

প্ৰভাতৰ সুৰুষ কিৰণে সোনসৰা ৰং ছটিয়াই মোহময়ী কৰি তোলা প্ৰতিমাৰ মুখমণ্ডলত হঠাৎ যেন ক'লা মেঘৰ ছাঁ পৰিল। কুসুম কোমল গালত কেঁচুৱাজৰ ৰং সানি দিলে। তাৰ পিচতেই তাইৰ দুচকুলৈ নামি আহিল অশ্ৰুকণাৰ দ'ম।

মহীধৰৰ বুকুখনো গধুৰ হ'ল। কোনোবাই যেন কাণে কাণে ক'লে--

: মহী তই ভুল কৰিছ। সকলো নাৰীয়ে বিচাৰে তাইৰ ৰূপক সকলো পুৰুষে প্ৰশংসা কৰক। এনে প্ৰশংসা লাভৰ বাবে নাৰীয়ে কৰিব নোৱাৰা কাম নাই। সেয়েহে যুগ যুগ ধৰি মানুহে নাৰীক কল্পনা কৰি আহিছে। দেৱীৰূপে পূজিছে। তোৰ সমুখত থকা মূৰ্তিসমূহো

এদিন দেৱীৰূপে বেদীত থাকিব। সকলোৱে পূজিব। তথাপি আজি তই কিয় ভুল কৰিলি? সুন্দৰী প্ৰতিমাক ভূতুনী আখ্যা দি কিয় তাইৰ মনত দুখ দিলি?

দুখ বেদনাত জয় পৰা প্ৰতিমাই মহীধৰৰ চকুৰ পৰা দৃষ্টি আঁতৰালে। ক্ষণিক নীৰৱতাৰ পিছত বেদনাত জৰ্জৰিত কণ্ঠেৰে ক'লে তাই–

: মই যাওঁ।

: ক'লৈ?

*সোধো নে নোসোধোকৈ, মহীধৰে সুধিলে*

: দেউতাৰ ওচৰলৈ।

: কিয়?

: দেউতাই আজিলৈকে মোক মিচা কথা কৈ আছে।

মহীধৰৰ বুকুখন কঁপি উঠিল। পিচত ধক্‌ধক্ কৰিবলৈ ধৰিলে। মনটোও অনুশোচনাত দগ্ধ হ'ল। হয়েতো প্ৰথম দৰ্শনতে ৰূপৱতী গাভৰু এজনীক ভূতুনী আখ্যা দিয়াতো উচিত হোৱা নাই। প্ৰতিমাৰ বিষয়ে সি কিনো জানে? প্ৰতিমাৰ মন জানো বুজে?

দুখে জৰ্জৰিত কৰা মুহূৰ্তবোৰ থমথমীয়া হৈ পৰিল।

সিহঁত দুজনৰ চাৰিওফালে ৰংমনে উমলি ফুৰা বতাহজাকেও যেন আঁতৰি যাবলৈ বুলি গা লৰালে। বুকুৰ মাজত থিতাপি লোৱা ভয়ৰ গধুৰতা বাঢ়িল। আৰু ভয়তে কঁপালত দেখা দিলে বিন্দু বিন্দুকৈ ঘামৰ টোপাল। ঘাম মচি মহীধৰে প্ৰতিমালৈ চাই আবেগ বিহ্বল কণ্ঠেৰে ক'লে-

: প্ৰতিমা, তুমি নাযাবা। মই তোমাৰ লগত ধেমালিহে কৰিছিলো। আচলতে তোমাৰ দৰে সুন্দৰী যুৱতী ইয়াৰ আগতে মই ক'তো দেখা নাই।

প্ৰতিমা ঘূৰিল।

তাৰ চকুত দৃষ্টি থাপি আকৌ এবাৰ কিবা যেন বুজিব খুজিলে। সি দেখিলে ধীৰে ধীৰে তাইৰ মুখমণ্ডলত থুপখোৱা বেদনাৰ ক'লা মেঘবোৰ আঁতৰি যাবলৈ ধৰিছে।

আকুল নয়নেৰে মহীধৰে তাইলৈ চাই থাকিল। একো নক'লে সি। চাই ৰ'ল বিধাতাই তাইৰ দেহত অকৃপন ভাবে সিঁচি দিয়া ৰূপ যৌৱনলৈ।

সময়ে সকলো দিয়ে, সকলো নিয়ে।

ক্ষণিক পিচতে প্ৰতিমাৰ দুচকুলৈ উভতি আহিল সান্ধ্য তৰাৰ তিৰবিৰণি। দুগাললৈ প্ৰভাতী সুৰুযৰ ৰক্তিম আবেশ। দুই ওঁঠত বান্ধুলি বেলিৰ ৰং। তাত বিয়পিল ভুবন ভুলোৱা হাঁহি। সেই হাঁহিভৰা ওঁঠত কঁপনি তুলি প্ৰতিমাই ক'লে,

: তুমি সঁচাকৈয়ে মনে প্ৰাণে দুষ্ট। মই ভাবিছিলো, তোমাৰ দুচকুতহে ধূৰ্তালি লুকাই আছে। যিয়ে মোৰ দৰে যুৱতীকো নচুৱাব পাৰে। এতিয়াহে বুজিলো মোৰ সেই ধাৰণা ভুল।

কথাখিনি কৈ প্ৰতিমা নৰিল। বতাহত টো তুলি তাই তাৰ সন্মুখৰ পৰা আঁতৰি গ'ল।

মহীধৰে অবাক দৃষ্টিৰে চাই ৰ'ল তাই যোৱা দিশলৈ।

যুৱতীজনীয়ে এখন ৰঙা শাৰীৰে দেহটো আবৰিছে। শাৰীখন কান্ধৰ ওপৰেৰে পাৰ কৰি নি ককালত খুচি থৈছে। সেয়ে চিয়া ককালখন জিলিকি উঠিছে। চিয়া ককালৰ তলৰ বহল নিতম্বই প্ৰতিটো খোজতে তাল মিলাই হেন্দোলনি তুলি যেন নাচিছে। বহল নিতম্বত বৈ পৰা কিচকিচিয়া ক'লা চুলি কোচাই মৰমৰ পৰশ বিচাৰি যেন আলফুলে উৰিছে। তাৰ মাজেৰে চুলি আৰু ৰঙা শাৰীখনে ঢাকিব নোৱাৰা কুহুম কোমল গলধন মৰম লগাকৈ জিলিকি উঠিছে।

মহীধৰৰ হৃদয়ত বেদনা সিঁচি প্ৰতিমা অদৃশ্য হ'ল।

সি সূৰ্য্যকান্তই সজোৱা মূৰ্তিসমূহত দৃষ্টি থাপিলে। তাৰ ভাব হ'ল সেই মূৰ্তিবোৰে তালৈ চাই যেন মিট্‌মিট্‌কৈ হাঁহিছে। হাঁহি হাঁহি তাক সুধিব বিচাৰিছে।

: ক মহী। প্ৰতিমাক কেনে লাগিল।

অনামী লাজত সি মূৰ ঘূৰালে।

(৮)

মূৰ ঘূৰাই মহীধৰ আচৰিত হ'ল।

প্ৰতিমা নহয়, সেইজনী তাৰ পত্নী কৌশল্যাহে। কাষত বোৱাৰীয়েক অহল্যা।

দুয়ো শাহুবোৱাৰী বৰাত পূজা অনুষ্ঠিত কৰা চালিখনৰ তলত সোমাল।

এই পূজাত পুৰুষে ভাগ নলয়।

সধবা নাৰীয়েহে কৰে। ব্ৰতীৰ বাহিৰে অন্যান্য নাৰীয়ে সাধু শুনাৰ লগতে দেৱী উক্‌নি বুঢ়ী তথা বনদুৰ্গাৰ আৰাধনা কৰি কৃপা ভিক্ষা কৰে।

পূজাৰ কিছুদিন আগতে ব্ৰতীয়ে নৈ বা পুখুৰীৰ এককাল পানীৰ তলৰ মাটি পানীত ডুব মাৰি সংগ্ৰহ কৰি 'বাঠ' নামৰ এখন বিশেষ ধৰণৰ পীৰাত থয়। তাত শইচৰ বীজ সিঁচে।

আজি অনুষ্ঠিত শাহুবোৱাৰীৰ বৰাত পূজাত পুৰোহিত হৈছে অন্নপেহী। অন্নপেহী বাল্যবিধবা। মানুহজনীয়ে যদিও মৃত্যুৰ ক্ষণ গণি আছে তথাপিতো বৰাত পূজাত পুৰোহিতালি কৰিব পাৰিলে গলগলীয়া কণ্ঠেৰে সাধু কয়। পেহী জীয়াই থকা দিনলৈ কৌশল্যাই হয়তো এই পূজা কৰিয়েই থাকিব।

মহীধৰৰ অনুভৱ হ'ল চালিৰ তলখন যেন আয়তীসকলেৰে ঠাহ খাই পৰিছে। আয়তীসকলৰ মুখ নিঃসৃত গুণগুণনিত সাধু কৈ থকা অন্নপেহীৰ গলগলীয়া কণ্ঠও মাজে মাজে তল পৰিছে।

তাৰ মাজতে কোনোবা এজনীয়ে কিবা এবাৰ ক'লে। লগে লগে গিৰজনি মাৰি হাঁহা

হাঁহিৰ কোলাহল এটা, চালিখনৰ তলৰ পৰা ভাঁহি আহিল। হাঁহিৰ গিৰজনিটোৰ মাজতে কেঁচুৱা এটিয়েও– "কোঁহা-কোঁহাকৈ কান্দি উঠিল।

প্ৰমিলাসকলৰ আচৰণত, অন্নপেহীৰ খং উঠিল হ'বলা। ধমকনি এটা মাৰি পেহীয়ে ক'লে–

ঃ হেৰৌ মৰতীহঁত। তহঁত দেৱীমাৰ পূজালৈ আহিছ, নে তোলনী বিয়ালৈ আহিছ? মনে মনে থাকিব নোৱাৰনে?

আয়তীসকল নীৰৱ হ'ল। কেচুৱাটোৱেহে কিছুসময়লৈ কান্দি থাকিল।

অন্নপেহীয়ে আকৌ সাধু ক'বলৈ আৰম্ভ কৰিলে।

মহীধৰৰ মন গ'ল, পূজাৰ থাপনাখন চাবলৈ। কিন্তু সি তালৈ যাব নোৱাৰে। এই সময়ত পুৰুষ মানুহৰ উপস্থিতি পূজা মণ্ডপত কোনোৱে নিবিচাৰে।

থাপনাখনৰ কথা কল্পনা কৰি মহীধৰ বেঞ্চখনতে লাংখাই পৰিল। মনৰ বাসনাৰ পৰিত্ৰাণ বিচাৰি তাৰ পৰাই কৌশল্যাক চাবলৈ আশা পালি ৰ'ল।

পূজা আৰম্ভ হোৱাৰ আগতে যে সি কৌশল্যা আৰু বোৱাৰীয়েক অহল্যাক দেখা নাছিল এনে নহয়। দুয়োজনীয়ে আজি পোহান বিয়া/পোহনি বিয়াত পিন্ধা আনাকাটা শাৰী পিন্ধিছে।

পোহান বিয়া অসমৰ সকলো ঠাইৰ ব্ৰাহ্মণসকলে পাতে নে নাপাতে মহীধৰে নেজানে। কিন্তু উত্তৰ কামৰূপৰ ব্ৰাহ্মণসকলৰ ঘৰত আজিকালিও কিছুমানে পাতে। সন্তানৰ নামকৰণ, অন্নপ্ৰাশন, চূড়াকৰণ, উপনয়ন আদিৰ দৰে ইয়ো এবিধ সংস্কাৰমূলক উৎসৱ। পণ্ডিত ব্ৰাহ্মণসকলে সদায় কয়– "জন্মনা জায়তে শুদ্ৰ, সংস্কাৰ দ্বিজ উচ্যতে।"

মহীধৰৰ মনত পৰিল বিয়াৰ নামত সি তিনিবাৰ কৌশল্যাৰ লগত বহিছে। প্ৰথম বহিছিল যেতিয়া তাইৰ বয়স হৈছিল দহবছৰ। সেইয়া আছিল আগবিয়া। তেতিয়া তাই ঋতুমতী হোৱা নাছিল।

নোৱাই তোলনী বা ঋতুমতী হোৱাৰ পিচত কৌশল্যাৰ সতে সি দ্বিতীয়বাৰ বিয়াত বহিছিল। তেতিয়া তাইৰ বয়সে তেৰ গৰকিছিল। সেইয়া আছিল স্থানীয় ভাষাত কোৱাৰ দৰে 'পাচবিয়া'।

তৃতীয়বাৰ বিবাহৰ নামত কৌশল্যাৰ সতে বহিছিল, যেতিয়া তাই তাৰ বীৰ্য্য বহন কৰি গৰ্ভৱতী হৈছিল। সেইয়া আছিল গৰ্ভধানৰ অষ্টম মাহত। এইখন বিয়াকে পোহান বিয়া বুলি কয়। এই বিয়াতে গৰ্ভৱতী মাতৃগৰাকীক পিন্ধিবলৈ দিয়া হয়, এখন বিশেষ ধৰণৰ আনাকাটা শাৰী। শাৰীখনত ৰঙা চন্দনেৰে লিখা হয় ভগবান বিষ্ণুৰ দহটা অৱতাৰৰ নাম আৰু অংকা হয় তেৰাই চাৰিখন হাতত লোৱা চাৰিবিধ অস্ত্ৰৰ ছবি। পিছলৈ পোহান বিয়াত পিন্ধা শাৰীখন সকলো মাতৃয়ে সন্তানৰ বা আন আন শুভকাৰ্য্যত পিন্ধে।

আজিও সিহঁত দুজনীয়ে সেই শাৰী পিন্ধিছে। কপালত লৈছে বাল্বনি বেলিৰ লেখিয়াকৈ সেন্দুৰৰ ফোঁট। দুয়োৰে ৰঙা বগা মুখমণ্ডলত সেন্দুৰৰ ফোঁটটোৱে যেনে বহন

সানিছিল, তাকে দেখি মহীধৰে তবধ মানিছিল।

ঃ মা হঁত। দেৱীমাৰ চৰণত মূৰ থ।

অন্নপেহীৰ কণ্ঠৰ গলগলীয়া মাত শুনি মহীধৰ উচপ খাই উঠিল। বেঞ্চখনত বহি লৈ কান পাতিলে।

'থক্, থক্ থক্ থক্'

কাঠৰ থাপনাত ধাতুৰ বস্তুৰে কৰা আঘাতৰ শব্দ ভাঁহি আহিল। মহীধৰৰ মনত পৰিল বৰাত পূজাৰ পুৰোহিতৰ হাতত থাকে এখন কাঁচি। সেইখনেৰে তেওঁ 'ষাঠ'খনত থক থকাই দি গায়—

ঃ উকনি বুঢ়ী জাগে

গৃহস্থৰ কাৰ্য্যত লাগে।

মহীধৰে এনে কাৰ্য্য কৰা স্বচক্ষে দেখা নাই। কৌশল্যাই হে তাক কৈছে। তাই তাক বৰাঙ্ক পূজাত কৰা বহুত কথাকে কৈছে।

মহীধৰে দীঘলকৈ উশাহ ল'লে।

অলসতাত অস্থিৰ হৈ পৰা দেহটোলৈ অকণ সুস্থ ভাব আহিল। চকু মুদি উকণি বুঢ়ীক চিত্ত কৰি মনেৰে প্ৰণাম জনালে। যেতিয়া সি চকু মেলিলে তেতিয়া আশ্চৰ্য্যত হতবাক হৈ পৰিল।

নাই। সি ইমান সময়ে দেখি থকা চালিখন আগৰ ঠাইত নাই। সেই ঠাইত আছে এটি ধোঁৱাৰ কুণ্ডলী। কুণ্ডলীটো অকাই পকাই আকাশলৈ উঠি আছে।

ৰ' লাগি কুণ্ডলীটোলৈ চাই ৰ'ল সি।

হঠাৎ সেইটোৰ ঘনত্ব কমিল আৰু তাৰ আবৰণ ভেদ কৰি, সি মূৰ্তিসজা চালিখন ওলায় পৰিল। এতিয়াৰ চালিখনত আৱৰেৰ নাই। চাৰিটাখুটাত টিনৰ চালিখন বৈ আছে আৰু তাৰ তলত আছে হেজাৰ হেজাৰ মৃন্ময় মূৰ্তি। মূৰ্তিবোৰ যেন সময় যোৱাৰ লগে লগে চঞ্চল হৈ উঠিছে। নিজৰ মাজতে কিবা কিবি কৈ আছে। এনে লাগিল সিহঁতক যেন কোনোবাই নেতৃত্ব কৰিছে। আৰু সেই নেতা বা নেতৃৰ নিৰ্দেশ মানি, মূৰ্তিবোৰ ক'ৰবালৈ যাব ওলাইছে।

হয়। সি ভবা কথাটোৱে হ'ল।

শাৰী পাতি মূৰ্তিসমূহ চালিখনৰ তলৰ পৰা ওলাই আহিব ধৰিলে; আৰু সিহঁতক নেতৃত্ব দিছে পূৰ্ববঙ্গৰ প্ৰতিমাই। প্ৰতিমা সন্যানিতে।

কিবা এক অজান ভয়ত মহীধৰৰ বুকুখন কঁপি উঠিল। প্ৰতিমাক দেখি এনে লাগিল সি যেন ক'ৰবালৈ পলাই যাব। নতুবা চিঞৰি চিঞৰি ক'ব, "ফাঁট দিয়া বসুমতী পাতালে লুকাওঁ।" ভয়ত সি চকু মুদিলে।

তেনেদৰেও বৈ থাকিব নোৱাৰিলে মহীধৰ।

প্ৰতিমাক সন্মুখত লৈ নোচোৱাকৈ থাকিব নোৱাৰে।

সি চকু মেলিলে। আকৌ এক পৰম আশ্চৰ্য্যৰ মুখামুখি হ'ব লগা হ'ল। মূৰ্ত্তিবোৰক নেতৃত্ব দিয়া প্ৰতিমা নাই। নাই মূৰ্ত্তিবোবো। প্ৰতিমাৰ ঠাইত থিয় হৈ আছে অন্নপেহী। পেহীৰ মুখখন বিষাদত ম্ৰিয়মান। পেহীও ধীৰে ধীৰে তাৰ ওচৰলৈ আগবাঢ়ি আহি আছে।

চালিখনক আকৌ কিছুমান ধোঁৱাই আঁৱৰি ধৰিলে তাৰ পিচত অন্নপেহীক....। অন্নপেহী হেৰাই গ'ল।

মহীধৰে দুচকু মোহাৰিলে।

চকুৰ পৰা হাত দুখন আতৰোৱাত আকৌ মূৰ্ত্তিসজা চালিখন ওলাই পৰিল। এইবাৰ আৰবেৰ থকা। ভিতৰত শুনা গ'ল আয়তীসকলৰ কণ্ঠ নিসৃত গুণগুণনি।

অন্নপেহীৰ গলগলীয়া মাত ভাঁহি আহিল।

ঃ আইসকল, উৰুলি দিয়া।

জাউৰীয়ে জাউৰীয়ে উৰুলি ধ্বনি ভাঁহি আহিবলৈ ধৰিলে।

হঠাৎ মহীধৰে সাৰ পালে।

মনটোক টোপনিৰ জালৰ পৰা আঁতৰাবলৈ অলপ সময় লাগিল। চকু মেলি কৌশল্যালৈ চালে। তাৰ পিনে মুখ কৰি শুই আছে। সি শোৱাৰ পিচত কেতিয়া যে তাই আহিল কাষত শুলে গমকে নাপালে।

এতিয়া গভীৰ টোপনিত।

এতিয়াও ভাহি আহি আছে উৰুলিৰ ধ্বনি। কোনে বাৰু ক'ত উৰুলি দিছে? সিতো ডিংডিঙি গাঁৱত নাই। তাৰ ঘৰত উত্তৰ কামৰূপৰ লুপ্ত হোৱা নাৰীসংস্কৃতি ৰৰাত পূজাও অনুষ্ঠিত হোৱা নাই। তেনেহ'লে?

মাজনিশা গুৱাহাটী মহানগৰীৰ বুকুত বাৰু?

হঠাৎ মহীধৰৰ মনলৈ আহিল ৰাস্তাৰ কাষৰ ওখ গছ এজোপাৰ কথা। শৰৎ কালৰ সোণ সনা জোনাক নিশা গছৰ ডালত পৰি ফেঁচা চৰায়ে এনেদৰে উৰুলি দিয়া ডিংডিঙি গাঁৱত থাকোঁতে শুনিছিল। শুনিছিল প্ৰায় নিশাতে 'জী উঠ', 'পো উঠ'কৈ মতা। এনেদৰে ফেঁচাই মাতিলে আগৰ দিনত গাঁৱৰ বুঢ়া-বুঢ়ীয়ে কৈছিল কিবা এক মাঙ্গলিক কাৰ্য্য ঘৰত অনুষ্ঠিত হ'ব বুলি। এতিয়া বাৰু কি হ'ব? এইখন ঘৰৰ পৰা সিতো আঁতৰি যাব ওলাইছে?

মহীধৰে বুজিলে ফেঁচাৰ উৰুলিৰ আঁত ধৰি এটা সপোনহে দেখিছিল।

(৯)

সপোন ভগাৰ পিচত মহীধৰৰ যে টোপনি ভাগিল তাৰ পিছত আৰু টোপনি নাহিল। কৌশল্যাৰ টোপনি নভগাকৈ কেৱাবাৰো ইকাতি-সিকাতি হ'ল।

মনটো উৰি গ'ল আকৌ উত্তৰ কামৰূপলৈ নলবাৰী জিলাৰ ৰৰভাগ অঞ্চললৈ তথা

ডিংডিঙি গাঁৱলৈ।

এই ডিংডিঙি গাঁৱৰ আকাশত প্ৰতিদিনে পুৱা সূৰ্য্যে সোণালী ৰহন ছটিয়াই আবেলি সানে সেন্দুৰীয়া বোল।

ডিংডিঙি গাঁৱক আবৰি ৰখা বৰভাগ অঞ্চলৰ প্ৰায়ভাগ মানুহেই আৰ্য্যমূলৰ। সেইবাবেই এওঁলোকে কৃষিকাৰ্য্য কৰি ভাল পায়। কৃষিকাৰ্য্যৰ লগত জড়িত ধৰ্ম আৰু সংস্কৃতিয়েই প্ৰধান।

বৰভাগ অঞ্চলটো যে অতীজৰে পৰা আৰ্য্যবৰ্ত্তৰ লগত ঘনিষ্ঠভাবে জড়িত হৈ আছিল- তাৰ প্ৰমাণ পোৱা যায় কৌটিল্যৰ অৰ্থশাস্ত্ৰ নামৰ পুথিখনত। সূবৰ্ণকুণ্ড বা অৰ্থশাস্ত্ৰত উল্লেখ কৰাৰ দৰে আজিও বৰভাগ অঞ্চলত নাহৰ বকুল লিচু আৰু বটগছ দেখিবলৈ পোৱা যায়।

সোনকুৰিহাতে ফিঙুৱা নামৰ ৰজা এজনেও হেনো গড় সজাইছিল। গড়ৰ ভিতৰত ৰাজধানী পাতি উত্তৰ কামৰূপ শাসন কৰিছিল। এতিয়া অৱশ্যে সেই গড়ৰ চিনচাব নাই। পাগলদিয়াৰ বানে সেই গড় মহতিয়াই ভাঙি নিলে। ফিঙুৱা ৰজাই সজা গড় আৰু ৰাজধানীৰ কথা কিংবদন্তিত পৰিণত হ'ল।

অৱশ্যে আৰ্য্যবৰ্ত্তৰ মথুৰালৈ অহা-যোৱা কৰা মথুৰা চলা পথৰ অৱশিষ্ট অংশ ডিংডিঙি গাঁৱৰ পূব দিশত এতিয়াও আছে।

অতীজৰে পৰা মানুহখিনিয়ে সংস্কৃত বিদ্যা আহৰণৰ বাবে বৰ আগ্ৰহী আছিল। বেদ-বেদান্তত নিহিত জ্ঞান সমূহেৰে ভৱিষ্যতৰ সন্তানসকলক শিক্ষা দিবলৈ কেবাখনো গাঁৱৰ অন্তৰে অন্তৰে একোখন সংস্কৃত টোল পাতিছিল। সেই টোলত থাকিয়ে ছাত্ৰসকলে শিক্ষা আহৰণ কৰিছিল। বেদজ্ঞ পণ্ডিতসকলৰ পৰা জ্ঞান আহৰণ কৰাৰ মানসেৰে প্ৰতিজন ছাত্ৰই সন্ধিয়া চাকি বন্তি জ্বলাই টোলৰ মজিয়াত গাইছিল—

ঃ গুৰু ব্ৰহ্মা, গুৰু বিষ্ণু, গুৰুৰ্দেৱ মহেশ্বৰ—

আৰু গাইছিল—

ঃ সৰস্বতী মহাভাগে বিদ্যে কমল লোচনে

বিশ্বৰূপে বিশালাক্ষী বিদ্যাংদেহী নমোস্তুতে।

সফলো হৈছিল এই সকল ছাত্ৰ। বেদোক্ত কৰ্মত পাৰ্গত হিচাবে তেওঁলোকৰ সন্মান গোটেই ভাৰতে বিয়পি পৰিছিল। এই সুবাদৰ বাবেই পূৰ্ববংগৰ ৰংপুৰৰ ৰজাই ৰাজপুৰোহিতৰ সন্মান যাচি মতাই নিয়াইছিল, ডিংডিঙি গাঁৱৰ ব্ৰাহ্মণ এজনক। বিজন আছিল মহীধৰৰ পূৰ্বপুৰুষসকলৰ এজন।

সময় বাগৰি গ'ল।

ৰংপুৰতো ৰজা নোহোৱা হ'ল।

মহীধৰহঁত কিন্তু বংশানুক্ৰমিকভাবে ৰংপুৰৰ ৰজাঘৰ তথা প্ৰজাঘৰৰ এচাম মানুহৰ ঠাকুৰ তথা পুৰোহিত হৈয়ে থাকিল। তাৰ দেউতাক সেই সূত্ৰেই ৰংপুৰত আছিল। আছিল গোলনা

কালীগঞ্জ নামৰ গাওঁখনত ব্ৰহ্মোত্তৰ মাটি এটুকুৰাত বহা এটি সাজি।

দেউতাকৰ মৃত্যুৰ পিচত মহীধৰো গোলনা কালীগঞ্জৰ বহাত উঠিছিলগৈ।

সেইয়া অৱশ্যে বহুবছৰ আগৰ কথা। তাক যৌৱনে চোৱা দিনৰ কথা। কাৰণ সেই বয়সতে তাত থাকি চিন্তা কৰিবলগীয়া হৈছিল— অন্ন আৰু বস্ত্ৰৰ।

এতিয়া মহীধৰে অন্ন বস্ত্ৰৰ চিন্তা কৰিব নেলাগে। নেলাগে বাসস্থানৰ চিন্তা কৰিবলৈও।

এতিয়া তাৰ দুখন ঘৰ। এখন সি ওপজা গাওঁ ডিংডিঙিত। আনখন গুৱাহাটী মহানগৰীত। তথাপি আজিও সি শান্তি পোৱা নাই। পৰম শান্তিৰে এমুমটি মাৰিব পৰা নাই। খাব খুজিও জুতি লগাকৈ এসাঁজ ভাত মনৰ সুখেৰে খাব পৰা নাই।

মহীধৰৰ মাকলৈ মনত পৰিল। মনত পৰিল মাকে বিভিন্ন দিনত খাবলৈ বুলি তাৰ ভাতৰ পাতত দিয়া মাটি-মাহ, খেচাৰি, দাইল বটা, পোৰা মাছ তেল নিমখৰে সানি দিয়া, কোমল কচুপাত জুই দি জলকীয়াৰ স'তে পিতিকি দিয়া কথা। এইবোৰ ক'ত যে হেৰাল এতিয়া? সেই সময়ত বাঁহৰ চাঙত কেঠা পাৰি শোওঁতে যেনেদৰে টোপনি আহিছিল ঠিক তেনেদৰে আজিচোন গভীৰভাৱে টোপনি নাহে।

অথচ তাৰ এতিয়া নাই কি?

পুতেক পৰাশৰ অসম চৰকাৰৰ বিয়াগোম বিষয়া। তাৰ নাই ধনৰ অভাৱ নাই বস্তুৰ অভাৱ। আজি মহীধৰে শুব পাৰিছে মেহগনি কাঠৰ পালেঙত। বাঁহৰ চাঙত নহয়। আজি তাৰ বিছনাত আছে ব্যয়বহুল সামগ্ৰীৰে তৈয়াৰ কৰা কুছন। ফটা ছিটা কাপোৰেৰে চিলোৱা কেঠা নহয়।

তথাপি মহীধৰৰ অশান্ত মন। নিশা বিছনাত পৰিলেই কোনোবাই যেন কাণে কাণে কয়-

ঃ সাৱধান হ মহীধৰ। তোৰ দেহাটোৱে কৰ্ম কৰিব পৰা হৈ থকালৈকেহে তই সকলোৰে মৰম পাবি। তাৰ পিচতো যদি। তই জীয়াই থাক তেনেহ'লে টকাৰ লোভত দৌৰা মানুহবোৰৰ বাবে তই হ'বি এটি আৱৰ্জনা। ধনী লোকসকলে টকা খৰচ কৰি হ'লেও আৱৰ্জনা দূৰৈত থৈ অহাৰ দৰে তোকো হয়তো কোনো বৃদ্ধাশ্ৰমত থৈ আহিব।

কথাবোৰ মনলৈ অহাত উচপ খাই উঠিল মহীধৰ।

সি আকৌ এবাৰ বাগৰ সলালে।

কৌশল্যাৰ সতে মুখামুখি হ'ল সি।

তাই নিশ্চিন্ত মনে টোপনিত লালকাল হৈ পৰি আছে। সি আছে বাবেই হয়তো নিশ্চিন্ত মনে টোপনি গৈছে। জীৱনটোক অতি সহজভাৱে লৈছে।

কিন্তু আজি সন্ধিয়া। আজি সন্ধিয়া তাইৰ কি হৈছিল? কিয় তাই তাৰ ওচৰ চাপি কিচ্‌কিচকৈ কৈছিল— গাঁৱলৈ উভতি যোৱাৰ কথা। তেতিয়া সি তাইক একো এটাই সুধিব নোৱাৰিলে। পাকঘৰৰ কামকাজ সামৰি কেতিয়া তাই তাৰ কাষত শুবলৈ আহিল তাক

জগাইও সেই কথা নকলে। এতিয়া বাৰু সি তাইক জগাই সেই কথা সুধিব নেকি?

ঃ নাই বেচেৰী শোৱক। ভাবিলে মহীধৰে। দিনৰ দিনটো পাকঘৰত সোমায় থাকোতেই যায় যেতিয়া।

মহীধৰৰ চকুৰ টোপনি হৰিল।

ঃ হয় সি জীয়াই থকালৈকে মানুহজনীয়ে এনেদৰে নিশ্চিন্ত মনে শুব পাৰিব। কিন্তু সি যদি নেথাকে? এই ঘৰখনত এতিয়া মানুহজনীৰ প্ৰতি যি স্নেহ সেই স্নেহক সাৰথি কৰি এনেদৰে জানো শুব পাৰিব। নে অন্নপেহীৰ দৰে গাঁৱৰ ঘৰখনত কৌশল্যাই অকলশৰে থাকিব লাগিব?

অন্নপেহীৰ কথাই মহীধৰৰ মনটো ভাৰাক্ৰান্ত কৰি তুলিলে।

(১০)

অন্নপেহী। অন্নপেহী।

মহীধৰৰ মানস পটত ভাঁহি উঠিল অন্নপেহী থকা ঘৰটোৰ ছবি। আনৰ মাটিৰ ওপৰত থকা দুটা কোঠালিৰ এটা ঘৰ। এটা কোঠালিত শোৱা বিছনা। আনটোত কৰে বন্ধাবঢ়া। শৈশৱৰে পৰা পেহীৰ চোতালত ঘৰৰ মজিয়াত সি বহুদিন বহিছে। ঘৰৰ মজিয়াত বহি বহুদিন ভাত খাইছে। সি কৰিব পৰা কাম কৰি দি পেহীক সহায় কৰি দিছে। পেহীৰ পৰা বহু কথা শিকিছে।

মানুহজনী তাতকৈ কেইবছৰমানহে বয়সত ডাঙৰ আছিল। কিন্তু সি বুজা হোৱাৰ আগতে পেহী বিধবা হৈছিল। সি বুজা হোৱাৰ পিচৰে পৰা জানিব পাৰিছিল পেহীয়ে সকলো মানুহৰ ঘৰত নাখায়। ৰঙীন কাপোৰ নিপিন্ধে। পিন্ধে বগা সাজ। তাৰ মাকৰ দৰে কপালত সেন্দুৰৰ ফোঁট নলৈ বগা চন্দনৰ ফোঁটহে লয়।

অন্নপেহীয়ে কিয় এইবোৰ কৰে?

ডিংডিঙি গাঁৱৰ আন নাৰীৰ দৰে কিয় নহয় অন্নপেহী?

মনৰ খুদুৱনী আঁতৰাবলৈ এদিন মাকক সুধিছিল

ঃ মা। অন্নপেহীয়ে কিয় শিৰত সেন্দুৰ নলয়?

প্ৰথমতে মাকে তাক এৰাই চলিব বিচাৰিছিল। কিন্তু সি পেঘেনিয়াই সুধি থকাৰ পিচত কৈছিল—

ঃ নলয় আৰু।

ঃ পেহীয়ে হেনো মাছ-মাংসও নাখায়।

ইয়াৰ পিচতহে মাক সচেতন হৈছিল। তাৰ মুখলৈ কিছুসময় চাই থাকি কিবা বুজিবলৈ যত্ন কৰি কৈছিল,-

: তেওঁ যে বিধবা।

: মানুহ বিধবা কিয় হয়?

: গিৰিয়েক ঢুকালে।

: গিৰিয়েকনো কেনেকে হয়?

প্ৰশ্ন শুনি মাকে খিলখিলাই হাঁহি উঠিছিল। তেনেদৰে হঁহাৰ সময়ত তাৰ মাকৰ মুখৰ ছবি আজিও মনৰ পৰা মচ খোৱা নাই।

মুখৰ হাঁহি সামৰি মানুহজনী আগবাঢ়ি আহিছিল। তাক বুকুৰ মাজত সাবটি ধৰি, মূৰৰ চুলিৰ মাজত আঙুলি বুলাই মাতত চেনেহ সানি কৈছিল—

: সোণটো মোৰ। তুমি যেতিয়া ডাঙৰ হ'বা তেতিয়া তোমাৰ দেউতাৰ সতে আলচ কৰি এজনী ধুনীয়া ছোৱালী চাম। সেইজনীক বিয়া কৰালে তুমিও গিৰিয়েক হ'বা।

: মোৰ বিয়া?

: ওঁ তোমাৰ বিয়া। বিয়া কৰোৱাৰ পিচতহে ল'ৰা মানুহ গিৰিয়েক হয়।

: তাৰ মানে মোৰ দেউতাও?

: ও।

: মা অন্নপেহীৰ গিৰিয়েকৰ দৰে মোৰ দেউতাও যদি ঢুকাই তেন্তে তুমিও.....

হঠাৎ যেন ক'ৰবাত বজ্ৰপাত হৈছিল।

এন্ধাৰে মহীধৰৰ চকুৰ আগত খেলা কৰিছিল। সি উশাহ ল'ব পৰা নাছিল। মুখেৰে গোঁ গোঁ শব্দ কৰিব লগা হৈছিল। কিয় এনে হৈছে বুজি পোৱাৰ সময়ত দেখিছিল মাকে তেওঁৰ হাতৰ তলুৱাৰে তাৰ নাক আৰু মুখত সোপা মাৰি ধৰিছে।

সি মাকৰ হাতখন আঁতৰাবলৈ দুহাতেৰে জোৰ কৰি মাকৰ মুখলৈ চাইছিল। লক্ষ্য কৰিছিল মাকৰ মুখৰ বিনন্দিয়া হাঁহিটো হেৰাই গৈছে। তাৰ ঠাইত বিৰাজিছে কলা মেঘৰ ছাঁ। দুচকু ৰঙা পৰিছে, সেই ৰঙা ৰঙ আঁতৰাবলৈ দুনয়নত দম বান্ধিছে অশ্ৰুকণাই। সেই কণাবোৰ দুগাল তিয়াই ওঠলৈ নামিছে।

সিদিনাৰ পৰা সি আৰু মাকক অন্নপেহীৰ কথা সোধা নাই। এতিয়া পেহীৰ বিষয়ে যিখিনি জানে সেইয়া পেহীৰ মুখৰ কথা। পেহীয়ে কোৱা মতে ভালেমান গা-ধন লৈ পেহীক হেনো মাক-দেউতাকে তিনিবছৰ বয়সতে কোনোবা এজন যুবকৰ সতে বিয়া পাতি দিছিল। যিমান ধন পেহীৰ মাক-দেউতাকে দৰাঘৰৰ পৰা লৈছিল সিমান ধন হেনো দহজন পুত্ৰসন্তানে বছৰদিয়েকত আৰ্জিব নোৱাৰে।

পেহীয়ে কোৱামতে তাহানি অসমত হেনো ভাল ঘৰৰ ব্ৰাহ্মণ ছোৱালী পোৱা নগৈছিল। বিকেইজনী উপজিছিল সেইকেইজনীক আকৌ আগতীয়াকৈ গা-ধন দিব লগা হৈছিল। সেয়ে হয়তো তেতিয়াৰ মানুহে প্ৰবচন এটি উলিয়াইছিল— "দশপুত্ৰ সমকন্যা" বুলি।

পেহীৰ বয়স তেতিয়া পাচ। ডিংডিঙি গাঁৱত সেই ভয়াবহ আৰু দুখলগা খবৰটো

বিয়পি পৰিল। পেহীয়ে হেনো তেতিয়া সমনীয়াৰ স'তে ওমলি আছিল। সেই ঠাইৰ পৰায়ে মাকে চুলিত ধৰি টানি নিজৰ চোতাললৈ লৈ আহিল। ওৰে বাটে তাইৰ পিঠিত ঔ কিল পাৰিলে। নিজৰ কপাল নিজে খোৱা বুলি পেহীক গালি পাৰিলে আৰু নিজেও হিয়া ঢাকুৰি কান্দিলে।

সিদিনা ক'ৰপৰানো কি হ'ল পেহীয়ে বুজা নাছিল।

চোতালত থিয় কৰাই সেওঁতা আৰু কপালৰ সেন্দুৰ মচি দি হাতে গলে পিন্ধি থকা সোনৰূপৰ অলঙ্কাৰ খুলিব লোৱাত পেহীয়ে হেনো হাত ভৰি আচাৰিছিল। খুলি নিদিবলৈ বুলি চিএঁৰি চিএঁৰি কান্দিছিল। কিন্তু পেহীৰ কান্দোনলৈ কোনেও কৰ্ণপাত কৰা নাছিল। বৰঞ্চ পিন্ধি থকা কাপোৰযোৰো খুলি পিন্ধিবলৈ দিছিল এযোৰ বগা সাজ।

তাৰ পিচৰে পৰাই পেহীয়ে পালন কৰিবলগীয়া হৈছিল, ব্ৰাহ্মণ বিধবাৰ কঠোৰ নীতি নিয়ম। একাদশী, অমাবস্যা, পূৰ্ণিমা আদি তিথিত ব্ৰত ৰাখিবলগীয়া হৈছিল। কঠোৰ নিয়ম নীতিৰ মাজেৰে, ব্ৰত উপাসনাৰ মাজেৰে যৌৱনৰ আশা আকাঙ্খাক মৰিমূৰ হ'বলৈ দিছিল।

যৌৱনৰ হেঁপাহ প্ৰেম ভালপোৱা এইবোৰৰ পৰা পোৱা আনন্দৰ কথা পেহীয়ে যেন জানিও নাজানিছিল।

এতিয়া বৰভাগত পেহীৰ দৰে বাল্যবিধবা নাই। বৰ্তমানৰ ব্ৰাহ্মণসকলে পুষ্পিতা হোৱাৰ আগতে কোনেও নিজৰ ছোৱালীৰ বিয়া নেপাতে। উন্নত চিকিৎসা পদ্ধতিয়ে মানুহৰ মৃত্যুৰ হাৰো কমাইছে। কমিছে বিধবাৰ সংখ্যা। এনে সংখ্যা কমোৱাত বিধবা বিবাহেও কিছু পৰিমাণে অৰিহণা যোগাইছে।

কিন্তু বৰ্তমান সমাজত যুবক-যুৱতীসকলৰ মাজত দেখা দিয়া যি অবৈধ যৌন কেলেঙ্কাৰী, তাৰ হাৰ জানো কমিছে? শিক্ষা-দীক্ষা লাভ কৰাৰ পিচতোচোন মানুহে নাৰীৰ ওপৰত কৰা ধৰ্ষন, বলাৎকাৰ, অবৈধ গৰ্ভপাতৰ সংখ্যা বাঢ়িছে। কিয়? অবৈধ গৰ্ভপাত কৰি কিয় আজিৰ এচাম মানুহে এচাম নাৰীয়ে নিজ পত্নী পুত্ৰীক সতী সজাই ৰাখিবলগীয়া হৈছে?

ইয়াৰ বিকল্প নাইনে?

নে শিক্ষিতৰ মুখা পিন্ধি আজি এচাম মানুহে অতীতলৈ গুচি গৈছে। আদিম কালৰ বৰ্ব্বতাৰ পোছাক পিন্ধি মানুহে ভাবিবলৈ লৈছে— বহুদূৰ আগবঢ়া বুলি।

মহীধৰৰ মানস পটত ভাহি উঠিল ডিৰডিন্তি গাঁৱত কৰি অহা এখন বিচাৰৰ কথা।

(১১)

এখন অসবৰ্ণ বিবাহ।

বৰ্তমান সময়ত অসবৰ্ণ বিবাহ এখন অনুষ্ঠিত হোৱাটো একো ডাঙৰ কথা নহয়। জাতি-উপজাতিৰ মহামিলন ঘটিবলৈ ওলোৱা যুগত সময় বিবাহ এখন গাওঁ যেন হৈ পৰাৰ

সময়ত এনে কথা কাৰোবাৰ আগত ক'লে হ'ব মূৰ্খৰ পৰিচয় দিয়া কথা।

কাৰ অন্তৰত প্ৰেমভাব নোপজে? কোন প্ৰেমত নপৰে? প্ৰেমত পৰাৰ পিচত প্ৰেমিকাৰ জীৱনত কলঙ্কৰ বোজা জাপি দিয়াটোক জানো স্বীকৃতি দিব পাৰি? পুৰুষ হ'লেই নিৰ্দোষ হয়নে? নাৰী মাত্ৰেই কুচৰিত্ৰৰ নে? কোন নাৰীয়ে বিচাৰে প্ৰেমাস্পদৰ বাহিৰে আনপুৰুষৰ ওচৰত সকলো উজাৰি দিবলৈ?

সাক্ষীবাদী সচানে? নে জীৱনে হেকেওবাটো সঁচা?

প্ৰেমিক প্ৰেমিকাৰ মহামিলন হে সত্য। তাত সৱৰ্ণ বা অসৱৰ্ণৰ কথা কেনেকৈ আহে। সৱৰ্ণ আৰু অসৱৰ্ণৰ মাজত নাৰী পুৰুষৰ মিলনযে আজিহে হৈছে এনেতো নহয়।

দ্বাৰকাৰ শ্ৰীকৃষ্ণ আহিছিল কুণ্ডিল নগৰীলৈ।

অনিৰুদ্ধ আহিছিল উষা নগৰীলৈ।

এনে আৰু অনেক উদাহৰণ আছে। বিচাৰিলেই পোৱা যাব। তেনেস্থলত নলবাৰী জিলাৰ বৰভাগ অঞ্চলৰ ডিংডিঙি নামৰ ভিতৰুৱা গাওঁ এখনত ব্ৰাহ্মণ আৰু ৰাজবংশী সন্তানৰ মাজত গঢ়ি উঠা প্ৰেমৰ বাবে বিয়া এখন হোৱাত বাধা ক'ত?

তথাপি বাধা আহিল।

মহীধৰেও সেই বিয়াখনত সমৰ্থন জনাব পৰা নাছিল। বিয়াখন হ'লে অঞ্চলটোৰ যুৱক-যুৱতীসকলৰ মাজত যৌৱনৰ উন্মত্ততাক লাই দিয়া হ'ব বুলি ভাবিছিল।

যিখন গাঁৱত অন্নপেহীয়ে জীৱনৰ যৌৱনৰ সকলো আনন্দ সমাজত শৃংখলতা বজায় ৰাখিবলৈ তিল তিলকৈ দান কৰিছিল সেইখন গাঁৱৰে এহাল উশৃংখল যুৱক-যুৱতীক বিবাহ নামৰ এটি অনুষ্ঠান পাতি সমাজৰ ভাল মানুহৰ মাজত স্থান দিবলৈ মনে প্ৰাণে উচিত বুলি ভবা নাছিল।

কিন্তু সত্য ঘটনা এটিক অসত্য বুলি ক'ব খোজা সকলকো লাই দিব বিচৰা নাছিল।

ডিংডিঙি গাঁৱৰ সমাজ ব্যৱস্থাতযে ঘূণ লাগিছে সিদিনাই সেই কথা অনুভৱ কৰিছিল। বশিষ্ঠ গোত্ৰীয় ব্ৰাহ্মণ সন্তানৰ স্খলন দেখি তাৰ মন মৰহিছিল।

পিচত সেইখন গাওঁত আৰু বহু নহ'বলগীয়া কথা হ'ল। অনেক নঘটিব লগীয়া ঘটনা ঘটিল তাৰ ঘৰখনত তাৰ জীৱনত। কোনো এটাতে বাধা দিব নোৱাৰিলে।

কথাবোৰ মনলৈ অহাত বুকুখন গধুৰ হ'ল।

উশাহ ল'বলৈ যেন টান পালে।

বিছনাৰ পৰা নামো বুলি এবাৰ ভাবিলে যদিও নানামিল। দুয়োখন হাত বুকুৰ ওপৰত আলফুলে থৈ এন্ধাৰে খেল খেলি থকা কোঠাটোতে চকু ফুৰাই উভতি চালে অসৱৰ্ণ বিবাহ অনুষ্ঠিত হোৱা নিশাটোলৈ।

ডিংডিঙি গাঁৱৰ মাজত চৰকাৰী মাটি এটুকুৰা আছে। তাতেই স্বাধীনতাৰ পিচত গাঁৱৰ বাইজে আৰম্ভ কৰিছিল প্ৰাথমিক বিদ্যালয় এখন। সেইখন পিচলৈ স্থানান্তৰ কৰা হয় জয়পাল

দেৱালয়ৰ ওচৰলৈ। বিদ্যালয়ৰ খালি ঘৰটোত কেইজনমান উদ্যমী যুৱকে আৰম্ভ কৰে এটি পুথিভঁৰাল— শ্ৰীশ্ৰীজয়পাল পুথিভঁৰাল।

পুথিভঁৰালৰ চোতালতেই সিদিনা বিচাৰ বহিছিল। মহীধৰেই সিদিনা প্ৰধান মেলেকি অৰ্থাৎ বিচাৰপতি হ'বলগীয়া হৈছিল।

গুচৰীয়া আছিল ৰাজবংশী সম্প্ৰদায়ৰ যতীন দাস। পদকীয়া ব্ৰাহ্মণ সম্প্ৰদায়ৰ মহেন্দ্ৰ চক্ৰবৰ্তী।

গুচৰীয়াৰ অভিযোগ মহেন্দ্ৰ চক্ৰবৰ্তীৰ ল'ৰা ৰাজীৱ চক্ৰবৰ্তীয়ে হ'ল যতীন দাসৰ ছোৱালী জয়মতী দাসৰ ফুলচুৰি দোষত দোষী। ছোৱালীজনীৰ প্ৰতি দায়বদ্ধ হৈ সমাজে উচিত বিচাৰ কৰি দিব লাগে।

গুচৰীয়া আৰু পদকীয়াই নিজৰ নিজৰ সাক্ষী বাদী পেচ কৰিলে। সাক্ষী বাদীৰ কথা শুনি এন্ধাৰৰ মাজত লৰৰি-ধাপৰি ফুৰা সন্ধিয়াৰ বতাহজাকেও যেন লাজ পালে।

পৰিবেশটো থমথমীয়া হৈ পৰিল।

কোনেও একো যেন বুজিব নোৱাৰা হ'ল।

বিচাৰক তথা সমজুৱাই ইজনে সিজনলৈ চালে।

ঠিক সেই সময়তে ডিংডিঙি গাঁৱৰ মানুহৰ বাহনিৰ মাজত সমবেত শিয়াল এজাকে হোৱা দিবলৈ আৰম্ভ কৰিলে। বিচাৰক তথা সমজুৱা সকলক যেন চিএৰি চিএৰি সুধিবলৈ ধৰিলে-

: ক্যা হুৱা? হুৱা হুৱা হুৱা ক্যা? ক্যা? ক্যা?

উত্তৰ নাপাই শিয়ালৰ জাকটোৱে যেন লাজ পালে। সিহঁত আকৌ নীৰৱ হ'ল।

সেই নীৰৱতাক থানবান কৰি ভাঁহি আহিল বৈ বৈ নাৰীৰ কণ্ঠৰ উচুপনি। উচুপনি শুনিও কোনেও একো নামাতিলে। মূৰ তল কৰি সকলোৱে মাথো বহি ৰ'ল।

জয়মতী দাস। ব্ৰাহ্মণ সন্তান ৰাজীৱ চক্ৰবৰ্তীৰ প্ৰেম জখলাত বগোৱা এজনী গাভৰু। ৰাজীৱৰ মন ভুলোৱা কথা তথা তাৰ দেহজাত কামনাৰ চিকাৰ। তাৰ পৰিণতিত অবিঐ অৱস্থাতে এতিয়া তাই মাতৃ হ'ব। সমাজৰ দৃষ্টিত আজি তাই পতিতা।

সাক্ষীবাদীৰ কথা শুনি এনে লাগিল জয়মতীয়ে মিচাকৈয়ে ৰাজীৱক দোষী কৰিব বিচাৰিছে। ৰাজীৱ নিৰ্দোষী। তাই এই কলঙ্কৰ বোজা জাপি লৈছে অন্য কোনো পুৰুষৰ সৈতে যৌন কামনাত লিপ্ত হৈ।

ৰাজীৱ ব্ৰাহ্মণকুলত ওপজা যুৱক। ব্ৰাহ্মণ কুলত ওপজা ডিংডিঙি গাঁৱৰ কোনো যুৱকেই আজিলৈ এনে অপকৰ্মত লিপ্ত হোৱা কোনো নজিৰ নাই। পুৰোহিত মহেন্দ্ৰ চক্ৰবৰ্তীৰ তেজ শৰীৰত লৈ ওপজা ৰাজীৱ নামৰ যুৱকজনে এনে অপকৰ্ম কৰা বুলি ভাবিবও নোৱাৰি।

ব্ৰাহ্মণ অধ্যুষিত গাওঁখনৰ বিচাৰকসকলৰ মন লাহে লাহে যেন ৰাজীৱৰ পিনে হালিবলৈ ধৰিলে। মনৰ ভাববোৰ একত্ৰিত হ'বলৈ গতি ল'লৈ বিচাৰকসকলৰ চৌপাশে বিয়পি থকা এন্ধাৰবোৰৰ দৰে।

সত্য ঘটনা এটি বাকচতুৰ সাক্ষীবাদীৰ বাবে অসত্যৰ মঞ্চলৈ গতি লোৱা দেখি জয়মতীৰ হিয়া ভাগিল। দুচকু ভৰি লোতক নামিল। একো যেন মনিব নোৱাৰে। এইবোৰ কাৰণতে তাইৰ বুকুৰ মাজত খুপখোৱা বেদনাখিনি উচুপনি হৈ ওলায় আহিল। উচুপনিবোৰ এসময়ত কান্দোনলৈ পৰিবৰ্তিত হ'ল। তাইৰ হিয়াভগা কান্দোন শুনি বিচাৰক তথা সমজুৱাসকলৰ মনো বিষাদেৰে ভৰি পৰিল। সন্ধিয়াৰ নীৰৱতাৰ স'তে মিতিবালি পাতি তেওঁলোকো যেন নীৰৱ হৈ পৰিল। তাইক সান্ত্বনা দিবলৈ ভাষা হেৰুৱালে।

হঠাৎ নীৰৱতা থানবান হ'ল।

এই নীৰৱতাক জয়মতীয়েই থানবান কৰিলে। তাই যেন দেখা পালে বৰভাগ অঞ্চলৰ হেজাৰ-হেজাৰ মানুহৰ উপলুঙা ভৰা দৃষ্টি। সকলোৱে আঙুলি টোৱাই কৈছে- জয়মতী পতিতা-পতিতা। জয়মতী বেশ্যা বেশ্যা আৰু এই হেজাৰ হেজাৰ মানুহক নেতৃত্ব দিছে ৰাজীৱ চক্ৰবৰ্তী নামৰ মিছলীয়া যুৱকজনে।

জয়মতীৰ মনলৈ আহিল আহোমৰ দিনৰ চাউদাংসকলৰ কথা। জেৰেঙা পথাৰত ল'ৰা ৰজাৰ নিৰ্দেশত, শাস্তি গাদপানিৰ পত্নী মহাসতী জয়মতীক দিয়া শাস্তিৰ কথা।

চকুৰ পানী মচি তাই ৰাজীৱলৈ চালে।

এদিন ৰাজীৱেই সুধিছিল গদাপানিৰ পত্নী জয়মতীৰ দৰে তাক ভাল পায়নে? আৱশ্যক হ'লে জয়মতীৰ দৰে তাই তাৰ বাবে প্ৰাণ দিব পাৰিবনে?

তাই সাহসেৰে তাৰ কথাত সম্মত বুলি কৈছিল। তেতিয়াই সি বুকুৰ মাজত সাৱটি ধৰি গালে মুখে আঁকি দিছিল অজস্ৰ চুমা। তাৰ মৰমৰ পৰশত ধৈৰ্য্যৰ বান্ধ সুলকি পৰিছিল। পিচত সি তাইক......।

কথাবোৰ মনলৈ অহাৰ পিচত জয়মতীয়ে বেছি দূৰ ভাবিব নোৱাৰিলে। তাইৰ মনলৈ অহন ভাবহে আহিল। সিদিনা তাই ৰাজীৱক গদাপানিৰ আসনত বহুৱাইছিল। আজি কিন্তু নোৱাৰিলে। আজি তাক চাউদাং চাউদাংহে লাগিল।

এইবাৰ চালে বিচাৰকসকললৈ।

এনেভাৱ হ'ল বিচাৰকসকল যেন ল'ৰা ৰজাৰ, ৰাজসভাৰ নহয়। বিচাৰকসকল হ'ল ৰুদ্ৰসিংহৰ ৰাজসভাৰ। যিজনাক অসমীয়া প্ৰজাই অসমৰ বিক্ৰমাদিত্য বুলি কৈছিল।

জয়মতীৰ বুকুলৈ সাহস আহিল।

দেহত বল পালে।

তাইৰ সজল দুনয়নত স্তূপীকৃত হ'ল লাখ লাখ লোহিত ৰক্তকণিকা। সেই কণিকাবোৰৰ সম্মিলিত শকতি শৰীৰত লৈ এপাত কাড়ৰ দৰে আগবাঢ়িল ৰাজীৱৰ সমুখলৈ।

ভেলেজীলগা হৰিণৰ দৰে বিচাৰক তথা সমজুৱাসকলে চাই ৰ'ল জয়মতী দাস আৰু ৰাজীৱ চক্ৰবৰ্তী নামৰ যুৱক-যুৱতীহালৰ মাজত ঘটা ঘটনাবোৰ।

জয়মতী ৰাজীৱৰ সমুখত ৰ'ল।

ৰক্ত ৰঞ্জিত দুনয়নেৰে কিছুসময় চাই থাকি হঠাতে তাৰ দেহক আবৰি ৰখা চোলাটোত খামুচি চিঞৰি ক'লে,-

ঃ দগাবাজ।

জয়মতীৰ চিঞৰত নীৰৱতাত গধুৰ হৈ পৰা এজাৰখিনিও যেন কঁপি উঠিল। আঁতৰি পলাবলৈ বাট বিচাৰিলে। শিলপৰা কপৌৰ দৰে বহি থকা বিচাৰক আৰু সমজুৱা সকলৰ মুৰবোৰ লৰিল। ডিঙি মেলি জয়মতী আৰু ৰাজীৱলৈ চালে। আপেক্ষি ৰ'ল ভৱিষ্যতলৈ। জয়মতীয়ে কৈ গ'ল—

"লাগুি গদাপাণিয়ে মহাসতী জয়মতীক ভাল পোৱাৰ দৰে ভাল পাব বুলি এদিন মোক মিছা কথা কৈছিলি। আজি আকৌ এই সমাজখনৰ আগত মিছা মাতিলি— এবাৰো অনুভৱ নহ'ল মোৰ কথা।

এইখন মুখেৰেই মোৰ ওঁঠত ওঁঠ থৈ কৈছিলি— বেউলা লখিন্দাৰৰ কাহিনী। অনুৰোধ কৰিছিল তোৰ মৃত্যু হ'লে মোৰ সতীত্বৰ বলেৰে তোক জীয়াই তুলিবলৈ।

এতিয়া মোৰ সতীত্ব নষ্ট কৰি তোৰ বীৰ্য্য মোৰ গৰ্ভত থৈ পলাব বিচাৰিছ? সকলোৰে সাক্ষাতত পতিতা কৰিব বিচাৰিছ? মোৰ গৰ্ভত থকা সন্তানটোৰ বাপেক তই নহয় বুলি আজিৰ সমাজখনৰ আগত ক'বলৈ লাজ নাপালি। নে তোৰ সাহস নাই। নে তোৰ দেহত নিহিত জাত্যাভিমানে ক্লীবত্ব প্ৰদান কৰিছে?

হয় তই ব্ৰাহ্মণ কুলত উপজিছ। ব্ৰাহ্মণৰ ঘৰত ডাঙৰ দীঘলো হৈছ; কিন্তু তোৰ কৰ্মৰাজিলৈ চাই আজি মোৰ এনেদৰে ভাবিবলৈ মন হৈছে— তই যেন মহেন্দ্ৰ চক্ৰৱৰ্তীৰ ঔৰসজাত সন্তান নহয়। তইও এজন জাৰজ। তোৰ তথাকথিত দেউতাৰাজনে লোক নিন্দাৰ ভয়তহে সমাজৰ পৰা এই কথা লুকুৱাই ৰাখিছে আৰু তোক নিজৰ বুলি চিনাকি দি আছে। কাৰণ এইখন সমাজৰ আগত নিজেই কৈছে যে তেওঁৰ ঔৰসজাত সন্তানে এনে অপকৰ্ম কৰিব নোৱাৰে। মোৰ ওচৰত সেই কথাৰ সত্য প্ৰমাণিত হৈছে। কাৰণ মই গৰ্ভত ধাৰণ কৰা সন্তানটো যে তোৰেই সেই কথা মই ভালদৰে জানো।

ইয়াৰ পিচতো যদি তোৰ তথাকথিত দেউতাৰাজনে তোক নিজৰ সন্তান বুলি দাবী কৰিব খোজে তেনেহ'লে ইয়ালৈ তোৰ মাৰক মাতি আন। আজি এই সমাজত মোৰ দৰে তেওঁ কওঁক আচলতে তই কাৰ ঔৰসজাত সন্তান। কাৰণ তোৰ মাৰ আৰু দেউতাৰাৰ মাজত হোৱা ৰতিক্ৰীড়া এইখন সমাজৰ হয়তো কোনো এজন লোকেই দেখা নাছিল। যেনেদৰে নাছিল তোৰ আৰু মোৰ মাজত ঘটা ৰতিক্ৰীড়াৰ সময়ত। তোৰ মাৰ গৰ্ভৱতী হোৱাৰ দৰে আজি মইও গৰ্ভৱতী হৈছো। মই যদি পতিতা হ'ব লগা হয় তোৰ মাৰ কিয়

নহ'ব? এই সমাজৰ কোনোবাই বাৰু সাহসেৰে ক'ব পাৰিবনে যে, তোৰ মাৰ আন পুৰুষৰ প্ৰেমত পৰা নাছিল। যৌন সম্পৰ্ক স্থাপন কৰা নাছিল?

একেবাৰে কথাবোৰ কৈ জয়মতী যেন ভাগৰি পৰিল। মুহূৰ্তমান ৰ'ল তাই।

মেঘে ভৰা আকাশত বিজুলী চমকাৰ দৰে বিচাৰত অংশ লোৱা সমজুৱাৰ দলটোলৈ এপলক চালে। তাৰ পিচতেই ৰাজীৱৰ চকুত দৃষ্টি থাপি সুধিলে,

ঃ ক' দগাবাজ তোৰ আচল পিতৃ কোন? যদি নেজান তেনে আকৌ কৈছো তোৰ মাৰক এইখন সমাজলৈ মাতি আন। মাতি আনি সুধি ল। আৰু তেওঁ মোৰ দৰে এইখন সমাজত চিঞৰি চিঞৰি কওক, কাৰ বীৰ্য্য ধাৰণ কৰি জনম দিছিল।

মই জানো প্ৰতিগৰাকী মাতৃয়েই এই সত্যটো জানে। নিজৰ সন্তান বুলি আনৰ আগত গৰ্ব কৰাৰ অধিকাৰ পুৰুষজনক নাৰীয়েহে দিব পাৰে। এইয়াই নাৰীৰ গৌৰব।

এতিয়া তই বা তোৰ দেউতাৰাই সঁচাটো প্ৰমাণ কৰিবলৈ এইখন সমাজলৈ মাৰক মাতি আনিব পাৰিবিনে?

জয়মতীৰ কটুক্তি ভৰা কথা শুনিও ৰাজীৱ নীৰৱ হৈ ৰ'ল। বিচাৰক তথা সমজুৱাসকলেও ভালেমান সময় নীৰৱে ৰ'ল। প্ৰতিজনৰ মনবোৰ যেন সন্দেহত সিক্ত হ'ল। পুৰুষ বিচাৰক তথা সমজুৱাসকলে ভাবিবলৈ বাধ্য হ'ল—

ঃ পুৰুষবোৰে যিসকলক নিজৰ ঔৰস জাত সন্তান বুলি ভাবে, মায়া-মোহত বন্দী হৈ মৰম চেনেহ উজাৰি দিয়ে, গৰ্ব কৰে সেই সকলো সন্তানে পুৰুষজনে ভবাৰ দৰে হ'ব পাৰেনে? নিজৰ বিবাহিত পত্নীক বুকুত সাবটি কোনোবা পুৰুষে কাহানিবা ধেমালিকৈ হ'লেও সুধি চাইছেনে গৰ্ভস্থ সন্তানটো কাৰ? হয়তো সোধা নাই। সুধিবলৈ হয়তো সাহসো কৰিব নোৱাৰে। কাৰণ এনে কৰিলে অবিশ্বাসৰ দেৱাল এখন পতি-পত্নীৰ মাজত গঢ়ি উঠিব পাৰে? আৰু তেতিয়াই শান্তি হেৰাব।

বিশ্বাসে হ'ল পতি-পত্নীৰ মাজত সুখৰ আধাৰ। এনে বিশ্বাসৰ দেউলটো কোনো পতিয়ে পত্নীৰ ওচৰত ভাঙিব নোখোজে।

হৃদয় জোকাৰি যোৱা বতাহ এজাকেহে যেন জয়পাল পুথিভঁৰালৰ চোতালত বিনাবলৈ ধৰিলে।

ফেউঁৰা এটিয়েও ক'ৰবাত ফেঁউ ফেঁউকৈ চিঞৰিলে।

ইমানৰ পিচতো ৰাজীৱ, মহেন্দ্ৰ চক্ৰবৰ্ত্তী তথা বিচাৰক সকলৰ কোনেও একো নমতাত কোনেও একো নোকোৱাত জয়মতীৰ বুকুৰ মাজত দমবন্ধা সাহসখিনি অতিশয় উৰুতাত গলিবলৈ লোৱা বৰফৰ দৰে গলিবলৈ ধৰিলে। তাই বৌ-বৌৱাই কান্দি উঠিল।

হঠাৎ মহীধৰৰ জানো কি হ'ল। কিবা এটি খং উঠিল। সেই খণ্ডতে সাক্ষীবাদী তথা সমজুৱা কাৰো কথা নাভাবি মহেন্দ্ৰলৈ চালে। তাৰপিচতেই গৰগৰাই ক'লে—

ঃ মহেন্দ্ৰ। তুমিতো আমাৰ সমাজক দৃঢ়ভাবে কৈছা যে তোমাৰ ঔৰসজাত সন্তান ৰাজীৱে এনে অপকৰ্ম কৰা নাই আৰু ভৱিষ্যতলৈও কৰিব নোৱাৰে। কিন্তু ৰাজীৱ যে

তোমাৰ ঔৰসজাত সন্তান হয় তাৰ কি প্ৰমাণ তোমাৰ হাতত আছে, সমাজৰ আগত কৈ দিয়া।

মহীধৰৰ কথা শুনি মহেন্দ্ৰ চক্ৰৱৰ্তী অবাক হ'ল। সি কস্মিনকালেও ভবা নাছিল বাকচতুৰ সাক্ষীবাদী সকলৰ কথা নেওচি প্ৰধান মেলেকি মহীধৰে তাক তেনে এটি কথা সুধিব বুলি।

ভালেমান পৰলৈ নীৰৱে ৰ'ল মহেন্দ্ৰ। নীৰৱতাই সময় দীঘলীয়া কৰাৰ পৰতে এক উদাস দৃষ্টিৰে মহীধৰলৈ চালে। দুয়োৰে চকুৰে চকুৰে মিলিল। মহেন্দ্ৰৰ চকুত চকু পৰাত মহীধৰৰ এনে ভাব হ'ল, মানুহজন যেন কিবা এক গভীৰ অন্তৰ্দ্বন্দ্বত ভুগিছে আৰু হতাশাত ভাগি পৰিছে।

মহীধৰৰ মনলৈ আহিল সংস্কৃত ভাষাত পঢ়া সেই বিখ্যাত শ্লোকটো—

: পুৰুষস্য ভাগ্যম্ স্ত্ৰীয়াঃ চৰিত্ৰম

দেবাঃ ন জানন্তি অকুতো মনুষ্য?"

কোনে জানে কাৰ ভাগ্যত কি আছে? কাৰ চৰিত্ৰ কেনে। এই কথা ভাবিয়ে হয়তো মহেন্দ্ৰই ভয় খাইছে। সঁচাকৈয়ে যদি কেঁচু খান্দোতে সাপ ওলায়? তাৰ ঘৈণীয়েকেও যদি এইখন সমাজৰ আগত ৰাজীৱ তাৰ সন্তান নহয় বুলি স্বীকাৰ কৰে। কোনোবা অন্য পুৰুষৰ সতে তাইৰ মিলামিছা থকাৰ প্ৰমাণ যদি পোৱা যায়? তেনেহ'লে ইমান দিনে নিজৰ অৰ্দ্ধাঙ্গিনী বুলি কল্পনা কৰা মানুহজনীক লৈ সি বাৰু কেনেদৰে জীয়াই থাকিব।

উদাস দৃষ্টিৰে চাই থকা মহেন্দ্ৰলৈ চাই মহীধৰে উত্তৰ বিচাৰি ৰ'ল।

হঠাৎ মহেন্দ্ৰ থিয় হ'ল আৰু বিষাদ ভৰা কণ্ঠেৰে ক'বলৈ ধৰিলে—

: ৰাজীৱ আচলতে কাৰ সন্তান সেই প্ৰমাণ মই এই মুহূৰ্তত আজিৰ সমাজখনক দিব নোৱাৰিম। কিন্তু আজি সমাজ বিদ্যমানে এই কথা ক'বলৈ পাই সুখী হৈছো যে জয়মতী নামৰ যুৱতীজনীৰ ফুলচুৰিৰ দোষত যিজন যুৱক অভিযুক্ত হৈছে, সেইজন মোৰ পুত্ৰ নহয়। আজিয়েই তাক ত্যাজ্য বুলি ঘোষণা কৰিলোঁ।

কথা সামৰি মহেন্দ্ৰই কালৈকো নাচালে।

পুখিউৰালৰ চোতালৰ পৰা হুল্হুল্কৈ আঁতৰি গৈ, নিশাৰ এন্ধাৰৰ মাজত মিলি গ'ল।

(১৩)

জোৰকৈ চকু মুদি মহীধৰে টোপনি যাবলৈ যত্ন কৰিলে। কিন্তু সফল নহ'ল। তাৰ মস্তিষ্কক জোকাৰি জোকাৰি প্ৰেম শব্দটোৱে এক অদ্ভুত ৰূপ লৈ চাৰিওপিনে ঘূৰিবলৈ ধৰিলে।

হয়। এদিন সিও প্ৰেমত পৰিছিল।

তাৰ বিবেচনাই প্ৰেম নামৰ শব্দটোক এক বিশেষ ধৰণে ল'বলৈ মনটোৱে সদায় উদগনি দিছিল। পিচত ভাবিছিল- প্ৰেম হ'ল মানুহে মানুহক ভাল পোৱা এক গভীৰ অনুভূতি। বিশাল বিশ্বত এই অনুভূতিৰ চিকাৰ নোহোৱা মানুহ হয়তো বিচাৰি পোৱা নাযাব।

প্ৰেম নামৰ অনুভূতিৰ ফল্গুধাৰাটো তাৰ জীৱনলৈ বৈ আহিছিল এক বিশেষ পাকচক্ৰত। এই পাকচক্ৰত পৰাৰ আগতে প্ৰেম কি সি জনা নাছিল।

সময়ে তাক সেই দিশলৈ ঠেলি লৈ গ'ল।

পেটৰ দায়ত আৰু পূৰ্বাপৰ চলি অহা যজমান সকলৰ অনুৰোধতে তাৰ দেউতাক আছিল গৈ বৰ্তমানৰ বাংলাদেশৰ আৰু তাহানিৰ পূৰ্ববংগৰ ৰংপুৰ জিলাৰ গোলনা কালীগঞ্জ নামৰ ঠাইখনত। তাত তেওঁ পুৰোহিতালি কৰিছিল। পুৰোহিতালি কৰিয়েই অধিকাৰী হৈছিল কেবাপুৰাও 'দেৱোত্তৰ' আৰু 'ব্ৰহ্মোত্তৰ' মাটিৰ। যজমানৰ পৰা পোৱা দানদক্ষিণা আৰু মাটিৰ পৰা পোৱা শস্যৰ ধনেৰে মহীধৰহঁতৰ ঘৰখন ভালকৈয়ে চলিছিল।

অৱশ্যে দেউতাক আছিল খোলামনৰ খোলা হাতৰ। মানুহৰ আপদ-বিপদ দেখিলেই সহায় কৰিবলৈ আগবাঢ়ি গৈছিল। সঞ্চয় কৰিব নিবিচাৰিছিল। কোনোবাই সঞ্চয় কৰিবলৈ উপদেশ দিলে— ভোজ প্ৰবন্ধৰ সংস্কৃত শ্লোক আওৰাই কৈছিল—

: বুজিছো, আজিৰ পৰা মোক আৰু এনে কথা নক'বা। মহা মহা পণ্ডিতসকলে কোৱা নাই জানো— "শ্ৰীমতাম্ আপদঃ কুতঃ" আৰু "সঞ্চিতাৰ্থো বিনশ্যতি।" গতিকে?

কিন্তু এদিন তেওঁৰ জীৱনলৈ আপদ আহিল। বিয়াল্লিচৰ স্বাধীনতা আন্দোলনৰ পিচত ৰুগীয়া দেহ এটি লৈ গোলনা কালীগঞ্জৰ পৰা কামৰূপৰ ডিংডিঙি গাঁৱলৈ উভতি আহিবলগীয়া হ'ল।

তাৰ কিছুদিন পিচৰ ঘটনা।

এদিন নিশা তেওঁ অকলশৰে বাহিৰলৈ গৈছিল। প্ৰাকৃতিক ইচ্ছা পূৰণ কৰিবলৈ পাৰিলে কি নোৱাৰিলে মানুহজন সেই ঠাইতে বাগৰি পৰিল।

এই কথা যেতিয়া মহীধৰৰ মাকে জানিব পাৰিলে তেতিয়া মানুহজনৰ শৰীৰৰ ভালেমান অঙ্গৰ বহু কিবাকিবি পৰিবৰ্তন হৈছে। মুখৰ মাত হেৰুৱাইছে। শৰীৰৰ এটা ফাল সম্পূৰ্ণ অৱশ হৈ পৰিছে।

পোহৰ হোৱাৰ লগে লগে গাওঁখনত এই খবৰ বিয়পি পৰিল। ঘৰখনলৈ মানুহৰ সোঁত বৰলৈ ধৰিলে। কোনোৱে আনিলে ওজা কোনোৱে কবিৰাজ।

ওজাই দেওভূত আঁতৰাবলৈ জৰা-ফুকা কৰিলে।

কবিৰাজে বিভিন্ন অনুপানেৰে বড়ি খুৱালে। মালিচ কৰালে।

মাকে শৰণ ল'লে বেদজ্ঞ ব্ৰাহ্মণৰ, জ্যোতিষীৰ। কালীপূজা, মনসা পূজা, নাৰায়ণপূজা, গ্ৰহদেৱতাৰ পূজা আদি বিভিন্ন মাঙ্গলিক কাৰ্যও চলিল। দেউতাকৰ মুখৰ মাত হ'লে উভতি নাহিল। উঠি নবহিল। শেষত এদিন সকলোকে ফাঁকি দি ইহ সংসাৰৰ পৰা আঁতৰি গ'ল।

আহিল শ্ৰাদ্ধ পৰ্ব। মৃতকৰ শ্ৰাদ্ধ। বিভিন্নজনৰ দিহা মতে আত্মাৰ সদ্গতিৰ অৰ্থে তাৰ

মাকে সকলো কৰিলে।

এইবোৰৰ পিচত হিচাব হ'ল।

হিচাপত এই কথা ওলায় পৰিল যে দেউতাকৰ যিখিনি স্থাৱৰ বা অস্থাৱৰ সম্পত্তি আছিল সেই সকলোবে সিংহভাগ দেউতাকৰ লগতে আঁতৰি গ'ল। তাৰ আৰু মাকৰ বাবে থাকিল মাথো ঘৰবস্তিখিনি।

মহীধৰৰ বয়সে তেতিয়া যৌৱনক আদৰিছিল হে মাত্ৰ।

দেউতাকৰ অবৰ্তমানত দেখা দিয়া অৰ্থসঙ্কটৰ বাবে সি নিজক পাহৰিব লগা হ'ল। পেটৰ দায় সহিব নোৱাৰি সিদ্ধান্ত ল'লে গোলনা কালীগঞ্জলৈ যোৱাৰ। তাত থাকি দেউতাকৰ যজমানবোৰৰ পুৰোহিত হোৱাৰ।

এদিন গোলনা কালীগঞ্জ পালেগৈ।

দেউতাকৰ বহাত থাকিব ল'লে।

তাতেই লগ পালে প্ৰতিমা নামৰ দিপ্‌লিপ্ গাভৰু এজনীক। যৌৱনৰ ৰঙে তাৰ মন আলোড়িত কৰিলে। নিজৰ প্ৰতিবিম্ব আইনাত চাই ভাল পোৱা হ'ল। প্ৰতিবিম্ব চাই নিজৰ দেহৰ বিষয়ে নিজেই বৰ্ণনা কৰিব পৰা হ'ল।

হয়, তাৰ বহল কপালখনৰ তলতেই আছে গাম্ভীৰ্যপূৰ্ণ দুনয়ন। নাকৰ গুৰিৰ পৰা আৰম্ভ হৈ দুনয়নৰ ওপৰেৰে ধেনুভিৰিয়া ভ্ৰূযুগল। দীঘল নাক। প্ৰেমপূৰ্ণ মুখমণ্ডল।

বহল কান্ধ আৰু বুকু। চিয়া ককাল। আজানু লম্বিত দুবাহু।

তাতেই সি অনুভৱ কৰিলে এটি সৌষ্ঠৱ ভৰা দেহৰ কথা। তথাপিতো ডিংডিঙি গাঁৱত থকা সময়ত প্ৰেম কাক কয় জনা নাছিল। দেহটোলৈ কোনোবা যুৱতীয়ে অপলক নয়নে চাই থকাৰ পিচতো মন আৰু হৃদয়ক অনুভূতিৰ ঝঙ্কাৰে জোকাৰি যোৱা নাছিল। কাকো ভাল পাওঁ বুলি ক'ব পৰা নাছিল।

কিন্তু প্ৰতিমাক লগ পোৱাৰ পিচত?

হয় গোলনা কালীগঞ্জত চাৰলৈ গৈছিল দুৰ্গাপূজা। সেইবাৰৰ পূজাত সি পুৰোহিতালি কৰা নাছিল। লগত আছিল প্ৰতিমা।

অঞ্চলটোত পতা বিভিন্ন পূজাথলীত পূজা চাই ঘূৰি ফুৰোঁতে দুয়োজনেই সময়ৰ উমান পোৱা নাছিল। এখন মণ্ডপত প্ৰতিমা দৰশন কৰি ওলায় অহাৰ সময়তে আনখন মণ্ডপৰ ঢাকৰ শব্দ কাণত বাজিছিল। মন উৰা মাৰিছিল সেইখন পূজালৈ। এই কাৰণতে হয়তো বঙ্গদেশৰ মানুহে শাৰদীয় দুৰ্গাপূজাত জাত পাত পাহৰে। ঢাকৰ শব্দই সকলোকে একাকাৰ কৰে।

মহীধৰ আৰু প্ৰতিমা ঘৰমুৱা হ'ল।

গাঁৱৰ পথত দুয়ো আকাশলৈ চালে। শুক্লপক্ষৰ অষ্টমীৰ জোনটো আকাশত নাই। আহিন মাহৰ সেমেকা নিয়ৰৰ শীতলতা গাত সানি নীলা আকাশখনত তৰাবোৰেহে দীপাৱলী পাতি সিহঁতলৈ চাই চকু টিপিয়াই আছে। তাৰ তলত দুৰ্গাপূজাৰ মণ্ডপত জ্বলোৱা

পোহৰৰ চামনি এটাইছে যেন বতাহত উঠা নমা কৰিছে।

গাঁৱৰ পথটোৰ কিছুমান ঠাইক এন্ধাৰে গিলিছিল। তেনেকুৱা ঠাই পালেই প্ৰতিমা তাৰ কাষ চাপি আহিছিল। তাইৰ লয়নু কোমল হাতেৰে তাৰ হাতৰ ঠাৰিক খামুচি ধৰিছিল। তাৰ পিচতো কেবাবাৰো উজুটি খাইছিল- পৰিব খুজিছিল। জোৰকৈ খামুচি ধৰি বৈ গৈছিল। তাই বৈ গ'লে সিও বৈ যাব লগা হৈছিল।

ক'ৰবাৰ পৰা দৌৰি অহা এজাক গৰম বতাহে সিহঁত দুয়োকে আৱৰি ধৰিছিল। প্ৰতিমাই বতাহজাকৰ কোবত লেতু সেতু হৈ তাৰ দেহত খুন্দিয়াইছিল। এডাল লতা বৃক্ষৰ দৰে তাৰ দেহক সাৱটি...।

প্ৰতিমাই হাঁহিছিল। হাঁহিছিল খিল্‌খিল্‌কৈ।

তাইৰ হাঁহি শুনি লৰবি অহা বতাহজাক সাৱটি ধৰিব খোজা এন্ধাৰখিনিয়ে হাঁহিব নোৱাৰি যেন লাজ পাইছিল। আঁতৰি পলাব খুজিছিল।

মহীধৰৰ হ'লে কিবা ভাল লাগিছিল।

আহিনৰ শীতত সিৰ্‌সিৰোৱা দেহটো গৰম হৈছিল। মন গৈছিল প্ৰতিমাৰ দেহটোৰ বেছি ওচৰ চাপিবলৈ। হাতৰ ঠাৰিৰ সৰহ অংশই দেহটোৰ সৰহ অংশকে প্ৰতিমাক আগবঢ়াই দি ক'বলৈ মন গৈছিল–

আহা প্ৰতিমা আহা। আৰু ওচৰ চাপি আহা। ধৰা প্ৰতিমা ধৰা মোৰ হাতৰ ঠাৰিত আৰু জোৰেৰে খামুচি ধৰা। যৌৱনে তোমাৰ দেহত সিঁচি থোৱা উত্তাপ মোৰ দেহত সানি দিয়া। মিলি যাওক, একাকাৰ হৈ যাওঁক তোমাৰ দেহৰ উত্তাপ মোৰ দেহত।

কিন্তু কাৰ্য্যক্ষেত্ৰত নোৱাৰিলে একোকে ক'ব, একোকে কৰিব।

সূৰ্য্যকান্ত সন্মানিতৰ পদূলিমূখৰ দুৱাৰখন খোলোতে প্ৰতিমাৰ দেহটো তাৰ দেহত যেন লাগিছে ধৰিলে। এক অজান পুলকত মন প্ৰাণ শিহৰি উঠিল। এন্ধাৰৰ মাজতো তাইৰ মুখলৈ নোচোৱাকৈ থাকিব নোৱাৰিলে।

প্ৰতিমাইও তালৈ চাইছে। তাৰ দুচকুত চকু থাপিছে। কিবা যেন ক'ব বিচাৰিছে কিন্তু ক'ব পৰা নাই। কিবা যেন সুধিব বিচাৰিছে অথচ সুধিব পৰা নাই। কিবা যেন ল'ব বিচাৰিছে অথচ ল'ব পৰা নাই, কিবা যেন দিব বিচাৰিছে দিব পৰা নাই।

অথচ.....

দুয়ো চোতাল পালে।

প্ৰতিমাক এৰি যাবলৈ মন নোযোৱা হ'ল। বৈ থাকিল তাইলৈ চাই..।

ঃ কৰ্ত্তা। এতিয়া ঘৰলৈ যাবানে?

আহিনৰ সন্ধিয়াৰ এন্ধাৰত সুৰৰ বতাহ তুলি প্ৰতিমাই সোধা প্ৰশ্নটো শুনিও মহীধৰে কোনো উত্তৰ নকৰিলে। প্ৰতিমাই জানো বুজা নাই আজিৰ সন্ধিয়াটোৱে তাৰ হৃদয়ত কি সিঁচিলে? নীৰৱ নিশ্চল হৈ থিয় হৈ ৰ'ল। নমতা দেখি তাই আকৌ সুধিলে-

ঃ তুমিচোন একো নোকোৱা। কিহবাত বেয়া পালা নেকি?

ঃ বেয়া? উচপ খাই উঠিল মহীধৰ।

প্ৰতিমাক সি জানো আজি বেয়া পাব পাৰে? বেয়া পাবলৈ তাৰ নিজৰেই বা আছে কি? স্মৰণীয় সন্ধিয়াটোত প্ৰতিমাক ভাল পাব পৰা কৰ্মৰ বাহিৰে বেয়া পাবলৈ তাইনো কি কৰিছে?

প্ৰশ্নবোৰে মহীধৰক ব্যতিব্যস্ত কৰি থকাৰ সময়তে নিশাৰ নীৰৱতাক থানবান কৰি আকৌ ক'লে,

ঃ বেয়া পালেও পোৱা। কথা নাই। আজি অবশ্যে তোমাক এবাৰ কথা ক'ম বুলি ভাবি আছিলো।

মহীধৰৰ বুকুখন ধপধপাই উঠিল। কাণ দুখনক সজাগ কৰি বৈ থাকিল— কেইটামান মুহূৰ্ত। এনে লাগিল যেন তাইৰ কাষলৈ আগবাঢ়ি যাব। বুকুৰ মাজত সাবটি ধৰি তাইৰ চকুত চকু থাপি সুধিব- "কোৱাচোন প্ৰতিমা। তুমি কি ক'ব খুজিছিলা? শীঘ্ৰে কোৱা। মোৰ হৃদয়ক জ্বলি পুৰি শেষ হ'বলৈ নিদিবা।"

কিন্তু মহীধৰে ক'ব নোৱাৰিলে। কোনোবাই সিহঁতৰ কথা শুনিব বুলি ভয়হে খালে। পিচত কঁপা কঁপা কণ্ঠেৰে ক'লে,

ঃ কোৱা প্ৰতিমা।

ঃ কেতিয়াবা কেতিয়াবা তোমাক যে ইমান ভাল লাগে।

মহীধৰৰ দেহমন পুৰিবলৈ ধৰিলে। এক অনাহুত আনন্দই তাৰ বুকুৰ ভিতৰত ভিৰ কৰিলেহি। পিচত সেইখন বুকুৱেই প্ৰেমৰ আহ্বানত মৰমৰ সঁহাৰিত ধৰফৰাব ধৰিলে।

ধীৰে ধীৰে তাইৰ কাষলৈ আগবাঢ়িল। হাতত ধৰি ক'ব খুজিলে—

ঃ প্ৰতিমা। সোনজনী মোৰ। মইও তোমাক.....

কিন্তু মুখৰ পৰা ভাষা নোলাল। শ্বাস-প্ৰশ্বাসহে ঘন হ'ল। তাৰ শ্বাস-প্ৰশ্বাসৰ পৰশত প্ৰতিমা যেন সচেতন হ'ল। তাৰ মুখলৈ চাই খিলখিলাই হাঁহিবলৈ ধৰিলে।

মহীধৰ থমকিলে।

হাঁহি থামিলত প্ৰতিমাই ক'লে,

ঃ কৰ্ত্তা আৰু আগ নাবাঢ়িবা। আগবাঢ়িলে মই সকলো কথা দেউতাক কৈ দিম।

মহীধৰৰ হাতৰ মুঠি ঢিলা হ'ল।

চোতালৰ এন্ধাৰ ঠেলি প্ৰতিমা আঁতৰি গ'ল।

(১৪)

ইয়াৰ পিচত?

আকৌ এটি দিন আহিল। সেইদিনা?

মহীধৰে স্মৃতিৰ ৰবপেৰাটো খুলিলে।

কি ঘটা নাছিল তাৰ জীৱনত? যৌৱনে আমনি কৰা দিনবোৰত?

মনলৈ আহিল ৰবি ঠাকুৰৰ কবিতা এটিৰ মন পৰশা শাৰী কেইটামান। প্ৰতিমাই তাৰ হাতত তুলি দিছিল কবিতাটি। বিছনাত বাগৰি বাগৰি সি সেই কবিতাটি মুখস্থ কৰিছিল।

মহীধৰে কবিতাটিৰ শাৰীকেইটা আওঁৰালে—

: "শুধু একটি মুখেৰ, এক নিমেসেৰ
একটি মধুৰ কথা
তাৰি তৰে বহি
চিৰ দিবসেৰ
চিৰ মনোব্যাকুলতা
কালেৰ কাননে
নিমেসে লুটিয়া
কে জানি চলেছি কোথা?"

কবিতা ফাঁকি আওঁৰোৱা হ'লত এনে অনুভৱ হ'ল প্ৰতিমাক যেন দেখিবলৈ পাইছে। এন্ধাৰৰ আঁৰত থিয় হৈ তালৈ চাই মিটিমিটিকৈ হাঁহি আছে।

আকৌ এবাৰ মহীধৰ পিছুৱাই গ'ল, বহুবছৰ।

শাওণ নে ভাদ মাহৰ এটি দিন। তেতিয়া সি মূৰ্তি সজাৰ কাম কিছু শিকিছে। খেৰৰ ভোটাত লিপিবলৈ মাটি কেনেদৰে মাৰি উলিয়াই সেইটো জনা হৈছে। জনা হৈছে অলপ অচৰপ মাটি লিপিবলৈ।

গোলনা কালীগঞ্জ গাঁৱত এটা চণ্ডীমণ্ডপ আছে। এই মণ্ডপৰ সমুখত থকা আমগছ এজুপিৰ ছাঁত বহি গাঁৱৰ মানুহে, আজৰি সময়ত মনৰ কথা পাতে। তাতেই সূৰ্য্যকান্তই চালি এখন সাজি থৈছে। যিখনৰ তলত বিভিন্ন প্ৰতিমা সূৰ্য্যকান্তই সাজি উলিয়াই।

সূৰ্য্যকান্তই সজাবলৈ আৰম্ভ কৰিছিল দুৰ্গা পূজাৰ প্ৰতিমা।

সিদিনা মহীধৰৰ কোনো কাম নাছিল। নাছিল- যজমানৰ ঘৰৰ পৰা পোৱা নিমন্ত্ৰণ।

তথাপিতো পুৱাতে উঠি মহীধৰে গা-ধোলে। ভাত ৰান্ধি খাই অটালে। দিনটোলৈ মুকলি হোৱাৰ পিছতহে কি কৰো কি নকৰো লাগিল।

বৰ্ষাকালৰ আকাশ। ক'তো এচপৰাও মেঘ নাছিল। পূব আকাশত ভুমুকি মৰাৰ পিচৰে পৰা বেলিটোৱে খাওঁ-খাওঁ মূৰ্তি ধৰি পশ্চিম আকাশলৈ আগবাঢ়িছিল। ৰ'দৰ তাপ সহিব নোৱাৰি মুকলি মনে লৰৰি ফুৰা মলয়া জাকেও যেন অকণ ছাঁ বিচাৰি ক'ৰবাত লুকাই আছিলগৈ।

ৰ'দলৈ চাই মহীধৰৰ আমনি লাগিছিল। তাল পাতৰ বিচনীখনেৰে বিচি বিচি দেহটো শাঁত পেলাব খুজিলে যদিও নোৱাৰিলে। কৰ্মহীন দিনটোত অসহনীয় গৰমৰ কথা ভাবি

থাকোঁতে এক বিশেষ অস্থিৰতাই দেহমন গ্ৰাস কৰিলে।

হঠাৎ তাৰ মনত পৰিল, সূৰ্য্যকান্তই চণ্ডীমণ্ডপৰ ওচৰৰ চালিখনৰ তলত সাজিবলৈ আৰম্ভ কৰা দুৰ্গা পূজাৰ মূৰ্তিৰ কথা। ধানখেৰেৰে মূৰ্তিৰ অবয়ব (যাক ভোটা বুলি কয়) বনাই থোৱা কথা।

সেই মূৰ্তিত মাটিৰ প্ৰাথমিক প্ৰলেপটো দিবলৈ মন হ'ল। থকা ঘৰৰ দুৱাৰখন জপাই চণ্ডীমণ্ডপৰ ওচৰৰ চালিখনৰ তল পালেগৈ।

শুকান ধানখেৰ মৰাপাটৰ ৰচীৰে মেৰিয়াই দশভূজা দুৰ্গা, লক্ষ্মী, সৰস্বতী, কাৰ্ত্তিক, গণেশ, মহিষাসুৰ আনকি সিংহটোৰো অবয়ব একোটা সূৰ্য্যকান্তই দি থৈছে। এই অবয়ববোৰ মুণ্ডহীন।

মহীধৰে মূৰ্তিৰ অবয়ববোৰলৈ চাই থাকোঁতে মনত এক অবুজ উচপিচনি আৰম্ভ হ'ল। অন্ততঃ এটি মূৰ্তিৰ দেহত মাটিৰ প্ৰাথমিক প্ৰলেপ এটা দিব পাৰিলেও যেন অকন সুখী হ'ব এনে লাগিল।

বৈ নাথাকিল । মাটি তৈয়াৰ কৰা ঠাইখিনিলৈ আগবাঢ়িল। ওচৰ চাপিহে হতাশ হ'ল। প্ৰতিমাৰ খনিকৰ সূৰ্য্যকান্তই মূৰ্তিত লিপিবলৈ বুলি মাটি মাৰি থোৱা নাই।

মনটোৱে নেমানিলে তাৰ। মাটিখিনি নিজে মাৰিবলৈ স্থিৰ কৰিলে। পিন্ধি থকা ধুতিখন আঠুলৈ কোচালে। পোন্ধটোও টানকৈ মাৰিলে। গেঞ্জীটো খুলি বেৰত আৰি থ'লে।

মাটি, পানী, খেৰ, মৰাপাটৰ আঁহ আদি আৱশ্যকীয় সমলখিনি চালিখনৰ একাষতে আছিল।

কামত লাগিল মহীধৰ।

কাঠৰ পাটখনত কিছু মাটি ল'লে। ধুমুচ ডালেৰে থেকেচি যিমান সম্ভৱ মাটিখিনি গুড়ি কৰিলে। ছুটি ছুটিকৈ কুটা খেৰ, মৰাপাটৰ আঁহ ফটাকানিৰ টুকুৰা কেইটামানো ফালি ছিণ্ডি মাটিখিনিৰ লগত মিহলাই পাটখনৰ মাজভাগতে গোটালে। ধুমুচ ডালেৰে আকৌ কেইবাৰমান শুকানে শুকানে থেকেচিলে। শুকান মাটিখিনি বিয়পি পৰিছিল। পাটখনৰ মাজলৈ চপাই আনি কেইচলুমান পানী ছটিয়ালে। আকৌ ধুমুচ। আকৌ পাটৰ ওপৰত বিয়পি যোৱা মাটিৰ মিশ্ৰণ। কেবাবাৰো তেলেতীয়া মাটিখিনি হাতেৰে থুপুৰিয়াৰ লগা হ'ল।

লাহে লাহে মাটিখিনি মূৰ্তিৰ গাত লিপিব পৰা অৱস্থালৈ পৰিৱৰ্তন হ'ব ধৰিলে। হাতৰ ধুমুচডাল ব্যৱহাৰ কৰি থকা সময়তো সি মাটিখিনিলৈ চাই থাকিল। মনটো আনন্দৰ উত্তেজনাত ভৰি আহিবলৈ ধৰিলে। একে সময়তে কামৰ গতি খৰখেদা হ'ল। পাহৰি গ'ল ৰ'দৰ উত্তাপ, দুপৰীয়াৰ গৰম।

কৰ্মত প্ৰবৃত্ত হৈ থাকোতে ধুতিৰ মেৰত আবদ্ধ চিয়া ককালখনৰ ওপৰত জিলিকি থকা বহল বুকু, কান্ধ আৰু দুবাহুৰ মাংসপেশী কঠিন হ'ল। উদং দেহৰ প্ৰতিডাল নোমৰ গুৰিতে বিৰিঙিব ধৰিলে বিন্দু বিন্দু ঘামৰ টোপাল। ধুমুচডাল থেকেচিয়াওঁতে জোকাৰ খোৱাৰ বাবে টোপালবোৰ বৈ থাকিব নোৱাৰিলে। পিছলি পিছলি শৰীৰটো তিয়ালে।

হঠাৎ অৰুণ জিৰাবলৈ মন হ'ল।

সোঁহাতেৰে ধুমুচডাল ধৰি থাকি পোন হৈ থিয় হ'ল। ঘৰ্মাক্ত দেহটোৰে তেতিয়া তাক এনে দেখা গ'ল- হাতত ধুমুচ ধৰি থিয় হৈ থকা এটি প্ৰস্তৰ মূৰ্তিহে।

ঃ কৰ্ত্তা।

মিঠা মধুৰ নাৰী কণ্ঠ এটি শুনি মহীধৰৰ ঘৰ্মাক্ত দেহটো শিহৰি উঠিল। মাতৰ উৎস বিচাৰি সি মূৰ ঘূৰাই চালে।

ঃ চাহ একাপ খাবা নেকি কৰ্ত্তা? লাল চাহ।

সূৰ্য্যকান্তৰ জীয়ৰী প্ৰতিমা। এই সময়ত তাই ইয়ালৈ আহিব বুলি সি ভৱা নাছিল। কিন্তু আহিছে। আহিছে অকলশৰে।

তাইৰ দৃষ্টিত আকুলতা। দেখিছে যেন কিবা এক পৰম বিস্ময়। দুই ওঁঠত মোহনীয়া হাঁহি। সেই হাঁহিৰ আঁৰত যেন লুকাই আছে কিবা এক গভীৰ ৰহস্য। যি ৰহস্যৰ সাঁথৰ ভঙাটো এইটো সময়ত মহীধৰৰ বাবে সহজ নহয়। সহজ নহয় বুজি পোৱা।

প্ৰস্তৰ মূৰ্তিৰ দৰে থিয় হৈ থাকিয়েই প্ৰতিমাৰ মুখলৈ একে থৰে চাই ৰ'ল সি।

সময় বাগৰিল।

লাহে লাহে মনটো পিছলিল। পিছলিল মনৰ ভাব। ভাব পিছলোৱা মনটোৱে তাৰ কাণে কাণে যেন কিবা-কিবি ক'লে। ভাব হ'ল, হয় তাক এজনী সংগী লাগে। যিজনীয়ে বুজিব তাৰ মনৰ, তাৰ দেহৰ বাবে প্ৰয়োজনীয় কি? এক সুনিৰ্দিষ্ট সময়ত।

তেনে এটি আশাৰে ৰ' লাগি চাই ৰ'ল প্ৰতিমালৈ। সময় বাগৰাত তাইৰ মাজত যেন কিবা এটি বিচাৰি পালে। সেই পোৱাখিনিক লৈ ভাবিলে, সি যদি কোনো গাভৰুক প্ৰাণতকৈও বেছি ভাল পাব খোজে, সেইজনী হ'ব প্ৰতিমা নামৰ এই ছোৱালীজনী। তাৰ অন্তৰত সাঁচি ৰখা মৰমৰ অফুৰন্ত ভাণ্ডাৰ যদি কাৰোবাক উদং কৰি দান কৰিব খোজে তেনেহ'লে প্ৰথমতে আহ্বান জনাব প্ৰতিমা নামৰ এই গাভৰুজনীক।

হাতৰ ধুমুচডাল পাটখনৰ ওপৰতে থ'লে মহীধৰে। হাতৰ তলুৱা আৰু আঙুলিত লাগি থকা কিছু বোকা মাটি খামুচি এৰুৱালে। চালে প্ৰতিমালৈ। তাইৰ হাতলৈ।

প্ৰতিমাৰ লাৱনি হাতৰ সিহিৰি আঙুলিৰ পাৱত লাগি আছে প্লেটত তুলি অনা এপিয়লা লাল চাহ।

সিহিৰি আঙুলি কেইটালৈ চাইয়েই হাতখন আগবঢ়াই দিলে। চাহৰ কাপ প্লেটৰ স'তে প্ৰতিমাৰ হাতখনো আগবাঢ়ি আহিল। হঠাৎ মহীধৰৰ মনটো পিছলি গ'ল। এনেভাব হ'ল, বোকামাটিৰে ভৰা লেতেৰা হাতখন প্ৰতিমাৰ ধুনীয়া আঙুলিবোৰত লাগিলে তাইৰ হাতৰ সৌন্দৰ্য্যই ম্লান পৰি যাব।

ভাবিলে হাতখন পিছুৱাই আনিব।

কিন্তু তেনে কৰিব খোজোতেই দুৰ্ঘটনাটো ঘটিল। খকামকাত হাতৰ আঙুলি এটা চাহৰ কাপটোত খেকা খালে আৰু কাপৰ পৰা ভপত চাহ উফৰি প্ৰতিমাৰ ভৰি পতাত পৰিল।

তাই উস্ উস্ কৈ উঠি ভৰিখন পিছুৱাই নিলে যদিও একে সময়তে চাহৰ কাপটো মহীধৰৰ হাতত তুলি দিলে। তাৰ পিচতেই চাহ পৰা ঠাইখিনি চাবলৈ বুলি মাটিতে বহি পৰিল।

সহ্য কৰি থাকিব নোৱাৰিলে মহীধৰে।

হাতৰ কাপটো মাটিতে থৈ সিও তাইৰ সমুখতে বহিল। তপত চাহ কোনখিনিতনো পৰিল বুলি চাবলৈ প্ৰতিমাৰ ভৰিখনৰ গাঠিৰ ওপৰতে ধৰি, শাৰীখনৰ কিছুখিনি দাঙি ধৰিলে।

তেতিয়াই ঘটনাটো ঘটিল। এটি আৰ্ত্ত চিৎকাৰ মৰাৰ দৰে প্ৰতিমাই চিঞৰি উঠিল।

ঃ কৰ্ত্তা। আপুনি এয়া কি কৰিলে। চাওঁ হাতখন এৰক। মোৰ একো হোৱা নাই।

প্ৰতিমাৰ কথাত মহীধৰ অবাক হ'ল। একো হোৱা নাই? এইয়া আকৌ কেনে কথা? অথচ তাই উস্ উস্ কৈ মৰা চিঞৰটো?

মহীধৰে হাতখন আঁতৰাই আনিলে। এই সুযোগতে প্ৰতিমাই ভৰি পতাৰ ওপৰত শাৰীখন পেলাই দি, তাৰ ভৰিত ধৰি সেৱা জনাই উঠি থিয় হ'ল। হতাশ কণ্ঠে সুধিলে,

ঃ কৰ্ত্তা? আপুনি বাৰু আজি মোক কিয় পাপৰ ভাগী কৰিলে? আপুনি ব্ৰাহ্মণ কুলৰ। আমাৰ ঠাকুৰ। আপোনাৰ চৰণত ধৰাৰ যোগ্যতা আমাৰ নাই। অথচ আপুনি মোৰ...। এই মহাপাপৰ পৰা মই বাৰু কেনেকৈ উদ্ধাৰ হ'ম? মই যে ৰৌ ৰৌ নৰকত থাকিও শান্তি নাপাম?

কথাখিনি কৈ প্ৰতিমা উচুপি উঠিল। আৰু চকুৰে মুখে বিষাদৰ কালিমা সানি তাৰ কাষৰ পৰা আঁতৰি গ'ল।

নিৰ্বাক নিস্পন্দ হৈ মহীধৰে প্ৰতিমা যোৱা পথটোলৈ চাই ৰ'ল। তেনেদৰে চাই থাকিয়েই মনে মনে ভাবিলে।

ঃ প্ৰতিমা তুমি দুখ নকৰিবা। তুমি ৰৌ ৰৌ নৰকতো পৰি থাকিব নেলাগে। আজিয়েই সিদ্ধান্ত কৰিলোঁ তোমাৰ যদি তেনেকুৱা কিবা এটা হয় মোৰ সমস্ত শক্তি খৰচ কৰি হ'লেও তাৰ পৰা উঠাই আনিমেই। পিচত এনে এখন সমাজত প্ৰতিষ্ঠা কৰিম, য'ৰ পৰা তুমি গৰ্বেৰে ক'ব পাৰিবা– "মই অকল সূৰ্য্যকান্ত সন্মানিতৰে দুহিতা নহয়, মই হ'লো........."

কথাখিনি মনলৈ অহাত মহীধৰ প্ৰকৃতিস্থ হ'ল।

কিন্তু পাৰিবনে সি?

## (১৫)

উপলব্ধি।

আনে যিয়েই নকওঁক বা অভিধানত উপলব্ধি বোলা শব্দটোৰ অৰ্থ যিয়েই নাথাকক কিয় মহীধৰে ভাবে, উপলব্ধি মানে হ'ল মানব জীৱনৰ অভিজ্ঞতাক নিজে দিয়া স্বীকৃতি।

সিদিনা মহীধৰ বহাতে আছিল।

বহাৰ সমুখতে চোতালখন। চোতালৰ পূব দিশত আছে এডাল শেৱালীফুলৰ গছ। তাৰ তলতে তুলসীজুপি। প্ৰতিদিনে সি তুলসীগছত গা ধুই আহি পানী ঢালে।

দেউতাকৰ দিনতে সঁজা বহাটো আছে, ব্ৰহ্মোত্তৰ মাটিত। কোনোবা যজমানে হেনো দান কৰিছিল।

ডিংডিঙিত থকা সময়ত মহীধৰে মাটিৰ বিষয়ে একো নেজানিছিল। গোলনা কালীগঞ্জলৈ অহাৰ পিছতহে সি দেবোত্তৰ, ব্ৰহ্মোত্তৰ, খেৰাজ, নিষ্পিখেৰাজ আদি শুনি শুনি কিছু বুজা হৈছে।

বহাটোক লৈ তাৰ দখলত দুবিঘা মাটি থকা বুলি সি শুনিছে। ইয়াৰে এটা অংশত যজমান এজনে আধি লৈ খেতি কৰিছে।

আঘোণ মাহ।

এই মাহত পুৱা গধূলিৰ শীতে উদং দেহত সিৰ্‌সিৰাই। পুৱা ৰ'দ পুৱাই ভাল লাগে।

সিদিনাৰ পুৱাৰ ৰ'দ গালে-মুখে সানি মহীধৰ চোতালতে বহি আছিল। বহি বহি উপভোগ কৰিছিল খেতি কৰা অংশত সুকম্বৰ কোমল ৰ'দত নিয়ৰ কণা সানি মূৰ দোঁৱাই থকা শালিধানৰ জোপোহাবোৰৰ সৌন্দৰ্য্য। জোপোহাবোৰে যেন মলয়াৰ পৰশত উৎকৰ্ণ হৈ একোবাৰ মূৰ তুলি চাই আৰু লয়লাসে আকৌ হালি পৰে। এনে কৰোঁতে জোপোহাবোৰৰ পৰা ওলাই ধানৰ ফুলৰ কেঁচা গোন্ধ। যি গোন্ধ মহীধৰে চিনি পায় সৰুকালৰে পৰা।

ভাল লাগে তাৰ।

ভাল লাগে ভাবি ভাবি সেউজীয়া ধাননি পথাৰ কেনেদৰে এদিন সোনবৰণীয়া হয়। সেই পথাৰত লেচেৰীবোৰে কেনেদৰে মূৰ দোঁৱাই বতাহত হালি-জালি নাচে।

তাৰ মন উৰামাৰে ডিংডিঙিৰ পথাৰলৈ।

যিখন পথাৰতে তাৰ শৈশৱ তথা কৈশোৰৰ বন্ধু অনন্ত, ধৰণী, প্ৰমোদ, নৰেন, অজিত, দীনেশহঁতৰ লগত লগ হৈ লেচেৰী বুটলিছিল। মাঘৰ উৰুকাত ভেলাঘৰত লগ ভাত খাইছিল।

মাঘবিহু, ভেলাঘৰ, মেজি, চিৰা-পিঠা.....।

মহীধৰ উভতি গ'ল কৈশোৰৰ দিনবোৰলৈ। আকৌ এবাৰ মনলৈ আহিল সমনীয়া কেইজনৰ নাম। প্ৰতিবছৰে মাঘবিহুত সিহঁতৰ স'তে সি যে কি কৰা নাছিল? পুহৰ মাহ পৰিলেই হিচাব কৰিবলৈ লৈছিল, উৰুকালৈ বাকী থকা দিনবোৰৰ। কোনখন ধাননি পথাৰত ভেলাঘৰ আৰু মেজিৰ বাবে দীঘল নৰা পোৱা যাব? কিমান ওখকৈ আৰু মুঠ কিমানটা মেজি সাজিব ইত্যাদি, ইত্যাদি......।

মনলৈ আহে উৰুকাৰ দিনা পুৱাতে গাঁৱৰ পুৰুষসকলে পল' জুলুকী, জাকৈ, চালনি, জাল আদি হাতে হাতে লৈ, দল বান্ধি বিললৈ মাছ মাৰিবলৈ বুলি কেনেদৰে ওলাই যায়, সেই দৃশ্য।

ঢেঁকীশালে ঢেঁকীশালে, মহিলাসকলে চিৰা খুন্দা দৃশ্য। মাকে পাততচকত (মাটিৰ চৰুত)

তিলপিঠা ভজাৰ দৃশ্য। কোমল জাতি বাঁহৰ চুঙাত চাউলৰ গুৰি পানীত মিহলাই, ধানৰ নৰাৰ জুইৰে চুঙা পিঠা পোৱাৰ দৃশ্য।

মাঘৰ বিহুতে মাহকড়াই ভাজে। তপত মাহকড়াইৰ মহমহীয়া গোন্ধটোৰ কথাও মহীধৰৰ মনলৈ আহিল।

মনত পৰিল দেউতাক ঢুকুৱাৰ আগৰ বছৰৰ উৰুকাৰ নিশাৰ কথা। সেইবাৰ সি নিশাটো ভেলাঘৰতে কটাইছিল। পূৰ্বাকাশত প্ৰভাতী সুৰুযে ৰঙীন পোহৰ সিঁচাৰ কিছু পিচতে সিহঁতে মেজি জ্বলাইছিল। মেজি জ্বলাৰ পিচত গাঁৱৰ মানুহে মাহ, তিল, চাউল ছটিয়াই অগ্নিপূজা কৰিছিল। মেজিৰ জুই উঠাৰ সময়তে ডেকাচামে আনন্দতে কিৰিলিওৱা ধ্বনি এটা তাৰ মনলৈ আহিল। সি ধ্বনিটো আওঁৰালে—

ঃ উখ্যু কৰি, মুখ্যু কৰি
ডাঙৰ কৰি, দীঘল কৰি,
হৰিবোল। হৰিবোল।"

মেজিৰ জুই কমিলেই মানুহে খেলে কণী যুঁজ।

পুৱাৰ পোহৰে পথ দেখুৱালে মেজিৰ আধাপোৰা বাঁহ এটুকুৰা হাতত লৈ মানুহ ঘৰলৈ ওভতে। সকলোৱে বিশ্বাস কৰে তেনে বাঁহেৰে, ফল নধৰা গছত 'লাগ' 'লাগ', 'লাগ' বুলি তিনিবাৰ কৈ কোবালে হেনো সেই গছত ফল লাগে। সেইবাৰ মহীধৰেও এটুকুৰা বাঁহ আনি লিচুগছ এডালত কোবাইছিল। ফল দিছিল নে নাই এতিয়া তাৰ মনত নাই।

ঘৰত চলে খোৱা পৰ্ব। বিভিন্ন পিঠা পনা মাহকড়াই চিৰা দৈ ইত্যাদি। খোৱা বোৱা শেষ কৰি কিশোৰ তথা যুৱকসকল সমবেত হয়হি পাগলদিয়াৰ পাৰৰ মুকলি পথাৰত। সিহঁতে জাক পাতি খেলিবলৈ লয় ভিন্ন ভিন্ন খেল। কোনেও খেলে ঘিলা, কোনোৱে বাণ্টা আৰু কোনোৱে খেলে হাউখেল।

মহীধৰে অৱশ্যে হাউখেল খেলিয়ে ভাল পাইছিল। তাৰ ভিতৰত 'ধৰা হাউ'। ধৰা হাউ খেলিলে যে শৰীৰৰ বিভিন্ন অংগৰ সম্পূৰ্ণ কচৰৎ হয়, সেইটো তেতিয়া সি বুজা নাছিল যদিও এতিয়া বুজিব পাৰিছে। খেল খেলি থকা সময়তো হৃদয় আৰু মন আনন্দৰে ভৰি থাকে। ধৰা হাউখেলৰ সময়ত মৰা হাউ কেইটামানে- মহীধৰৰ মনটো জোকাৰি দিলে। সি গুণগুণালে—

ঃ হাউ মাৰি মাৰিলো খেদা
কি বলে তই লাগাল্ নেদা
কি বলে তই লাগাল নেদা।।

ঃ এ হৰি আল্লা,
বইহৰ্য্যা দিছু কাল্লা
খাবা দিছু বেবাৰ মাটি

নেদাওঁ যা বিয়াৰ খাটি
নেদাওঁ যা বিয়াৰ খাটি।

ঃ এ হৰি নাগে
গোহাঁইৰ কাপুৰ লাগে
আখান্ দিছু দুখান দিছু
তিনখান দিছু
আৰু কেইখান লাগে?
আৰু কেইখান....

মহীধৰৰ মানস পটত ভাঁহি উঠিল পাগলদিয়াৰ পাৰৰ আবেলিৰ ছবি।

সোনসনা বেলিটো যেন পশ্চিমৰ দেশলৈ যাওঁ বুলিও যাব পৰা নাই। পাগলদিয়াৰ পাৰত বলুত কিৰিলিয়াই খেলত মগ্নহৈ থকা কিশোৰ আৰু যুবকসকললৈ বৈ বৈ চাইছে। তেনেদৰে চাই থাকোঁতে কোনোবাই দেখা বুলি, প্ৰথম যৌৱনে পৰশা গাভৰুৰ গালৰ দৰে লাজত ৰঙা পৰিছে। সেই ৰঙা ৰঙ প্ৰতিফলিত হৈছে পাগলদিয়াৰ পানীত। এনে লগা হৈছে, কোনোবাই যেন ফাকুগুৰি ছটিয়াই দুৰদুৰণিৰ সাগৰলৈ ৰঙৰ বতবাহে বৈ যাব দিছে।

হঠাৎ পশ্চিম আকাশৰ ৰঙচুৰা বেলিটো লুকাই পৰিল।

(১৬)

বাস্তবৰ মুখামুখি হ'ল মহীধৰ।

তেতিয়াহে অনুভৱ হ'ল সি বৰভাগৰ ডিংডিঙি গাঁৱৰ মাজেৰে বৈ যোৱা পাগলদিয়াৰ পাৰত নাই। সি আছে বংগদেশৰ বংপুৰ জিলাৰ গোলনা কালীগঞ্জ নামৰ এখন গাঁৱত।

মনটো বিষাদেৰে ভৰি পৰিল।

বহাৰ পৰা উঠিল সি। সমুখৰ ধাননি ভৰালৈ চালে। মলয়া জাক কৰবালৈ আঁতৰি গৈছে। মলয়াৰ পৰশ নেপাই, প্ৰতিজোপা ধানেই যেন বিমৰিষ হৈছে। হালিব জালিব এৰি অধোবদন হৈছে।

হঠাৎ চকুত ধৰা দিলে প্ৰজাপতি এহালে। এটিয়ে আনটিৰ পিচ লৈছে। খেদি ফুৰিছে। পিচৰটোৱে আগৰটোক ধৰিবলৈ যত্ন কৰিছে। খেদি যোৱাটোৰ পৰা হাত সাৰিবলৈ আগৰটোৱে এবাৰ তললৈ এবাৰ ওপৰলৈ, এবাৰ সোঁৱে এবাৰ বাওঁৱে উৰিছে। নোৱাৰি ধানৰ জোপোহাৰ মাজত সোমাইছে। পিচৰটোও সোমাল। মুহূৰ্তমানৰ শূন্যতা। আকৌ ওলাল। আগত এটা পিচত এটা। আকৌ খেদা খেদি। প্ৰজাপতি হালৰ আনন্দ দেখি এজাক মলয়া বলিল। মলয়াৰ পৰশ পাই ধানৰ জোপোহাবোৰে যেন ৰ'ব নোৱাৰা হ'ল। সিইঁতেও

হালি-জালি নাচিবলৈ ল'লে।

হঠাৎ মহীধৰৰ চকু পৰিল তাৰ বহাটোলৈ সোমাই অহা পথটোত। লগে লগে চমকিও উঠিল।

তাত এজন মানুহ। ধীৰ-গম্ভীৰ খোজেৰে তাৰ দিশলৈ মানুহজন আগবাঢ়িছে। তেওঁৰ পিন্ধনত ধুতি চোলা, হাতত এটা ছাটি। মানুহজনক চিনাকি চিনাকি লাগিল। পৰথি চালে। নিজ দেশৰ নিজৰ জাতিৰ মানুহক অলপ মন কৰিলেই চিনিব পাৰি বুজিব পাৰি। এই কথা সকলোৰে ক্ষেত্ৰত খাটে। জনজীৱনত প্ৰভাৱ পেলোৱা ভৌগোলিক পৰিৱেশ ৰীতি-নীতি, সংস্কৃতি আদিয়েই হয়তো ইয়াৰ মূল কাৰণ।

মানুহজন যিমানে আগবাঢ়ি আহিছে সিমানে ধৰিব পাৰিছে। কেইখোজমান আগবাঢ়ি গ'ল মানুহজনৰ দিশলৈ। তাৰ মাজতে এবাৰ চালে ধাননি ডৰালৈ। প্ৰজাপতি হালটো। পাত পাতকৈ দৃষ্টি বুলাইও সি প্ৰজাপতি হালক দেখা নাপালে।

মানুহজনক আদৰিবলৈ মহীধৰ আগবাঢ়িল। অলপ আঁতৰৰ পৰাই সুধিলে,

ঃ খুড়া, অময়াপুৰৰ পৰা কেতিয়া আহিল? ঘৰত সকলোৰে ভাল নহয়নে? মোৰ মাও চাগে ভালে আছে?

মানুহজন থমকিল। তাৰ চকু আৰু মুখলৈ কিছুসময় চাই থাকিল। বহাৰ চোতালখনৰ দিশে আগবাঢ়িলত মহীধৰ পিচ পৰিল। মহীধৰৰ প্ৰশ্নৰ হ'লে কোনো উত্তৰ নিদিলে।

মানুহজনৰ নাম ধনঞ্জয় দেৱ শৰ্মা। নলবাৰী চহৰৰ দক্ষিণ দিশত থকা; অময়াপুৰ নামৰ গাওঁখনত আচল ঘৰ। গোলনা কালীগঞ্জৰ ওচৰে-পাজৰে তেওঁৰো কিছুমান যজমান আছে। মহীধৰে যিহেতু এতিয়াও যজমানৰ ঘৰত সকলো কৰ্ম বঙ্গদেশৰ লোকাচাৰ অনুসৰি কৰিব পৰা হোৱা নাই, এওঁৱেই তাৰ যজমানৰ ঘৰত অনুষ্ঠিত ডাঙৰ ডাঙৰ কৰ্মবোৰ কৰে। প্ৰাপ্যৰ অংশ এটি পিছত মহীধৰক দিয়ে।

শৰ্মা কিছুদিন আগতে অময়াপুৰলৈ গৈছিল। তেওঁ তালৈ যোৱাৰ সময়ত সি মাকলৈ বুলি টকা অলপ আৰু চিঠি এখন দি পঠাইছিল। মানুহজন উভতি অহাৰ সময়ত মাকৰ সুখবৰ লৈ আহিবলৈ অনুৰোধ জনাইছিল।

সময়ত শৰ্মাৰ পৰা কোনো উত্তৰ নোপোৱাত বুকুখন গধূৰ গধূৰ লাগিল। মন মৰহিল। কিন্তু হতাশ নহ'ল।

তাক উপেক্ষি ধনঞ্জয় শৰ্মা মাজ চোতালত থিয় হ'ল। ধুতিখনৰ লোচটো বাওঁ হাতেৰে কোচাই পাঞ্জাবী চোলাটোৰ বাওঁখন মোনাত সোমাই থ'লে। মূৰৰ ওপৰত মেলি লোৱা ছাতিটো জপালে। ছাতিটোৰ মেল খায় থকা কোচবোৰ পৰিপাটিকৈ মেৰিয়াই বুটাম থকা ফিটাডালেৰে পকাই টিপ বুটামটো মাৰি দিলত টিপকৈ শব্দ উঠিল।

মহীধৰৰ আমনি লাগিছিল যদিও ধৈৰ্য্যৰে অপেক্ষা কৰিলে।

নিজৰ কাম সমাধা হ'লত, শৰ্মাই আকৌ মহীধৰলৈ চালে তেতিয়াই মহীধৰে ক'লে,

ঃ খুড়া ঘৰৰ ভিতৰতে বহোঁগৈ ব'লক।

শৰ্মাই অপেক্ষা নকৰি ঘৰৰ দুৱাৰমুখৰ পিনে আগবঢ়াত সিও পাছ ল'লে। দুৱাৰ মুখত থিয় হৈ ঘৰৰ ভিতৰখনলৈ এনেদৰে চালে যেনিবা ভিতৰত নৰখাদক এটাহে লুকাই আছে আৰু সুবিধা পালেই তেওঁৰ ওপৰত জপিয়াই পৰিবহি।

সাৱধান হৈহে যেনিবা শৰ্মা ভিতৰ সোমাল। হাতৰ ছাতিটো মেল খাই থকা দুৱাৰখনতে ওলোমাই থ'লে। বহিব পৰা আসন নেদেখি মহীধৰৰ বিছাখনতে বহিল।

হঠাৎ যেন এজাক বলিয়া বা কোঠাটোত সোমাল। সেই বতাহজাকে ধনঞ্জয় শৰ্মাৰ দেহমনত কিবাকিবি এসোপা জাপি থৈ গ'ল। যিহৰ বাবে তেওঁৰ মাত কথা গহীন-গম্ভীৰ হ'ল। তেওঁ ক'লে–

ঃ ঘৰত সকলোৱে ভাল। তুমিওতো ভালে আছা?

ঃ ওঁ আছো।

ঃ থাকা। কিন্তু তোমাৰ মনত আছেনে নাই যে তুমি ইয়ালৈ আহিছিলা দেউতাৰাৰ যজমানখিনি চলাবলৈ। পিচে তেওঁলোকক মোৰ পিঠিত জাপি দি সেই কামলৈ তুমি পিঠি দিলা। হ'ব খুজিছা প্ৰতিমাৰ খনিকৰ। যি হ'ব খুজিছা হোৱা তাত মোৰ ক'ব লগা একো নাই। কেৱল এই কথা মনত ৰাখিবা, যজমানখিনি যাতে আনৰ হাতলৈ ওলাই নাযায় আৰু ভবিষ্যতলৈ যাতে পেটৰ ভাত মুঠিৰ চিন্তা কৰিবলগীয়া নহয়।

শৰ্মা অলপ ৰ'ল। নিৰস কণ্ঠেৰে আকৌ সুধিলে–

ঃ পিচে বহাত যে অকলে আছা? আন কোনো নাই নেকি?

শৰ্মাৰ শেষৰ প্ৰশ্নটোত মহীধৰ আচৰিত হ'ল। সি শৰ্মালৈ চাই খাবাংখাচকৈ সুধিলে-

ঃ খুড়া। এই কথা কিয় সুধিলে? এই ঘৰত থকাকৈ আহিবলৈ ইয়াত নো মোৰ কোন আছে?

তাৰ কথা শুনি শৰ্মাই আকৌ এবাৰ স্থিৰ নেত্ৰেৰে চালে। মূৰটো ঘূৰাই চোতালত দৃষ্টি থাপি ক'লে–

ঃ শুনিছো, সূৰ্য্যকান্ত সম্মানিতহঁতৰ লগত বোলে তোমাৰ কিবা এটা ভাল সম্পৰ্ক গঢ়ি উঠিছে। সেয়ে ভাবিছিলোঁ সিহঁতৰ কোনোবা কিজানি ইয়াত আছেই।

মহীধৰৰ মন চেবালে। শৰ্মাইনো কালৈ আঙুলি টোৱাইছে, সেইটোও নুবুজাকৈ নেথাকিল। তাৰ মনটোৱে হাঁহিলে আৰু এসময়ত সেই হাঁহিৰ বহিঃ প্ৰকাশো হ'ল।

তেতিয়াই শৰ্মাই তাৰ মুখলৈ চাইছিল। তাৰ ওঁঠত হাঁহি দেখি তেওঁৰ গম্ভীৰ হৈ থকা মুখখনত যেনিবা ঘন আৰু ক'লা মেঘৰ ছাঁহে নামিল। তেওঁ খপকৈ উঠিল আৰু ক'লে-,

ঃ মই যাওঁ। তোমাৰ মাৰাই এখন চিঠি দি পঠাইছে। অ ৰ'বা।" ধনঞ্জয় শৰ্মাই চোলাৰ পকেটত হাতভৰাই চিঠিখন উলিয়ালে। সেইখন তালৈ আগবঢ়াই ক'লে–,

ঃ এইখন লোৱা। ভালদৰে পঢ়ি বি ভাল দেখা কৰিবা।

মহীধৰে চিঠিখন হাত পাতি লোৱাৰ পিচত দুৱাৰত ওলোমাই থোৱা ছাতিটো হাতত লৈ ধনঞ্জয় শৰ্মা হন্‌হন্‌কৈ ওলায় গ'ল।

মানুহজন চকুৰ আঁতৰ হ'লত সি খামটো খুলি চিঠিখন পঢ়ি গ'ল।

মৰমৰ মহীধৰ।

স্নেহাশীষ ল'বি। সূৰ্য্যকান্তৰ জীয়ৰী প্ৰতিমাকো মোৰ মৰম দিবি। চিঠিৰে কথা বঢ়াব নোখোজো। চিধা-চিধি তোক এষাৰ কথা ক'ম। কথাষাৰত গুৰুত্ব দিবি আৰু তোৰ মনে যদি কয়, মানিবলৈ যত্ন কৰিবি। তেতিয়া তোৰ আৰু মোৰ দুয়োৰে মঙ্গল হ'ব।

মই বুজিছো মহী। সূৰ্য্যকান্তৰ জীয়ৰী প্ৰতিমা এতিয়া তোৰ বাবে প্ৰাণৰো প্ৰাণ। গতিকে চিঠিখনত তই তাইক পাহৰি যা বুলি উপদেশ নিদিওঁ। কিয়নো সেইয়া তোৰ বাবে সহজ নহ'ব। কিন্তু কথা এষাৰ ভালদৰে ভাবি চাবি মানে প্ৰতিমা কাৰ জীয়ৰী সেই কথা।

মই জনামতে তাই সূৰ্য্যকান্তৰ জীয়ৰী যিজন সূৰ্য্যকান্তক গুৰু মানি তই মূৰ্তিকলাৰ সমস্ত বিদ্যা আহৰণ কৰিব ওলাইছ। যদি এইয়া সঁচা হয়, তেনেহ'লে সম্বন্ধত প্ৰতিমা তোৰ কি হয়, ভাবি চাইছনে? আমাৰ বিশ্বাস "গুৰুৰ দুহিতা ভগ্নী সম"। গতিকে মাতৃ হিচাবেই কওঁ, প্ৰতিমাক তোৰ হৃদয়ত অন্যধৰণে স্থান নিদি ভগ্নীৰ স্থান দে আৰু হৃদয় নিস্কলুষ কৰ।

মহী। মই প্ৰতিমাক দেখা নাই। তাইৰ মাত কথাও শুনা নাই। তথাপিতো মই ভাবো তোক লক্ষ্য কৰিয়েই যিজনী ছোৱালীক ইয়াত মই বোৱাৰী হিচাবে আদৰি আনিম বুলি ভাবি থৈছো, তাই কোনো গুণে প্ৰতিমাতকৈ হীন হ'ব নোৱাৰে। যদি তোৰ মনে কয়, এই চিঠি পোৱাৰ পিচতে ইয়ালৈ গুচি আহিবি আৰু মই বোৱাৰী কৰিব খোজা ছোৱালীজনী চাই যাবিহি। পিচত তই যি কৰ কৰিবি। এয়ে মোৰ কথা।

ভগবানে তোৰ মঙ্গল কৰক। আকৌ কওঁ গুৰু দুহিতা ভগ্নী সম।

ইতি—

তোৰ 'মা'

ওলোতা ওভোতাকৈ দুবাৰো মহীধৰে চিঠিখন পঢ়িলে। মনত পৰিল প্ৰতিমাৰ মুখখন। এনে অনুভৱ হ'ল ধনঞ্জয় শৰ্মাই যেন তাৰ মাকৰ সুখবৰ চিঠিখনৰ স'তে অনা নাই। আনিছে এপাত বিষসনা কাড়। যিপাত কাড়ে তাৰ বুকু ভেদিছে। বুকু ভেদি সি প্ৰতিমাৰ সতে সজা প্ৰেমময় হৃদয়ৰ মণ্ডিৰ ভাঙি-চিঙি তছনছ কৰিছে।

মহীধৰে যেন উশাহ নোপোৱা হ'ল। কি কৰো, কি নকৰো ভাবে দুৰ্বল কৰি পেলালে। এই অৱস্থাৰ পৰা পৰিত্ৰাণ পাবলৈ সি ঠিক কৰিলে, প্ৰতিমাৰ ওচৰলৈ যাবলৈ। মাকৰ পৰা পোৱা চিঠিখন তাইক পঢ়ি শুনাবলৈ।

ওৰে বাটে তাৰ হৃদয় আৰু মনক জোকাৰি থাকিল-

ঃ গুৰু দুহিতা ভগ্নীসম" বোলা শব্দ কেইটাই।

(১৭)

মানুহে হয়তো এইবাবেই কয় যে, — "আলচা কথা নহয় সিদ্ধি বাটত আছে কণা

বিধি। কপাবিধিয়ে কাৰ পথত কেনেদৰে বাধাৰ সৃষ্টি কৰে সেইয়া কোনেও আগতীয়াকৈ ক'ব নোৱাৰে। পৰা হ'লে হয়তো মানুহ কাৰো অধীন হৈ নেথাকিলেহেঁতেন। ইচ্ছা কৰিয়েই সকলো হ'ব সকলো কৰিব পাৰিলেহেঁতেন। কিন্তু নোৱাৰে। অদেখা ভৱিষ্যতৰ আঁৰত লুকাই থকা বিধাতাপুৰুষে, কাকো স্বয়ং সম্পূৰ্ণ হ'ব নিদিয়ে। সেয়ে কোনোবা ৰজা হয় আৰু কোনোবা হয় প্ৰজা। কাৰ ভাগ্যই কেতিয়া কোনফালে টানি নিয়ে ক'ব নোৱাৰে।

প্ৰতিমাহঁতৰ ঘৰ পোৱালৈ মহীধৰে এইবোৰ কথাই ভাবিলে। কথাবোৰ ভাবি থাকোঁতে-- বুকুখন কিবা গধূৰ গধূৰ হ'ল। মাকে দি পঠোৱা চিঠিখনৰ কথা কোনটো সাহসেৰে প্ৰতিমাক ক'ব বা তাইক দেখুৱাব সেই কথা ভাবি উলিয়াব নোৱাৰিলে। তথাপি সি গৈ তাইৰ সমুখত থিয় হ'ল। চকুৰে মুখে গভীৰ বেদনাৰ ছাপ প্ৰতিভাত হৈ থকাৰ পিচতো ভালেমান পৰ তাইৰ সমুখত নিৰ্বাক নিস্পন্দ হৈ থিয় হৈ ৰ'ল।

প্ৰতিমাই তাৰ চকু মুখলৈ চালে। তাৰ মুখৰ ছবি দেখি প্ৰথমতে প্ৰতিমা হতাশ হ'ল-- তাৰপিচতেই তাই চঞ্চল হৈ উঠিল। তাৰ কাষ চাপি চকুত চকু থাপি উদ্বিগ্ন কণ্ঠেৰে সুধিলে,

ঃ কৰ্ত্তা, কোৱাচোন তোমাৰ কি হৈছে।

মহীধৰে একো মাতিব নোৱাৰিলে। তাইৰ মুখলৈ চাই থকাৰ পিচত বুকুখন আৰু বেছি গধূৰ হ'ল। সেই বিষাদে যেন বাকৰুদ্ধ কৰিহে পেলালে। মহীধৰৰ বিষন্ন, বিবৰ্ণ আৰু নিৰ্বাক মুখলৈ চাই প্ৰতিমাও স্থিৰে থাকিব নোৱাৰিলে। তাই কাতৰ হৈ পৰিল। তাৰ মুখৰ কথা উলিয়াবলৈ কিছু কাষ চাপি চকুত চকু থাপি মৰম ভৰা চাৱনিৰে সুধিলে-

ঃ কোৱা কৰ্ত্তা। তোমাৰ হৈছে কি? আজি কিয় তুমি এনেকৈ বৈ আছা? তোমাৰ মনৰ কথা যদি মোকেই নোকোৱা?

মহীধৰ কিছু প্ৰকৃতিস্থ হ'ল।

বাঙ্ময় হ'লে হ'ব নোৱাৰিলে। তাৰ মাজেৰে, কঁপা কঁপা হাতেৰে মাকে দি পঠোৱা চিঠিখন প্ৰতিমাৰ হাতত তুলি দিলে।

চিঠিখন হাতত লৈ প্ৰতিমাও মুক হৈ পৰিল।

সেইখন পঢ়ি তাইয়ো যেন বিষাদ সাগৰৰ অতল তলিত হেৰাই গ'ল। উদ্ধাৰৰ যেন কোনো আশা নাই। গভীৰ পানীৰ তলত বুৰগৈ দেখিলে এন্ধাৰ মাথো এন্ধাৰ।

সময়ে সকলোৰে ৰং সলাই।

প্ৰতিমাৰ সমুখত ভাঁহি যুৰা এন্ধাৰবোৰবো যেন ৰঙৰ পৰিবৰ্তন হ'বলৈ ধৰিলে। নতুন পোহৰৰ আশাত দুচকু মোহাৰি ঠাইতে বহি পৰিল। তাৰপিচত দুনয়ন ভৰি বোৱালে বিষাদৰ অশ্ৰু।

প্ৰতিমাই থমকি থমকি উচুপিছিল।

উচুপনিয়ে থৌকি-বাথৌ লগোৱাৰ সময়তে তাই তাৰ হাতত তুলি দিলে চিঠিখন। লওঁ নলওঁকৈ আকৌ চিঠিখন ল'লে সি। এবাৰ ভাবিলে চিঠিখন ফালি পেলাব। এবাৰ

ভাবিলে পুৰি পেলাব। এই চিঠিখনৰ কথা ভাবি সি তাৰ জীৱনৰ সকলো নেহেৰুৱাই।

কিন্তু নোৱাৰিলে সি। একো এটাই কৰিব নোৱাৰিলে।

নোৱাৰিলে পাহৰি যাবলৈ সেই অমোঘ বাক্যটি 'গুৰু দুহিতা ভগ্নীসম'।

সময় বৈ নাথাকে কাৰোবাবে। সেই সময় আনন্দৰে হওঁক বা বিষাদৰেই নহওঁক কিয়?

মহীধৰ আৰু প্ৰতিমাৰ জীৱনক বিয়াকুল কৰা বিষাদ ভৰা সময়েও বাগৰ সলালে।

চকুপানী মচি দুয়ো কিছু প্ৰকৃতিস্থ হ'ল।

ইজনে সিজনলৈ চালে।

সবাক পৰিৱেশ এটি আনিবলৈ যত্ন কৰিলে দুয়োজনে। তথাপি বিষাদত কঁপা ওঁঠ যেন শব্দ সৃষ্টিৰে মুখৰিত হ'ব নোখোজে। জিভা নল'ৰে ঘূৰিব নোখোজে। নিৰ্বাক বেদনাই বুকুৰ মাজত ভাষাক হেঁচা মাৰি ৰাখে।

শেষত মহীধৰেই জিকিল। কঁপি থকা দুই ওঁঠৰ মাজেৰে সি উচ্চাৰণ কৰিব পাৰিলে এটি শব্দ মাথো—

ঃ প্ৰ-তি-মা।

ঃ ক-ৰ্ত্তা।

প্ৰতিমাও সবাক হ'ল। দীঘল হুমুনিয়াহ এটা এৰি তাই, মহীধৰক সম্বোধিলে। পিচত সি ক'লে—

ঃ তোমাৰ ধুনীয়া চকুজুৰিত মই কি ভাষাৰ ছবি দেখো জানানে প্ৰতিমা?

ঃ কৰ্ত্তা।

ঃ তুমি যেন মোক তোমাৰ প্ৰাণতকৈও বেছি ভাল পোৱা। এনে ভালপোৱাৰ ভাষা বুজাৰ পিচতো, আজি আমাৰ দুয়োৰে মাজত দেখা পাইছো এক অলঙ্ঘ্য প্ৰাচীৰ। যিখন প্ৰাচীৰ আমাৰ সমন্বিত শক্তিৰে ভাগিব নোৱাৰো। নোৱাৰা বাবেই আমি পৃথককৈ থাকিব লাগিব। এটা আনটোৰ পৰা বহুদূৰ আঁতৰি যাব লাগিব।

কিন্তু তোমাক এৰি মই কেনেকে থাকিম প্ৰতিমা। তোমাৰ পৰা আঁতৰি থাকিব লগা হ'লে মই এই ঠাই এৰিব লাগিব। আঁতৰি যাব লাগিব মোৰ জন্মভূমিক উদ্দেশ্য কৰি। এবাৰ যদি মই সেই ঠাই পাওঁ, মই আনৰ হৈ পৰিম। এদিন হয়তো তুমিও আন কাৰোবাৰ হ'বলৈ বাধ্য হ'বা। এনে হোৱাতো মই সহিব নোৱাৰিম প্ৰতিমা। নোৱাৰিম.....।

মহীধৰ ৰ'ল।

আকৌ এবাৰ চকু মোহাৰি প্ৰতিমালৈ চালে। তাই উচুপি উচুপি মাটিলৈ চাই আছে। মহীধৰে কোৱা কথাবোৰৰ কি উত্তৰ দিব তাই যেন ভাবি পোৱা নাই।

হঠাৎ প্ৰতিমা থিয় হ'ল।

মহীধৰৰ দুচকুত দৃষ্টি থাপিলে মুহূৰ্তমানৰ বাবে। পিচত অদূৰত দৃষ্টি থাপি বেদনাৰ উচুপনিয়ে সিক্ত কৰা কণ্ঠেৰে ক'লে—,

ঃ কৰ্ত্তা মোক পাহৰি যোৱা।

বেদনা দগ্ধ হৃদয়ত আকৌ এপাত শেলৰ খোচ। মহীধৰে সহিব নোৱাৰা হ'ল। তথাপি সি সুধিলে,

ঃ এই কথা কিদৰে সম্ভৱ হ'ব?

ঃ নাজানো কৰ্ত্তা। কিন্তু আজি এনে লাগিছে— বহুদিন আগতে মোৰ মনলৈ অহা এবাৰ কথা যেন সত্যত পৰিণত হ'ব ওলাইছে।

ঃ কি কথা প্ৰতিমা?

ঃ মই তোমালোকৰ সমাজৰ তোমালোকৰ ঘৰৰ বোৱাৰী হ'বলৈ উপযুক্ত পাত্ৰী নহওঁ। তথাপি.....।

ঃ তথাপি কি প্ৰতিমা?

ঃ মই তোমাৰ প্ৰেমত পৰিছিলো। কাৰণ সঁচা প্ৰেমে বাধাৰ প্ৰাচীৰলৈ ভয় নকৰে নামানে। নামানে জাত-পাত দেশ-বিদেশ। সেয়ে মই তোমাক ভাল পাওঁ। ভাল পাওঁ বাবেই তুমি মোৰ হৃদয়ৰ আঁহে-আঁহে, কোঁহে-কোঁহে, আসন অধিকাৰ কৰিব পাৰিছা। ইয়াৰ বাবেই তুমি আজি হৈ পৰিছা হৃদয় মন্দিৰৰ দেৱতা। যিজন দেৱতাক মই বেদীত বহুৱাইছো তাক জানো নিজে আঁতৰাই আনক.....

অবাক বিস্ময়েৰে মহীধৰে প্ৰতিমালৈ চালে। তাৰ এনে লাগিল এই মুহূৰ্ত্তত প্ৰতিমা যেন এজনী জীৱন্ত গাভৰু নহয়; পূজাৰ বেদীত থিয় কৰি ৰখা দেৱী প্ৰতিমাৰ মূৰ্ত্তিহে। যিজনী দেৱীক মানুহে ভাল পায় ভক্তি কৰে আৰু পূজাও কৰে। আশীষ মাগে মানসিক তথা দৈহিক শান্তি বিচাৰি।

বিৰ্ বিৰ্কৈ বলা বতাহ এজাকে দুয়োকে পৰশি টোৱাই গ'ল। বতাহজাকে প্ৰতিমাৰ উঠন বুকুখনক আঁবৰি ৰখা ৰঙা শাৰীৰ আচলটো উৰুৱাই নিব খোজা দেখি তাই আথেবেথে শাৰীখন থিক কৰি ল'লে।

বতাহজাকে বিয়পাই যোৱা শীতলতা অনুভৱ নহ'ল মহীধৰৰ। এনে লাগিল বতাহজাকে যেন শীতলতা কঢ়িয়াই অনা নাই। কঢ়িয়াই আনিছে হেজাৰ হেজাৰ বেজীহে। যিবোৰে তাৰ দেহৰ সৰ্বাঙ্গতে হানিছে খুচিছে। হানি-খুছি থকা সবকা কৰিছে। সেই কষ্ট সহ্য কৰিবলৈ যাওঁতে বুকুখনে দগমগাইছে। দগমগনিৰ উপশম বিচাৰি সি কাপুৰুষৰ দৰে প্ৰতিমাৰ পৰা সহায় বিচাৰিব লগা হৈছে।

মহীধৰৰ এনে লাগিল মাকে শিখি পঠোৱা "গুৰু দুহিতা ভগ্নীসম", বাক্যটিয়ে এডাল নাগপাশ হৈ যেন তাক হাতে-ভৰিয়ে মনেপ্ৰাণে বান্ধি পেলাইছে। নাগপাশত বন্দী হৈ গোলনা কালীগঞ্জৰ ভূমিত বাগৰি পৰিছে। এতিয়া সি মাথো এজন পঙ্গুলোকৰ দৰে। প্ৰতিবন্ধী লোকৰ দৰে মাথো ইফালৰ পৰা সিফাললৈ বাগৰিবহে পাৰে। উঠি থিয় হ'ব নোৱাৰে।

মহীধৰে আকাশলৈ চালে।

গন্ধমাদন পৰ্বতৰ বিশল্যকৰণী গছৰ সতে কোনোবা হনুমান তাৰ ওচৰলৈ আহিবনে বাৰু?

(১৮)

মহীধৰে মন দৃঢ় কৰিলে।

সিদ্ধান্ত ল'লে মাকৰ ওচৰলৈ যোৱাৰ। মাকক সুধি জানিব খোজে প্ৰতিমাক নিজৰ কৰি ল'ব খোজা দেখি "গুৰু দুহিতা ভগ্নীসম" বোলা বাক্যটি লিখি, কিয় মানুহজনীয়ে সিহঁত দুয়োৰে মাজত বাধাৰ প্ৰাচীৰ হৈ থিয় দিছে?

কিয় সি প্ৰতিমাক নিজৰ কৰি ল'ব নোৱাৰে? তাই কেনেকে তাৰ ভগ্নীসম হয়? সূৰ্য্যকান্ত সম্মানিত প্ৰতিমাৰ খনিকৰ হয় সঁচা। কিন্তু সিতো মানুহজনক বেদোক্ত প্ৰথামতে গুৰু ভজা নাই। মানুহজনে কৰা কাম প্ৰত্যক্ষ কৰি সেই কাম নিজৰ হাতত তুলি লৈছে, মূৰ্ত্তিকলাৰ বিভিন্ন দিশ আয়ত্ব কৰিছে। মূৰ্ত্তি সাজিবলৈ শিকিছে।

সি মনৰ কথা প্ৰতিমাৰ ওচৰত ব্যক্ত কৰিলে। তাইও তাৰ মনৰ ইচ্ছাৰ বিৰোধিতা নকৰিলে। বৰঞ্চ তাক উৎসাহ হে দিলে। তাইৰ ইচ্ছা তথা উৎসাহক সাৰোগত কৰি মহীধৰ মাকৰ ওচৰলৈ যাব ওলাল। আৰু এদিন প্ৰেমৰ ভাণ্ডাৰ দলিয়াই মৃণ্ময় শিল্পৰ ভাণ্ডাৰ কঢ়িয়াই ডিংডিঙি গাওঁ পালেহি।

মাকৰ চৰণ চুই প্ৰণাম জনালে।

মন হ'লে শান্ত নহ'ল।

তাৰ মন তাৰ প্ৰাণ যেন থাকি গ'ল বংগদেশৰ গোলনা কালীগঞ্জ নামৰ ঠাইখনত। খনিকৰ সূৰ্য্যকান্তৰ জীয়ৰী প্ৰতিমাৰ ওচৰত।

প্ৰতিক্ষণে, প্ৰতিপলে অনুভৱ কৰিব ধৰিলে এক অসহনীয় নিসংগতা। প্ৰতিমাৰ বিৰহত সি ভাগি পৰিব ধৰিলে। কিবা-কিবি ভাবি একে ঠাইতে বহি থকা হ'ল। এঠাইলৈ যাব খুজি আন ঠাইলৈ যোৱা হ'ল। ভাতৰ পাতত বহে যদিও খাবলৈ মন নোযোৱা হ'ল। শুই থাকিলেও টোপনি নহা হ'ল। য'তে ত'তে সি যেন বিফল জীৱন এটাৰ প্ৰতিচ্ছবিহে দেখিবলৈ পোৱা হ'ল।

আনমনা মন আৰু কৰ্মবাজিৰ প্ৰতি লক্ষ্য কৰি এদিন কাষত থিয় হ'লহি তাৰ মাক। মৰমেৰে মূৰত হাত বুলাই ক'লে,

ঃ মহী। বাচামোৰ। মোৰ কথা শুন।

এটি অবোধ শিশুৰ দৰে মাকলৈ চালে সি। চাই আশ্বস্ত হ'ল। ভাবিলে মাকেই হয়তো কিবা এটা উপায় দিব, বিফলতা আঁতৰাই এটি সফল জীৱনৰ গতিপথত আগবাঢ়িবলৈ।

আশাত বন্দী মানুহ।

নিৰাশাৰ জালত বন্দী হোৱা তাৰ মনটোৱে যেন পোহৰৰ মুখ দেখিলে। মাকৰ কথা

শুনাৰ মানসেৰে কাণ পাতি ৰ'ল। মাকে ক'লে,

ঃ বাচা, এতিয়া তই আৰু ল'ৰালি কালৰ মহীধৰ হৈ থকা নাই। বহু জনা বুজা হৈছ। কিছু পৰিমাণে স্বাবলম্বীও হৈছ। উভেনদীৰ মাজেৰে নহ'লেও টান আপদৰ মাজেৰে তোৰ পেটৰ ভাত কেইটাৰ সতে সংসাৰখন চলাব পাৰিবি। তাত মোৰ সহায় নহ'লেও হ'ব। গতিকে তই যদি নিজৰ মতে সিদ্ধান্ত ল'ব মোৰ মতে নচলিলেও হ'ব। মোৰ কথা নুশুনিলেও হ'ব। যদি শুন বা শুনিব খোজ তেনে কথা নাই।"

মাক অলপ ৰ'ল। পলকতে তাৰ চকু মুখলৈ চাই অন্য দিশলৈ দৃষ্টি ঘূৰাই মহীধৰৰ মনৰ প্ৰতিক্ৰিয়াহে যেন জানিব বিচাৰিলে। মহীধৰে কিন্তু একো নক'লে। মাকৰ হাতৰ আঙুলিৰ পৰশ লৈ চকুমুদি বহি ৰ'ল। মাকে আকৌ ক'লে।

ঃ শুন বাচা। বৰ্তমান সময়ত মুখৰ মাতবাবৰ বাহিৰে তোক দিবলৈ বুলি মোৰ ওচৰত একো নাই। যদি আপত্তি নকৰ.....।"

সময় বাগৰিব ধৰিলে। মহীধৰে এইবাৰো কোনো আপত্তি নকৰিলে। প্ৰেয়সী প্ৰতিমাক গোলনা কালীগঞ্জত এৰি আহি মাকৰ ওচৰত প্ৰতিবাদ কৰিলেনো কি হ'ব? ভাবি নীৰৱ হৈ থাকিল। মাকে আকৌ ক'লে,

ঃ বাচা মহী। দেউতাৰা আঁতৰি যোৱাৰ পিচত মোৰ চৌপাশৰ জগতখনত বহু দেখিলো বহু শুনিলো। এইবোৰৰ পৰা বহু অভিজ্ঞতা হ'ল। এই অভিজ্ঞতাক সমল কৰিয়েই আজি তোক কিছু কথা ক'ব খুজিছো। যি ক'ম বুজিবলৈ যত্ন কৰিবি। তিলিকতে উৰুৱাই নিদি অলপ দকৈ ভাবিবি।

মই জানো মহী। তোৰ মনটো এতিয়াও গোলনা কালীগঞ্জতে আছে। সূৰ্য্যকান্তৰ জীয়ৰী প্ৰতিমাৰ মুখখনে চকুৰ দৃষ্টিয়ে তোৰ সমুখত খেলা কৰি আছে। তই তাইৰ পৰা বিদায় লৈ অহাৰ সময়ত তাই কান্দি কাটি লেবেজান হোৱা দৃশ্যটো এতিয়াও তোৰ মানস পটত ভাঁহি আছে। কোনো এটা মুহূৰ্ততে সেই দৃশ্য পাহৰিব পৰা নাই। সেয়ে এতিয়াও তই তাইৰ ওচৰলৈ দৌৰি যাব খোজ। তাইৰ ওচৰ চাপি বুকুৰ মাজত সাৱটি ধৰি ক'ব খোজ- 'প্ৰতিমা মই উভতি আহিছো বুলি', নহয়নে?

মাকৰ প্ৰশ্ন শুনি এইবাৰো মহীধৰে একো নামাতিলে। তাৰ উত্তৰলৈ অপেক্ষা কৰাৰ অন্তত মাকৰ বুকুৰ মাজৰ পৰা এটি দীঘল হুমুনিয়াহ ওলাই আহিল। ক্ষণিক ৰৈ তেওঁ আকৌ কৈ গ'ল।

ঃ বাচা মোৰ। প্ৰতিমাৰ ওচৰলৈ যাব নোৱাৰি তই মনটোক কষ্ট নিদিবি। মোৰ যি অলপ জ্ঞান, যি অলপ অভিজ্ঞতা আছে তাকে সমল হিচাবে লৈ কওঁ, প্ৰতিমা তোৰ বাবে উপযুক্ত পাত্ৰী নহয়।

এই কথা মই জাত পাতৰ বাবে কোৱা নাই। কৈছো আমাৰ সমাজখনৰ পৰিস্থিতিৰ কথা ভাবিহে। তইতো নজনা নহয়, আমাৰ উত্তৰ কামৰূপ তথা ৰঙাগৰ মানুহৰ কথা। এই মানুহবিনিয়ে কাহানিও নিজৰ জাত্যাভিমান এৰিব নোখোজে। অথচ পৃথিৱীৰ সকলো মানুহকে মানুহ বুলি ভাবে। সকলোৰে লগত মিলাপ্ৰীতিৰে বসবাস কৰে।

বঙ্গদেশলৈ গ'লে এই মানুহখিনি বঙ্গভাষী হয়। তাৰ সংস্কৃতিক সম্মান জনায় নিজৰ সংস্কৃতি বুলি গৌৰৱ কৰে- অথচ কামৰূপলৈ আহিলে কামৰূপীয়া হয়। তাৰ পিছত আকৌ বঙ্গভাষীৰ অৱৰ্তমানত নিকৃষ্ট বঙালী বুলি হাঁহে। নিজৰ সভ্যতা সংস্কৃতি পূৰ্ববঙ্গৰ সভ্যতা সংস্কৃতিতকৈ বহু ওপৰত বুলি গৰ্ব কৰে। এইবোৰ কথাতেই মই দুখ পাওঁ। যিখন সমাজে আমাৰ পেটৰ ভাতমুঠিৰ যোগান ধৰে পাচদিলে পৰ্বতক পিঠি বোলাৰ দৰে অনিহাৰ ভাব পোষণ কৰাটো জানো উচিত?

তই অৱশ্যে তোৰ দেউতাৰাৰ কথা নাজান। মানুহজনৰ এনে স্বভাৱ নাছিল। বেছিদিন ঘৰলৈ নহাকৈ থাকিলে নিজৰ ভাষাটোও পাহৰিছিল। য'তেই নাথাকক কিয় অসম আৰু বঙ্গৰ মানুহৰ মাজত কোনো প্ৰভেদ দেখা নাছিল। কিন্তু সকলোৱেইতো তোৰ দেউতাৰাৰ দৰে নহয়।

প্ৰতিমা জনমিছে বঙ্গদেশত। সেই সমাজত ডাঙৰ দীঘল হৈছে। নিজ দেশৰ সভ্যতা আৰু সংস্কৃতি হাড়ে-হিমজুৰে শিপাই আছে। সেই প্ৰতিমাজনীয়ে আমাৰ সমাজত ভৰি থৈ আমাৰ সমাজৰ এজনী হৈ পাহৰি যাব পাৰিবনে নিজ জন্মভূমি তথা দেশৰ আচাৰ-ব্যৱহাৰ, ভাষা-সংস্কৃতি আদি?

প্ৰতিমাক নিজৰ কৰি পোৱাৰ আশাত তই হয়তো কবি তাইক মই সকলো শিকাই ল'ম। তাইৰ মন যিমান সুন্দৰ, যিমান বুদ্ধিমান অতি সোনকালে অসমৰ ভাষা সংস্কৃতি আদি শিকি লৈ এজনী অসমীয়া নাৰী হৈ পৰিব; কিন্তু অনুমান কৰি কথা কোৱা যিমান সহজ কাম কৰা সিমান সহজ নহয় বাচা।

তইতো এই কথাও জান যে, একেই ভাষা আৰু একেই সংস্কৃতিৰ ছোৱালী এজনীক বোৱাৰী কৰি অনাৰ পিছতো শাহু-বোৱাৰীৰ মাজত কিমানৰ কাজিয়া হয়। নবৌৱেক আৰু ননন্দৰ মাজত কিমানৰ প্ৰভেদ গঢ়ি উঠে।

প্ৰতিমা এইখন ঘৰলৈ অহাৰ পিচত মই যেনিবা সকলো সহি যাম আৰু তইও এই সমাজৰ সকলোবোৰ কথাকে নিজৰ বুলি আদৰি ল'বলৈ যত্ন কৰিবি। কিন্তু এই সকলোবোৰ জানো একে দিনতে হ'ব? এইবোৰ এৰিবলৈ গৈ প্ৰতিটো দিনতে বা প্ৰতিটো ক্ষণতে প্ৰতিমাই জানো উজুটি নাখাব?

বাচা, তই আন এটা কথালৈ মন দেচোন। সেইয়া হ'ল আমাৰ সমাজখনৰ কথা। আমাৰ সমাজৰ পুৰুষ বা নাৰীসকল ইমান উদাৰনে যে, প্ৰতিমাক নিজৰ বুলি আদৰি ল'ব? তাই ইয়ালৈ অহাৰ পিচত বঙ্গদেশীয় বা হীনকুলৰ বুলি আলেঙে-আলেঙে নাহাঁহিবনে? শুদিৰৰ লগত গোড়া ব্ৰাহ্মণে কৰা আচৰণৰ দৰে তাইৰ লগতো যে আমাৰ মানুহে তেনে নকৰিব সেই কথা তই ন-দি ক'ব পাৰিবিনে?

মই নকওঁ যে, প্ৰেমৰ মূল্য নাই।

মই এইটোও নকও যে, প্ৰেমত পৰি তই ভুল কৰিছ বা অন্য যুৱক-যুৱতীয়েও ভুল কৰে। দেৱ, মানৱ আৰু গন্ধৰ্বৰ সমাজত অতীজৰে পৰা প্ৰেম চলি আছে।

হৰ-পাৰ্বতীৰ মাজতো প্ৰেম হৈছিল। পাৰ্বতীৰ হৃদয় সঞ্চিত প্ৰেম ভালপোৱা বুজিবলৈ

ভেশচন কৰি যোৱা শিৱ বা হৰ-পাৰ্বতীৰ ওচৰত নিজেই লজ্জিত হৈছিল।

এইখন অসমৰে ৰুক্মিনীয়ে প্ৰেম কৰিছিল শ্ৰীকৃষ্ণৰ সতে। ৰজা বাণৰ দুহিতা উষা প্ৰেমত পৰিছিল শ্ৰীকৃষ্ণৰ নাতি অনিৰুদ্ধৰ সতে।

এনে প্ৰেমক সমস্ত পুৰুষ এচামৰ বাহিৰে প্ৰায় সকলোৱেই স্বীকৃতি দিছিল। তথাপিতো কাজিয়া হৈছিল। হৰিহৰৰ যুদ্ধ, শ্ৰীকৃষ্ণ ৰুক্মবীৰৰ যুদ্ধ, দক্ষৰাজক ছাগমুণ্ড প্ৰদান আদি কাহিনীবোৰ তই হয়তো জানই। প্ৰেমৰ পৰিণতিতে এইবোৰ হোৱা নাছিল নে?

বুজিছ বাচা। অমৰ প্ৰেমৰ পৰিণতি সদায় আনন্দদায়ক নহয়। মৰ্মন্তুদ কাহিনী গাঁথাৰে ই ভৰপুৰ।

তইতো জানই আমাৰ সমাজৰ মানুহখিনিৰ কথা। যিয়ে সমুখত সঁচা ক'বলৈ বেয়া পায়। সভাই সমিতিয়ে মুকলিকৈ সমালোচনা কৰিব নোখোজে অথচ আলেঙে-আলেঙে কাৰোবাৰ দোষ নাথাকিলেও দোষ খুচৰি ভাল পায়, বদনাম ৰটি অশান্তিৰ সৃষ্টি কৰে।

সেয়ে এনে এখন সমাজত তই আৰু প্ৰতিমাই বাৰু সুখেৰে সংসাৰ চলাব পাৰিবিনে? সমাজৰ নিৰ্যাতনত অতীষ্ঠ হৈ প্ৰতিমাই যদি শিৱ পত্নী সতীৰ দৰে কিবা এটি অঘটন কৰে, তেতিয়া তই কি কৰিবি? সমাজখন ভাঙি তছনছ কৰিব পাৰিবিনে?

মনত ৰাখিবি মহী। চকুৰ আঁতৰ হ'লে মনৰ আঁতৰ নহয়। কিন্তু পৃথিৱীৰ পৰা এবাৰ যদি মানুহ আঁতৰি যায় তেনে তাক আৰু ওভতাই আনিব নোৱাৰি। তেতিয়া প্ৰেম ভালপোৱা আঁতৰি যায়। মনো পিছলে।

মহীধৰৰ মাক ৰ'ল।

তাৰ মুখলৈ চালে। চাই যেন জানিব বিচাৰিলে তাৰ মনৰ প্ৰতিক্ৰিয়া। নীৰৱে থকা দেখি কিছু আশ্বস্ত হ'ল।

মাকৰ মুখৰ কথাত মহীধৰৰ মনৰ বেদনাও কিছু পাতলিল। তাৰ মনটোৱেও যেন তাকেই সুধিলে—,

ঃ আনৰ ঘৰত কাম কৰি পেটৰ ভাত, গাৰ কাপোৰ লোৱা মানুহজনীয়ে এইবোৰ কথা ক'ত কেনেকৈ শিকিলে? এক অদ্ভুত আৰু অবুজ আশ্চৰ্যই মহীধৰৰ সত্তাক যেন আৱৰি ধৰিলে, আৰু তাৰ প্ৰভাৱৰ পৰা মুকলি হ'ব নোৱাৰা হ'ল। মনটোও প্ৰতিমাৰ কাষৰ পৰা কিছুদূৰ আঁতৰি আহিল।

নিজৰ ঠাইতে লৰি চৰি ৰহিল।

তাৰে চাই মাকে আকৌ ক'লে,

ঃ বাচা মোৰ। তোৰ বয়সৰ বহু যুৱক-যুৱতীয়েই পৰিবেশৰ চিকাৰ হৈ প্ৰেমত পৰেই। প্ৰেমৰ শেষ ঢাপ মানে বিয়া নহয়। বিয়া হ'ল মানুহৰ জীৱনত আৰম্ভ হোৱা এটি নতুন আধ্যায়ৰ দুৱাৰমুখ। এই দুৱাৰমুখ অতিশয় বৰ্ণাঢ্য। আনন্দ মেলাই এইখন দুৱাৰমুখত সকলোৱে বাবে অপেক্ষা কৰি থাকে। কিন্তু এই মেলাৰ পিচপিনে যে, এন্ধাৰে আৱৰা এখন পৃথিৱী থাকে সেই কথা বিয়াৰ সময়ত কোনো যুৱক-যুৱতীয়ে জানিব নোখোজে। মই

ভাবো, সকলোৱে এই কথা ভবা উচিত। অন্ততঃ তই আমাৰ বংশধৰ হৈ এই কথা এবাৰ ভাবি চা। ক্ষন্তেকীয়া ভাব বা আবেগৰ বশৱৰ্তী হৈ মন আৰু দেহৰ কামনা বাসনাৰ নিবৃত্তিৰ বাবে বিবাহ পাশত আৱদ্ধ হ'ব নিবিচাৰিবি।

এইবাৰো মহীধৰ নীৰৱ হৈ থাকিল যদিও দুচকু সেমেকি লোতকেৰে ভৰি পৰিল। তাৰ সমুখত নো কি আছে একো নেদেখা হ'ল। নেদেখা হ'ল তাৰ মূৰত আলফুলে হাত বুলাই থকা মাককো। দৃষ্টি ওভতাই আনিবলৈ দুচকু মোহাৰিলে। তাৰ পিচতহে মাকলৈ চালে।

মাকেও তাৰ চকুলৈ চাই আছে।

চাই আছে কিবা এক প্ৰতিশ্ৰুতিৰ আশাত।

কি কৰো, কি নকৰো বুলি মহীধৰে মাকৰ কান্ধতে মূৰটো থ'লে। দেহমন অৱশ অৱশ লাগিল। তেনেদৰে মাকৰ কান্ধত মূৰ থৈ ভালেমান সময় পাৰ কৰিলে। পিচত জড়তা ভৰা কণ্ঠেৰে মাকৰ চকুলৈ চাই সুধিলে।

ঃ মা। এতিয়া মই কি কৰিম?

লগে লগে মাকে কোনো উত্তৰ নিদিলে। কথাৰ উত্তৰ হিচাবে তাৰ মূৰৰ চুলিৰ মাজত আঙুলি বুলাই থাকিল। আজি সি যেনিবা মাকৰ মানত এটি শিশুহে। পিচত এনে এটি সময় আহিল, যেতিয়া মহীধৰৰ হৃদয়ত দম বন্ধা দুখৰ পিৰামিড খহি খহি কৰ্পূৰৰ দৰে লাহে লাহে উৰি যাবলৈ ধৰিলে।

মহীধৰে তাৰ ভাগ্য মাকৰ হাততে তুলি দিবলৈ সিদ্ধান্ত ল'লে।

সময় বাগৰি থাকিল।

পৰমাত্মীয়ৰ স্নেহবন্ধনৰ আহ্বান কৰি সময় বৈ নাথাকে। বৈ থাকিব নোৱাৰিলে মহীধৰো। পৰিবৰ্তিত সময়ৰ চাকনৈয়াত মহীধৰ প্ৰকৃতিস্থ হ'ব লগা হ'ল— এক নতুন জীৱনৰ পটভূমি বিচাৰি।

## (১৯)

প্ৰকৃতিস্থ হ'বলৈ যত্ন নকৰি মহীধৰৰ আন উপায় নাছিল। ডিংডিঙি গাঁৱত বৈধব্য যন্ত্ৰণা বহন কৰি পেটৰ ভাত আৰু দেহৰ কাপোৰ অৰ্জা মাকৰ মুখখন দেখিলেই তাৰ মাকৰ প্ৰতি থকা দায়বদ্ধতাৰ কথা মনলৈ অহা হ'ল। সেয়ে সি নোৱাৰা হ'ল মাকক অকলে এৰিবলৈ। নোৱাৰা হ'ল প্ৰতিমাৰ চকুত চকু থাপি মনৰ কথা ক'বলৈ বুলি গোলনা কালীগঞ্জলৈ উভতি যাবলৈ।

মহীধৰে সিদ্ধান্ত ল'লে গোলনা কালীগঞ্জত সূৰ্য্যকান্ত সন্মানিতৰ পৰা শিকা বিদ্যাৰ আলমত ডিংডিঙি গাঁৱত মূৰ্তি সজাত আত্মনিয়োগ কৰিবলৈ। সিদ্ধান্ত ল'লে প্ৰতিমাৰ মুখৰ ছবি দেহৰ গঠন সি সজা নাৰীমূৰ্তি সমূহত প্ৰতিভাত কৰি তাইৰ প্ৰতি থকা ভালপোৱা

প্ৰকাশ কৰাৰ। তাইৰ বং ৰূপ উত্তৰ কামৰূপত প্ৰচাৰ কৰাৰ।

সি কাম আৰম্ভ কৰিলে।

দিনবোৰ মাহলৈ পৰিবৰ্তিত হ'বলৈ ল'লে। তাৰ মাজত এদিন মাকে তাৰ সমুখত প্ৰস্তাৱ দিলে বিয়াখন পতাৰ। মাকৰ কথাত আপত্তি দৰ্শাইছিল। তাৰপিচতো সি কাবু হ'ল যেতিয়া মাকৰ মুখমণ্ডলত প্ৰতিভাত হোৱা বিষাদৰ ছবি দেখিলে। তাৰ পিচতো সি চৰ্ত্ত এটা ৰাখিলে। চৰ্ত্ত হ'ল বিয়াৰ আগত সি ছোৱালী নাচায়। মাকে যিজনী ঠিক কৰিব সেই জনীকে বিয়া কৰাব।

কথা ৰাখি মাক আগবাঢ়িল।

বিয়াৰ দিনবাৰো ঠিক হ'ল। বেছি ভাগ কামতে সি নিস্পৃহ হৈ থাকিল যদিও এদিন উচপ খাই উঠিল। সিদিনাই অনুভৱ কৰিলে মাকৰ ওচৰত পৰাজিত হৈছে। যিমানেই মাকৰ লগত বিয়াৰ ক্ষেত্ৰত অসহযোগ নকৰক কিয়, সি আৰু পিছুৱাই যাব নোৱাৰে। মাকে নিৰ্দিষ্ট কৰা দিন বাৰতে বিয়াখন হ'ব।

সিদিনা মহীধৰে মূৰ্তি সজা চালিখনৰ তলতে কিবা কিবি কৰি আছিল। এবাৰ তাৰ অনুভৱ হ'ল, ঘৰখনলৈ যেন ভালেমান মহিলাৰ আগমন হৈছে। এই মহিলাসকলৰ কিছুমান বহিছে চোতালত আৰু কিছুমান বহিছেগৈ ঢেঁকীশালত।

হয় ঢেঁকীশালতেই।

যিটো ঢেঁকীশাল মাকৰ কথা ৰাখি গোলনা কালীগঞ্জৰ পৰা উভতি আহি সি সজাইছিল। কাৰণ দেউতাকৰ দিনৰ ঢেঁকীশালটো এসময়ত ভাগি পৰিছিল। ৰবঘূণ পৰি পচি যাব বুলি তাৰ মাকে ঢেঁকীটো ঢেঁকীথোৰা, কাঠৰ কৰ্তৰা আদি নবঘূণ নপৰাকৈ আঁতৰাই থৈছিল। খুবলিটোহে চোতালৰ একোণত পৰি আছিল।

চোতালত পৰি থকা খুবলিটো দেখুৱাই মাকে কৈছিল মহী, ঢেঁকীশালটো সাজি ঢেঁকীটো পাত। ঘৰখনত যদি ঢেঁকীটোৱে নেথাকে থাকেনো কি? ঢেঁকী থাকিলেহে ঘৰখনত তিৰোতা মানুহ থকা যেন লাগে।

মহীধৰে মাকৰ কথা ৰাখিছিল।

পিচত নিজৰ নহ'লেও গাঁৱৰ কেবাঘৰ মানুহে প্ৰতিগধূলি ধান বনা, চাউল কৰা, নতুবা চাউলৰ গুড়ি খুন্দিবলৈ আহিলে সিহঁতৰ ঢেঁকীটোৰ পৰা ওলোৱা ঢেংকুৰচ, ঢেংকুৰচ শব্দই ঘৰখনৰ নীৰৱ পৰিবেশটো আঁতৰাইছিল।

তেতিয়া তাৰ মনলৈ আহিছিল এবাৰ কথা— ঢেঁকী আৰু ঢেঁকীশাল হ'ল উত্তৰ কামৰূপৰ মানুহৰ সোনসেৰীয়া সংস্কৃতিৰ সম্পদ।

তাৰ মনলৈ আহিছিল আন এটি কথা। বতৰ খৰাং হ'লে, খেতি পথাৰত পানীৰ অভাৱ হ'লে, গাঁৱৰ যুৱকসকলে ঢেঁকীটোক লৈ কৰা উৎপাতৰ কথা। গভীৰ নিশা গৃহস্থৰ মানুহ লালকাল দিয়া টোপনিত পৰিলেই যুৱকসকলে ঢেঁকীশালৰ ঢেঁকী চুৰ কৰি নি ৰাস্তাৰ মাজত বা খেতি পথাৰত ঢেঁকীবোৰ ওভোটাকৈ শাৰী শাৰীকৈ পোতে। এনেদৰে ঢেঁকী পুতিলে ৰবঘূণ হয় বুলি গাঁৱৰ মানুহে বিশ্বাস কৰে।

মহীধৰে নিজেও কেবাবাৰো এনে কাৰ্যত ভাগ লৈছিল। নিশাৰ এন্ধাৰত শাৰী শাৰীকৈ পোতা ঢেঁকীবোৰ পুৱাৰ পোহৰত চাই ৰব বং পাইছিল।

জাক জাককৈ কেবাবাৰো দিয়া উৰুলিৰ ধ্বনি তাৰ কাণত পৰিল। তাৰ পিচত ঢেঁকীৰ ঢেংকুৰচ, ঢেংকুৰ শব্দ। লগে লগে এজাক মহিলাই সমস্বৰে 'যাত্ৰাসান্দহ' খুন্দাৰ দিনা ঢেঁকীশালত গোৱা গীত–

ঃ আম খৰি কাটিলো

কমাৰ কুছিৰ বৰুৱা,

জামখৰি কাটিলো

কমাৰ কুছিৰ বৰুৱা

কাটিলো পাইলানৰ ঢেঁকী

নাল ঐ

কমাৰ কুছিৰ বৰুৱা

আমাৰ বাপা মহীধৰ

কাৰ প্ৰেমত ধৰুৱা।

ঢেঁকীশালত গোৱা গীত শুনি মহীধৰৰ বুকুখনে দগমগাব ধৰিলে। মনটো উৰা মাৰিলে গোলনা কালীগঞ্জলৈ। তাৰ সমুখত প্ৰতিমা আহি যেন থিয় হ'ল। তাৰ হাতৰ কামত স্থবিৰতাই দেখা দিলে। হয় প্ৰতিমাক সি পাহৰিব নোৱাৰে...।

আকৌ উৰুলিধ্বনি।

ঢেঁকীৰ খৰখেদা ঢেংকুৰচ্ ঢেংকুৰচ শব্দ। লগে লগে মহিলাসকলে আকি মাৰি গোৱা গীত-

ঃ পাইলানৰ ঢেঁকীতে

আমি চিৰা খুন্দিছো

কমাৰ কুছি বৰুৱা

মহীধৰৰ বিয়াৰে লেগি

নাল ঐ

মহীধৰ বাপাই

সেন্দুৰ দি পঠাবো

কৌশল্যা আয়াকে লেগি

নাল ঐ

কমাৰ কুছিৰ বৰুৱা

আমাৰ মহীধৰ বাপা

কাৰ প্ৰেমত ধৰুৱা।

পিচত মহীধৰে সকলো যেন বুজি পালে। তাৰমানে বিয়ালৈ বুলি আৰু মাত্ৰ কেইটামান দিনহে বাকী। তাৰ বাবে থিক কৰা ছোৱালীজনীৰ নাম কৌশল্যা।

আজি তাৰ বিয়াৰ 'যাত্ৰা সান্দহ' খুন্দাৰ দিন। এই সান্দহ বা চিৰাৰ কিছুখিনি জোৰণৰ দিনা ভাৰৰ সতে কইনা ঘৰলৈ দি পঠাব।

ঢেঁকীশালৰ ঢেংকুৰচ, ঢেংকুৰচ শব্দত শিথিলতা আহিছিল। তথাপি মহিলাসকলে গাইছিল।

ঃ যঁতৰে যঁতৰে

হা, মোৰ দেহা ঐ

মৈলামে যঁতৰে

হা, মোৰ দেহা ঐ

যঁতৰে ছিণ্ডিলা মাল

নাল ঐ

ঘামে তলৌ-বলৌ কৰে

নাল ঐ

হা মোৰ দেহা ঐ।

কোমল দেহাটিত

বিচনীৰ বা লৌ

নাল ঐ-

আমিনো আজি কি কৰো

নাল ঐ-

চিৰাখুন্দি কিনো লাভ হবো

নাল ঐ

মহীধৰ বাপাকে কৌ-।

গীত সামৰি মহিলাসকলে গিৰজনি মাৰি হাঁহিলে। সিহঁতৰ হাঁহিয়ে মহীধৰৰ মনটোও ধুলে। তাৰ মনটোৱে এনে এখন ভাব ৰাজ্যত প্ৰৱেশ কৰিলে, য'ৰ পৰা ওলাই আহিবলৈ ল'লে ভালেমান সময়।

(২০)

সময়ে গঢ়ে, সময়ে ভাঙে।

ভঙা নতুবা গঢ়াৰ আনন্দতে হয়তো সময় কাৰো বাবে বৈ নাথাকে। বৈ নাথাকিল

মহীধৰৰ বাবেও। যি সময়ে প্ৰতিমাক তাৰ ওচৰ চপাই আনিছিল সেই নিষ্ঠুৰ সময়েই প্ৰতিমাক তাৰ কাষৰ পৰা আঁতৰাই আনিলে। আৰু এতিয়া? এতিয়া আকৌ তাৰ জীৱনক উপহাৰ দিব খুজিছে আন এটি স্মৰণীয় দিন।

'যাত্ৰা সান্দহ' খুন্দা দিনটোৰ পিচৰ দিনবোৰ এটি এটিকৈ কেনেদৰে পাৰ হ'ল সি গমেই নাপালে।

জোৰণৰ দিনাহে জানিব পাৰিলে তাৰ শহুৰেকৰ ঘৰ হ'ব, বৰখলা নামৰ গাওঁখনত। কইনাৰ দেউতাক প্ৰাথমিক স্কুল এখনৰ শিক্ষক। কইনাজনী বয়সত তাতকৈ প্ৰায় আঠবছৰ সৰু। দেখিবলৈ ধুনীয়া। মাত কথাটো সুৰৰ আবেশ আছে।

জানিব নুখুজিও শুনিব নুখুজিও এইখিনি কথা সি জানিলে, সি শুনিলে।

বিয়াৰ পুৱাৰে পৰা ব্যস্ত হ'ব লগা হ'ল বিভিন্ন কৰ্মত।

শ্ৰাদ্ধত বহাৰ পিচত, পঞ্চদেৱতাৰ পূজা কৰাৰ পিচতে পুৰোহিতে অধিবাসৰ মন্ত্ৰ মাতিলে। অধিবাসৰ সময়ত পাঁচজনী কুমাৰী ছোৱালীয়ে তাৰ মূৰত তেল দিলে।

সি বহিল নান্দীমুখ শ্ৰাদ্ধত। শ্ৰাদ্ধ কৰ্মৰ মাজতে বসুধৰা পূজা হ'ল। চাৰিখন থালিত চাউল দি সাত পুৰুষৰ পিণ্ডদান কৰিলে।

নিশা দৰা সাজি কইনাৰ ঘৰলৈ গ'ল। ওৰে বাটে ঢুলীয়াই ঢোল বজালে কালিয়াই কালি বজালে।

কইনাঘৰৰ বভাতলত কইনাজনীক কাষত বহুৱাই পুৰোহিতৰ নিৰ্দেশ মতে মন্ত্ৰ মাতিলে-

ঃ যথেন্দ্ৰানী মহেন্দ্ৰস্য, স্বাহা চৈব বিভাবসোঃ
ৰোহিনী চ যথা চন্দ্ৰে, দময়ন্তী যথা নলে।
যথা বৈশ্ৰবনে ভদ্ৰা, বশিষ্ঠে চ অৰুন্ধতী
সীতা ৰামচন্দ্ৰেচ, গৌৰী শংকৰ চ এৱ চ।
যথা নাৰায়ণে লক্ষ্মীস্তথা তং ভব ভৰ্ত্তৰি।"

অকল এয়াই নহয়, পুৰোহিতে তাৰ মুখনিসৃত শব্দৰ দ্বাৰা সমাজ সাক্ষী ৰাখি আন কেইটামান কথাও কইনাজনীক ক'লে। মহীধৰে আওঁৰালে—

ঃ ওঁ। সাম্ৰাজ্ঞী শ্বশুৰে ভৱ
সাম্ৰাজ্ঞী শ্বশ্ৰাং ভৱ
নন্দাদৰি সাম্ৰাজ্ঞী ভৱ
সাম্ৰাজ্ঞী অধিদেবেসু।

উত্তৰ আকাশৰ ধ্ৰুৱতৰা চাই দুয়ো প্ৰতিশ্ৰুতিবদ্ধ হ'ল। সমাজ সাক্ষী কৰি আওঁৰালে,

"ধ্ৰুৱমসি ধ্ৰুৱাহং পতিকুলে ভূয়াসং।"

ইয়াৰ পিচতো সি কিন্তু আঁকোৰগোজ হৈয়েই থাকিল। বিবাহ বাহৰত কইনাৰ মুখ

নাচালে। নিশাতেই ঘৰলৈ উভতিল। ওভতনি পথত প্ৰতিমাৰ মুখখনে বাৰে বাৰে তাক আমনি কৰিলে। প্ৰতিমাক একো নজনাই বিয়াত বহি আন এজনীৰ পাণিগ্ৰহণ কৰিবলগীয়া হোৱাত আনন্দৰ দিনতো তাৰ দুনয়ন লোতকেৰে ভৰিল। কোনেও নেদেখাকৈ সি দুচকু মোহাৰিলে।

বিয়াৰ পিচদিনা পুৱা।

বেলিৰ পোহৰে চোতাল ঢাকিছিল। দোলা এখন পদূলিত ৰ'ল। কোনোবা এজনে চিঞৰিলে ঃ কইনা আহি পালেহি।

মাকৰ ল'ৰা ঢপৰা লাগিল।

বিয়ালৈ অহা কেইজনীমান তিৰোতাই উৰুলি দিলে।

চোতালত আগদিনাখন শ্ৰাদ্ধ কৰা ঠাইতে মাকে পাটি এখন পাৰিলে। দুনী, ঘট, সহস্ৰ বাতিৰে বোৱাৰী আদৰি আনি তাৰ মাকে মাতি নি তাকো কইনাজনীৰ কাষত বহুৱালে।

তেতিয়াই চাওঁ নেচাওঁকৈ চালে কইনাজনীলৈ। ওখই-পাখই দহ এঘাৰ বছৰ বয়সৰ যেন লাগিল। বিহা মেখেলা পাটৰ চাদৰ আৰু দোৰপতিৰে নিজক আঁৰৰি টোপোলা এটা যেন হৈ বহি আছে।

আগনিশা হোমৰ গুৰিত তাৰ গাৰ কাপোৰৰ লগত কইনাজনীৰ কাপোৰৰ লগত গাঁঠি দিয়াৰ দৰে আজিও কোনোবা এজনে তাক সাঙুৰি দিলে।

পিচত আগ চাউল ছটিয়ালে।

ঘটৰ শান্তি পানী ছটিয়ালে।

চাউলৰ ডুনীত সোণৰ আঙুঠি লুকুৱা লুকি খেল চলিল। অনিচ্ছা স্বত্বেও সি সকলো কৰি গ'ল। এনে কৰোঁতেই চকুত পৰিল টোপোলাটোৰ মাজৰ পৰা হাতৰ খাৰুৰ কণজুন শব্দ কৰি লিহিৰি আঙুলীৰে লাৱণি হাত এখন। হাতখন কেবাবাৰো ওলাল। চাউলৰ তলত সি লুকাই থোৱা আঙঠি বিচাৰিলে। আকৌ সোমাল।

তাকে চাই আয়তীসকলে খিচা গীত দিলে, ধেমালী কৰিলে।

কৌশল্যাৰ হাতৰ আঙুলিৰ বং আৰু মুখখনৰ ছবি সেই সময়তো তাৰ সমুখত ভাঁহি থকা বাবে এটা গীতো কাণত নোসোমাল। বিণি বিণি ভহা শব্দহে তাৰ স্মৃতি পটত ভাঁহি ৰ'ল। যিটো শব্দত সি শুনিবলৈ পালে— প্ৰতিমাৰ হৃদয়ৰ হাঁহাকাৰ। এটি আজ্ঞাবাহী ভৃত্যৰ কৰ্মৰ অৱসান হ'ল।

পাৰ হ'ল দুটি নিশা।

এই সময়ছোৱাত টোপোলাই ক'ত খালে, ক'ত থাকিল কি কৰি কটালে, উমান নাপালে। লাৱণি হাতৰ লিহিৰি আঙুলিকেইটাৰ কথাহে মাজে মাজে চকুৰ আগলৈ আহি থাকিল।

আবেলি চোতালতে বহি আছিল মহীধৰ।

মাকৰ সতে তাৰ সমুখলৈ টোপোলাটো আগবাঢ়ি আহিল। হাতৰ খাৰুৰ কণু জুনু শব্দ

তুলি টোপোলাটোৰে তাক সেৱা যাচিলে।

দোলা এখন আঁতৰি গ'ল।

ঘৰখন নিজম পৰিল। সি স্বস্তিৰে নিশ্বাস এৰিলে। সেই নিশা তাৰ ভাল টোপনি হ'ল।

মূৰ্তি সজা চালিখনৰ তলত সোমাল মহীধৰ। সিদ্ধান্ত ল'লে, প্ৰতিমাৰ জীৱন্ত ৰূপ দিয়াৰ দৰেকৈ মূৰ্তি এটা সাজি চালিখনৰ তলতে ৰখাব। যাতে ভৱিষ্যতলৈ কোনেও তাক ক'ব নোৱাৰে যে তাৰ প্ৰথম প্ৰেয়সীক সি পাহৰি গৈছে। ঠিক কৰিলে প্ৰতিদিনে প্ৰভাতত সেই মূৰ্তিটোলৈ চাব আৰু তাৰ ভালপোৱাত যে কোনো কৃত্ৰিমতা নাছিল এই কথা মূৰ্তিটোৰ সমুখতে ব্যক্ত কৰিব। এইয়াই হ'ব তাৰ হৃদয়ৰ মন্ত্ৰ।

মহীধৰে কামত ধৰিলে।

কিছুদিন পিচত.....

চকুৰে মুখে আনন্দৰ বন্যা বোৱাই মাক তাৰ সমুখত উপস্থিত হ'ল। সিনো চালিখনৰ তলত কি কৰি আছে, সেইটোলৈ লক্ষ্য নকৰি তাৰ চকুত দৃষ্টি থাপি সহাস্য বদনে ক'লে-

: বুজিছ মহী, কৌশল্যা ডাঙৰ হ'ল। উঃ আজিহে মোৰ হিয়াখন শাঁত পৰিছে। বুকুখন পাতল পাতল লাগিছে। মই এতিয়াই তাইৰ ওচৰলৈ যাম। তই ঘৰখন চাবি।'

কথাখিনি কৈ মাকে তাৰ উত্তৰলৈ অপেক্ষা নকৰিলে। যেনেদৰে আহিছিল তেনেদৰেই আঁতৰি গ'ল।

মাক যোৱাৰ পিচতে তাৰ চিন্তা হ'ল।

কিহৰ বাবে মাকৰ হৃদয়ত আনন্দৰ বন্যা বৈছে? সি বহুবছৰ আগতে এনে এটি হাঁহি মাকৰ মুখত দেখিছিল। তেতিয়া সি অৱশ্যে তেনেই সৰু আছিল। মানুহ কেনেকৈ গিৰিয়েক হয় জনা নাছিল।

আজি আকৌ মাকে কৌশল্যা ডাঙৰ হোৱাৰ কথা কৈ হাঁহিছে। কোন কৌশল্যা? ক'ৰ কৌশল্যা।

হঠাৎ মনলৈ আহিল, দুবছৰ আগৰ নিশা এটিৰ কথা। কৌশল্যা নামধাৰী বিহু-মেখেলা, দোকপতিৰে আবৰা টৈপলা এটাৰ কথা। টোপোলাটোৰ সতে প্ৰৱঞ্চনা হোৱাৰ কথা। চোতালত পৰা পাটিত বহি চাউলৰ ডুলীত আঙুঠি লুকুৱাই বিচাৰি উলিয়াব দিয়াৰ কথা।

কথাবোৰ ভাবি ভাবি কেতিয়াযে সি মূৰ্তি সজা চালিখনৰ তলৰ পৰা ওলাই চোতাল পালেহি ধৰিব নোৱাৰিলে।

বাঁহৰ পাৰজোৰে ৰুণ্ দিছিল।

তেতিয়াহে বুজি পালে মনটো চঞ্চল হৈছে। সি হাতৰ কামৰ কথা পাহৰিছে।

পাচটা দিন মাকে ডিংডিঙি আৰু ৰৱখলা গাঁৱৰ মাজত তাত বাটি কঢ়াৰ দৰে অহা-যোৱা কৰি থাকিল।

ঘৰত মাকক নেদেখিলে তাৰ ভাল নালাগে।

তেতিয়া সি ভাবে আহিলেই মাকক সুধিব এনেদৰে কিয় তেওঁ ঘৰখনলৈ অহা-যোৱা কৰি থাকিব লাগে। কৌশল্যা ডাঙৰ হ'ল বুলিয়েই নিজৰ ঘৰখনলৈ এনেদৰে পিঠি দিব লাগেনে?

কিন্তু এইকথা সোধা নহ'ল।

যি সময়ত কথাবোৰ সুধিম বুলি ভাবে সেই সময়ত মাক ঘৰত নেথাকে। যেতিয়া মাক ঘৰত থাকে। সেই সময়ত এই কথা মনত নপৰে।

ষষ্ঠ দিনতহে সি জানিব পাৰিলে। সি বিয়া কৰোৱা কৌশল্যা নামৰ ছোৱালীজনীৰ 'নোৱাই তোলনী বিয়া' হৈ গ'ল। এতিয়া অপেক্ষা মাথো তাৰ 'পাচ বিয়াখনৰ'।

কিছুদিন পাৰ হ'ল।

আকৌ এদিন ঘৰত চলিল মাঙ্গলিক অনুষ্ঠান এটি। বেলিয়ে পশ্চিম দিশলৈ গতি কৰিছিল। সেই সময়তে সিহঁতৰ পদূলিত ৰ'লহি এখন হৈ দিয়া গৰুগাড়ী।

আয়তীসকলে দিয়া উৰুলিধ্বনিৰে চোতাল আৰু পদূলিমুখ ৰজনজনাই গ'ল। কিশোৰ এজনে চিঞৰিলে 'কইনা আহিল'।

হয় আজিয়েই মহীধৰৰ 'পাচবিয়া'।

(২১)

নতুনকৈ সজা প্ৰতিমাত দিবলৈ ৰং নাছিল।

ৰং কিনাৰ বাবে পুৱাতেই মহীধৰ গৈছিল নলবাৰীৰ কেঞাৰ গোলালৈ। ডিংডিঙিৰ পৰা নলবাৰীৰ দূৰত্ব চিধাকৈ গ'লে আঠমাইলমান হয়। খোজকাঢ়ি যাব লাগে। যাতায়াতৰ অন্য সুবিধা নাই।

তিনিমাইলমান পূবৰ পাগুলাত আৰু সমান দূৰত্বৰ পশ্চিমৰ মৰোৱাত সাপ্তাহিক বজাৰ বহে। তালৈ কেইজনমান ব্যৱসায়ীয়ে বিকিবলৈ বুলি ৰং আনে যদিও কেঞাৰ গোলাৰ দৰে কম দামত ভাল ৰং পোৱা নাযায়।

উভতি ঘৰ পাওঁতে বেলি লহিয়াইছিল।

পদূলিমুখ পোৱাৰ পিচতে অনুভৱ হ'ল চোতালত যেন কিহবাৰ আলোড়ন।

সি ৰ'ল। কাণপাতি শুনিলে। এজাক মহিলা আৰু সৰু সৰু ল'ৰা-ছোৱালীৰ কণ্ঠ কাণত পৰিল। কিছুমানে গুন্-গুন্, ভুন্-ভুনকৈ কথা পাতিছে আৰু দুই এজনে কায়ামন আৰু বাক্যক মুকলি বজাৰত এৰি দিয়াৰ দৰে এৰি দিছে। তাৰ মাজতে কোনোবাই খিলখিলকৈ হাঁহিছে।

কাণ দুখন চোতালত ৰাখি সি আকাশখনলৈ চালে। বেলিটোৱে আকাশত এতিয়াও

সন্ধিয়াৰ ৰঙা ফাকুগুড়ি ছুটিওৱা নাই। সোণবৰণীয়া আবৰণ পিন্ধি আভা ছুটিয়াইছে।

পদূলিত বৈ থাকিবলৈ ভাল নালাগিল মহীধৰৰ। আকৌ চোতালত বং-ৰহইচ কৰি থকা মহিলাসকলৰ সমুখীন হ'বলৈও মনটোৱে নক'লে।

ঘৰত নোসোমাবাবে সিদ্ধান্ত ল'লে।

বাহিৰে বাহিৰে মূৰ্তি সজা চালিখনৰ তল পালেগৈ। হাতত অনা বেগখন মজিয়াত থৈ ৰঙৰ টোপোলা কেইটা উলিয়ালে। অন্যান্য সামগ্ৰীখিনি বেগখনতে ৰাখি বেৰত আঁৰি থ'লে। গাৰ চোলাটোও খুলিলে। সেইটোও বেৰত ওলোমাই থৈ মোৰাটোত বহিল।

আবেলিৰ শীতল বা এছাটিয়ে তাৰ উদং দেহটোক চেলেকি গ'ল। সি চোতালখনলৈ চালে।

তেতিয়াই কাণত পৰিল, অম্ন পেহীৰ কণ্ঠ–

ঃ অ ৰাম! অ হৰি!

ঃ কৃষ্ণৰ আসন ৰত্ন সিংহাসন

মাথে তুলি লোৱা হৰিহে।

অম্ন পেহীৰ কণ্ঠত সুৰ মিলাই আয়তীসকলে নাম গাবলৈ ধৰিলে। নামৰ সুৰে সুৰে দিয়া হাততালিৰ শব্দই বৈ, বৈ মহীধৰৰ কাণত আঘাত কৰিবলৈ ধৰিলে।

তেতিয়াহে সি বুজিব পাৰিলে কিহৰ নাম আজি। ৰবাত পূজাৰ নাম, শুভচেনীৰ নাম, শীতলাৰ নাম, জগন্নাথৰ নাম, আসন পতা নাম আদি বিভিন্ন নাম ৰৰভাগৰ মহিলাসকলে ধৰা সৰুৰে পৰা দেখি আহিছে। নামত ব্যৱহাৰ কৰা পদসমূহ শুনি সি নিশ্চিত হ'ল আজি মাকে আয়োজন কৰিছে আসন পতা নামৰ।

নাম। হৰিনাম।

হয়, সিহঁতেও ভোৰতাল বজাই জয়পাল দেৱালয়ত বিভিন্ন উৎসৱত নাম ধৰে। গাওঁত কোনোবাই সত্যনাৰায়ণ পূজা পাতিলেও

'এ সত্য নাৰায়ণ এ

বিপদ ভঞ্জন এ

অন্ধজনে দৃষ্টি পায় এ

আবদ্ধ বিমোচন এ'

বুলি সত্য নাৰায়ণৰ পাঁচালি গায় ভোৰতাল বজাই নাম ধৰে। এইয়া হ'ল পুৰুষ সমাজৰ নাম।

বৈষ্ণৱ পুৰুষ শঙ্কৰদেৱৰ দিনৰে পৰা অসমত হৰিনাম ধৰ্মই প্ৰচাৰ আৰু প্ৰসাৰ লাভ কৰা বুলি আজিকালিৰ বৈষ্ণৱ ভক্তসকলে কয়, বিশ্বাসো কৰে। এই বিশ্বাসক স্থায়ী কৰাৰ বাবে।

ঃ শঙ্কৰ গুৰুহে

ভৈলা অৱতাৰ

হৰিনাম ধৰ্ম তুমি

কৰিলা প্ৰচাৰ।'

— বুলি ভক্তিগীতো ৰচিছে। কিন্তু বৈষ্ণৱ পুৰুষ জনাৰ আবিৰ্ভাৱৰ আগতেও অসমৰ নাৰী সমাজৰ মাজত 'নাম ধৰ্ম'ৰ প্ৰচলন আছিল বুলি মহীধৰে ভাবে।

আজি তাৰ চোতালত পাতিছে আসন পতা নাম। অতীজৰে পৰা বৰভাগৰ নাৰীসমাজৰ মাজত এই নাম চলি আহিছে। এই নামত ভাগ লয় সধবা নাৰীসকলে। নামতিজনহে বিধবা- তেওঁৱেই নামৰ পুৰোহিত।

এই নামত পুৰুষ নাথাকে। সম্পূৰ্ণ নাৰী সংস্কৃতি।

নাম ধৰাৰ আগতে সধবা নাৰীয়ে ব্ৰতত থাকে। ব্ৰতীয়ে আসন পাতি সেই আসনখন মূৰত লৈ আয়তীসকলে গোৱা নামৰ সুৰৰ তালে তালে নাচে। এই নাচ চাবলৈ অতি মনোৰম।

আসনখন অতি সুন্দৰকৈ বগা কাপোৰ আৰু বগা ফুলেৰে সজায়। তাৰ ওপৰত থাকে এটা দগদগী। যিটোত দিয়ে সেন্দুৰৰ ফোঁট আৰু আমাৰ ডাল।

এনে এখন আসন মূৰতলৈ নাচোতে অসংযত পৰিবেশ সৃষ্টি হোৱাৰ ভয়তে সাধাৰণতে পুৰুষ মানুহ নামৰ মাজলৈ অহাতো ব্ৰতী তথা আয়তীসকলে নিবিচাৰে।

মহীধৰৰ ভাব হ'ল— সি ঘৰত নথকা দেখি আজি এই নামৰ আয়োজন কৰিছে। আজিৰ ব্ৰতী তাৰ নৱবিবাহিতা পত্নী কৌশল্যা। তাই আজি নাচিব।

ন বোৱাৰী কৌশল্যাই আসনখন মূৰত লৈ কেনেকৈনো নাচে আৰু নাচিলেনো কেনে দেখা হ'ব সেইয়া চাবলৈ মহীধৰৰ মন হ'ল। লুকাই চুৰকৈ হ'লেও তাই নচা নাচ চাবলৈ সি মন বান্ধিলে।

হয় সি ভবাত ভুল হোৱা নাই।

কৌশল্যা বৈ আছে আসনখনৰ ওচৰত।

তাইৰ দেহক আবৰি আছে বিয়াৰ নিশা পিন্ধা মুগাৰঙৰ পাটৰ সাজজোৰে। উদং বুকুখনক সাৱটি ৰখা চাদৰৰ আচলটো তাই বাওঁকান্ধৰ ওপৰেৰে পাৰ কৰি নিছে। সেইখন নিমজকৈ খুচি থৈছে ককালত। ফলত উঠন বুকু আৰু খামুচি হাতৰ মুঠিত বাখিব পৰা ককালখন মৰম লগাকৈ দেখা পোৱা হৈছে।

কপালত জিলিকিছে বাহ্নি বেলিৰ ৰঙৰ সেন্দুৰৰ ফোঁট। সেন্দুৰেৰে ৰোলোৱা সেওঁতাটো যেন বাহ্নি বেলিৰ বং। দুই ওঁঠ, দুয়োখন গালত ভূমিচম্পা ফুলৰ বং।

এক অবুজ আনন্দত মহীধৰৰ মন ভৰি পৰিল। সি পাহৰি গ'ল, নৱবাৰীৰ কেঁএৰ গোলালৈ বং কিনিব যোৱা কথা। দেহৰ ভাগৰ।

কৌশল্যাই আসনৰ ওচৰত আঠু ল'লে।

আয়তী আৰু ভগবানলৈ প্ৰাৰ্থনা যাচিলে। থিয় হ'ল কৌশল্যা। আগলৈ হালি আসনখন মূৰত তুলি ল'লে। যিখন আসন মহীধৰে বহু ওচৰৰ পৰা বহুদিন ধৰি দেখি আহিছে। কিন্তু সজোৰা সময়ত নহয়। উৎসৱ সামৰাৰ পিচত। ঘৰত এনেয়ে পৰি থকা সময়ত। গাঁৱৰ ভালেমান তিৰোতাই নিজৰ ঘৰত নাম পাতিবলৈ মাকৰ ওচৰলৈ আসনখন বিচাৰি অহাৰ সময়ত।

আসনখন চাৰিচুকীয়া। খুড়াবোৰ কুন্দত কটা। খুড়াবোৰ তলৰ পিনে যিমান দীঘল ওপৰৰ পিনেও সিমান। মূৰৰ ওপৰত লোৱা সময়ত ওপৰৰ খুটিত মুঠি মাৰি ধৰিব পাৰি।

কৌশল্যাই অতি সাৱধানে আসনখন মূৰত লৈ আছে। আসনখনৰ ওপৰত পৰা বগা কাপোৰখনৰ ওপৰত দিয়া বগাফুলৰ মাজত থিয়কৈ থোৱা আছে এটি পিতলৰ দগদগী। দগদগীটোৰ গলত মেৰিয়াইছে এঁৰাসূতা। পেটত তিনিটা সেন্দূৰৰ ফোঁট। মুখত ওলমি আছে আমগছৰ ডালৰ কুঁহিপাত।

অম্লপেহীয়ে নাম গালে

: কৃষ্ণৰ আসন ৰত্ন সিংহাসন

মাথে তুলি লোৱা

হৰি হে।

আয়তীসকলেও পেহীৰ কণ্ঠৰ সুৰতে সুৰ মিলায় হাতচাপৰি দি গায় গ'ল একে দিহা একে নাম। সেই সুৰ, সেই লয়, সেই তালতে ছন্দ মিলাই আসনখন মূৰত লৈ কৌশল্যাই নাচিবলৈ আৰম্ভ কৰিলে। অম্লপেহীয়ে তাইৰ নাচত কেনেদৰে গতি আনিব পাৰে, সেই ভাবি নাম গায় থাকিও তাইলৈ চাই ৰ'ল।

পেহীয়ে সুৰ সলালে।

সুৰৰ লগত তাল মিলাই কৌশল্যা বহিল। আসনখনৰ পৰা হাতদুখন আঁতৰালে। এইবাৰ উঠিল। পেহীয়ে গাবলৈ আৰম্ভ কৰিলে—

: ক'ক লেগি, যোৱা হৰি,

ক'ক লেগি যোৱা.......

কৌশল্যাই এবাৰ আগলৈ এবাৰ পিচলৈ গৈ ঘূৰি ঘূৰি নাচিবলৈ ধৰিলে। তাইৰ নাচোনৰ গতি বঢ়াবলৈ পেহীয়ে গায় গ'ল......

: এ আমাক বাটত থৈ

যায় হৰি কাক লৈ

আমাক বাটত থৈ

যায় হৰি......

আয়তীসকলৰ খৰখেদা হাত চাপৰিৰ সতে, কণ্ঠধ্বনিৰো সুৰত তীব্ৰতা বাঢ়িল। গতিত তীব্ৰ হ'ল কৌশল্যা। নাচোন খৰ হ'ল। লগে লগে তাইৰ মুখমণ্ডললৈ যেন এসোঁতা তেজ

ৰৈ আহিল। গাল-মুখে ৰং ল'লে- প্ৰভাতী বেলিৰ। পিঠি আৰু কাষলতিৰ তল ঘামত তিতিল।

মহীধৰৰ এনে লাগিল কৌশল্যা যেন তাগৰি পৰিছে। ভাগৰত ক্লান্ত হৈ তাই দীঘল দীঘলকৈ উশাহ লৈছে। তাৰ মাজতো মুখত মিঠা হাঁহি বিৰিঙিয়াই বুজাব বিচাৰিছে তাই ভাগৰা নাই।

এইয়া হয়তো প্ৰতিগৰাকী নাৰীৰে জন্মগত স্বভাৱ।

কোনো নাৰীয়ে নিজক আনৰ ওচৰত সৰু কৰিব নিবিচাৰে। লাগে কিঅঘটনেই নঘটক কিয়?

তাৰ নিজৰেই অবশ অবশ লাগিল।

এবাৰ ভাবিলে সি উঠি গৈ কৌশল্যাক আৰু নানাচিবলৈ ক'ব। কিন্তু নোৱাৰিলে সি। কাৰণ পাচবিয়াৰ পিচত কৌশল্যা তাৰ ঘৰত আছেহি যদিও আজিলৈ মানুহজনী তাৰ ওচৰ চপা নাই। মাকৰ লগতহে তাইৰ যেন সকলো সম্বন্ধ। সি তাইৰ একো নহয়। দিনৰ দিনটো তাই মাকৰ পিচে পিচে লেমটো এজনী যেন হৈ ঘূৰি ফুৰে। মাকৰ আদেশ মতে যি কৰিব লাগে তাকেই কৰে। বান্ধনি ঘৰত মাকৰ কাষত বহি ভুন ভুনকৈ কথা পাতে। দুয়োজনীয়ে তাৰ মাজতে খিলখিলাই হাঁহে। দুয়োজনী যেন পৰম বান্ধৱীহে। আনকি পাচবিয়াৰ দিনাখনৰে পৰা প্ৰতিনিশা দুয়োজনীয়ে একেলগে একেখন বিছনাতেও শুইছে।

সি অৱশ্যে এটা কথা লক্ষ্য নকৰা নহয়।

কৌশল্যাই যদি কেতিয়াবা তাৰ কাষেৰে পাৰহৈ যায়, তেতিয়া তাই যে তাৰ মুখলৈ কেৰাহিকৈ নাচায় তেনে নহয়। কিন্তু চকুৱে চকুৱে পৰিলেহে তাই গম্ভীৰ হৈ পৰে। শেৰত তলমূৰ কৰে, বা অন্যদিশলৈ দৃষ্টি দিয়ে আৰু তাৰ লগত যেন কোনো সম্বন্ধ নাই এনে ভাব দেখুৱাই বেগাবেগিকৈ আঁতৰি যায়।

নাম ভাগিছিল।

মাহ-প্ৰসাদ বিলাই থকাৰ সময়তে মহীধৰ চালিখনৰ তলৰ পৰা ওলাল। চোতালৰ আয়তীসকললৈ কেৰাহিকৈ এবাৰ চাই আলেঙে আলেঙে থকা ঘৰৰ ভিতৰ সোমাল। নলবাৰীৰ পৰা অনা বস্তুখিনি মাকৰ হাতত দিব বুলি ভাবিছিল যদিও এইখিনি সময়ত মাকৰ যে তাৰ মুখলৈ চাবৰ সময় নাই সি বুজিলে।

বেগখন বেৰৰ কাষতে থ'লে। মন গ'ল নলবাৰীলৈ পিন্ধি যোৱা কাপোৰজোৰ সলাবলৈ। কাপোৰ থোৱা তাৰডালৰ কাষ চাপিল। হঠাৎ মহীধৰৰ কেনে কিবা এটা হ'ল। কিবা গৰম গৰম লাগিল। সেই অৱস্থাৰে তাৰডাললৈ পৰৰি চালে। হয় সি ভুল দেখা নাই।

কাপোৰথোৱা তাৰডালত উজলি আছে এজোৰ মেখেলা চাদৰ। বিজোৰ মাকৰ নহয়। বিজোৰ সম্পৰ্কীয় কোনো আলহীৰ নহয়। মেখেলা চাদৰ জোৰ সোত মোহ খায় আছে। যেনিবা কোনোবাই দৌৰ মাৰিহে থৈ গৈছে।

সি কাপোৰজোৰৰ কিছু ওচৰ চাপিল।

এটি কিবা নতুন গোন্ধ তাৰ নাকত লাগিল। গোন্ধটো পোৱাৰ পিচত কিবা এক নতুন আনন্দত দেহমন পুলকিত হৈ উঠিল।

কিছুক্ষণ আগতে ভাগৰত ক্লান্ত হৈ, বগাচিণ্ডা পৰা কৌশল্যাৰ মুখখন চকুৰ আগত ভাঁহি উঠিল।

হাতখন দাঙিলে সি।

কাপোৰখন জাপি থওঁ বুলি প্ৰথমতে হাতত তুলি ল'লে সোঁত-মোচ খায় থকা চাদৰখন। সেইখন জাপি তাৰডালত থৈ এবাৰ পৰখি চালে। ভাল লাগিল। এইবাৰ হাতখন আগবাঢ়ি গ'ল দ্বিতীয়খন কাপোৰলৈ। লগে লগে তাৰ মনটোৱে সুধিলেঃ আজি যদি সিহঁতৰ ফুলশয্যা হয় তেতিয়া বাৰু কৌশল্যাক আপোন বুলি সাৱটি ল'ব পাৰিবনে?'

## (২২)

ধৰাত এন্ধাৰ নামিছিল।

সন্ধিয়াৰ এই এন্ধাৰলৈ চাইয়েই গৰু বাচৰু ঘৰ সোমায়। ডিংডিঙি গাঁৱৰ বশিষ্ঠ গোত্ৰৰ মানুহখিনিৰ তিৰোতাসকলে তুলসী তলত আৰু গোসাঁই ঘৰত বন্তি জ্বলায়। কোনো কোনোৱে শঙ্খ, ঘন্টা, ৰৰকাঁহো বজায়। বঙালী মানুহৰ দৰে উৰুলি হ'লে নিদিয়ে।

কৰিবলৈ একো নাথাকিলে বা ক'লৈকো ওলায় নগ'লে— মাজে মাজে মহীধৰো গোসাঁই ঘৰত নোসোমোৱা নহয়। সোমাই লৈ মিঠাতেলৰ চাকিৰ পোহৰতে ৰামায়ণ, মহাভাৰত বা গীতা পঢ়ে।

আজি হ'লে তেনে কিবা কৰাৰ মন নহ'ল। নলবাৰীৰ পৰা উভতি অহাৰ পিচত চোতালত দেখা দৃশ্যবোৰেহে তাৰ মনত দোলা দি বাধ ধৰিলে।

তাৰ মাজতে বঙ্গদেশত এৰি অহা প্ৰতিমাৰ মুখখনেও ভুমুকি মাৰি গ'ল।

প্ৰতিমাই নাচিবলৈ জানেনে নাই সি নেজানে। তাইক ক'তো নচা দেখা নাই। তাই হ'লে গীত গায়। ৰবীন্দ্ৰ সংগীত। প্ৰতিমাৰ মৌ মিঠা মাতত ৰবীন্দ্ৰ সংগীতে প্ৰাণ পায়। শুনি শুনি বৈ থাকিবৰ মন হয়। বৈ বৈ শুনিছিলো। তাইৰ কণ্ঠত নিগৰা ৰবীন্দ্ৰ সংগীত শুনি আপোন পাহৰা হোৱা দেখি এদিন তাকো গাবলৈ শিকাইছিল। কিন্তু গাব নোৱাৰিলে।

তাৰ পিচতে তাই তাৰ হাতত তুলি দিলে গীতাঞ্জলি নামৰ কবিতা পুথিখন। যিখন পুথিৰ কবিতাসমূহ শুদ্ধভাৱে উচ্চাৰণ কৰি পঢ়িবলৈ তাই শিকাইছিল। সি বুজিব নোৱাৰা শব্দ আৰু বাক্যবোৰৰ সহজ অৰ্থ কৰি দিছিল।

প্ৰতিমাৰ কণ্ঠত শুনা কেবাটাও গীত কেবাটাও কবিতা সি মনত পেলাবলৈ যত্ন কৰিলে। কিন্তু নোৱাৰিলে। আজি সি বিফল হ'ল।

প্ৰতিমাৰ মুখৰ ছবি কণ্ঠৰ সুৰক থেলি থৈ চোতালত গোৱা গীত আৰু নাচোতে বন্ত-

চিন্তা পৰা কৌশল্যাৰ মুখখনেহে তাক আমনি কৰিবলৈ ধৰিলে। আমনি কৰিবলৈ ধৰিলে নাচি থকা সময়ত কৌশল্যাৰ দেহত দেখা পোৱা সৌন্দৰ্য্যই।

মহীধৰৰ মনটো কৌশল্যাৰ চিন্তাত নিমজ্জিত হ'ল। ইমানদিনে সি বিজনীক মনৰ মাজত এলাগী কৰি ৰাখিছিল, সেইজনীৰ মুখখন আজি তাৰ ওচৰৰ পৰা চাবলৈ মন হ'ল। ওচৰলৈ মাতি আনি কথা পাতিবৰ মন গ'ল।

কিন্তু পাৰিব জানো সি?

নাই নোৱাৰে। কাৰণ এই সময়ত তাই অকলে নাই। এতিয়া আছে পাকঘৰত। মাকৰ আলধৰা হৈ।

তাইৰ মূৰত আছে ওৰণি। যিখন ওৰণি বিছনাত উঠাৰ আগলৈকে আৰু পোহৰত আঁতৰাব নোৱাৰে। এতিয়া যদি সি তাৰ মাকৰ ওচৰলৈ যোৱাৰ চলেৰেও তাইৰ কাষ চাপে তেনেহ'লে কৌশল্যাৰ অকল নাক আৰু চকু দুটাহে দেখা পাব। তাক দেখাৰ পিচত তাইয়েই হয়তো নিজকে লুকুৱাব পাৰে।

বৰভাগৰ ব্ৰাহ্মণ পৰিয়ালত নতুন বোৱাৰীয়ে এনেদৰে ওৰণি লোৱা প্ৰথা অতীজৰে পৰা চলি আহিছে।

নিশাৰ আহাৰ কৰি মহীধৰ বিছনাত উঠিল।

এন্ধাৰে কোঠাটোত পিয়াপি দিলে। এতিয়া সঙ্গী মাথো নিশাৰ নীৰৱতা।

কেতিয়াবা টোপনিয়ে জোকালে, সেই টোপনিৰ জালত বান্ধ কেতিয়াবা খালে উমান নেপালে মহীধৰে। হঠাৎ তাক যেন কিবা এটি বিশেষ পুলকানুভূতিয়ে চঞ্চল কৰি তুলিলে। সেই চঞ্চল পৰিবেশৰ মাজতে কৰ্ণকুহৰত ধ্বনিত হ'ব ধৰিলে সুধা সনা কণ্ঠৰ গীত-

ঃ ক'ক লেগি যোৱা হৰি,

ক'ক লেগি যোৱা

মই অভাগিনী নাৰী

নিজৰ কৰি লোৱা

এন্ধাৰৰ মাজেৰে সুধাকণ্ঠৰ অধিকাৰিণীজনীলৈ চালে মহীধৰে। চাই তাৰ দৃষ্টি ওভটাই আনিব নোৱাৰিলে। ধীৰে ধীৰে সি তাৰ হাতদুখন প্ৰসাৰিত কৰিলে আৰু এসময়ত বাহু বন্ধনত সোমায় পৰিল এটি সুকোমল নাৰীদেহ।

মহীধৰ স্বৰ্গৰাজ্যৰ সপোন পুৰীত থাউনি নোপোৱা হ'ল। কিমান সময় নাৰীগৰাকীৰ সতে স্বৰ্গ ৰাজ্যত বিচৰণ কৰিলে সেই হিচাবো কৰিব নোৱাৰিলে।

সি ধন্য হ'ল। মৰমৰ ধন্য জীৱনৰ ধন্য।

দিনৰ পোহৰ অসহনীয় যেন লগা হ'ল। সন্ধিয়া আঁতৰি নিশা হ'লে ভালপোৱা হ'ল। প্ৰতিটো পল প্ৰতিটো ক্ষণ আৰু প্ৰতিটো দিবা নিশাই বৰদেশৰ গোলনা কালীগঞ্জৰ স্মৃতিয়ে ব্যথিত কৰি ৰখা হৃদয় মন্দিৰৰ দুৱাৰখন কামৰূপৰ বৰভাগৰ মাটিত বলা সুখৰ মলয়াই

মৰিমূৰ কৰি বহুদূৰ উকৰাই লৈ গ'ল।

সি কৌশল্যাৰ কাষ চাপিল।

প্ৰতিদিনে ৰাতিপুৱা বিছনা এৰাৰ সময়ত ৰঙা চিঙা পৰিব লগা হ'ল। প্ৰতিমাৰ দেহমনৰ ওচৰ ঋণী হৈ সেই ঋণ পৰিশোধ কৰিবলৈ তাইৰ ওচৰে ওচৰে ঘূৰি ভাল পোৱা হ'ল। মৃন্ময় শিল্পৰ কৰ্মত আঙুলি থমকি বোবা হ'ল।

প্ৰতিমা আৰু কৌশল্যা

কৌশল্যা আৰু প্ৰতিমা।

দুজনী নাৰীক ভাল পোৱা এটি মন, এখন হৃদয়।

কিবা এক অদ্ভুত খেলিমেলিত সি পোত খায় অস্থিৰ হয়।

(২৩)

চালিখনৰ তলত বৈ মহীধৰে মূৰ্তি সমূহলৈ চালে। আজি দুদিন হ'ল। মন বহুৱাই কোনো এটা কামকে কৰিব পৰা নাই। ৰ'দৰ তাপ আৰু শুকান বতাহত ভোটাৰ ওপৰত প্ৰথমতে দিয়া মাটিৰ প্ৰলেপটোৰ কিছু ঠাইত ফাঁট মেলিছে।

ফাঁটবোৰ আজিয়েই মাৰিব লাগিব- সি থিক কৰিলে।

মৰা মাটি নাছিল।

মাটি মাৰিবলৈ বুলি পাটখনৰ ওচৰলৈ আগবাঢ়িল মহীধৰ। সেইখন আছে গোটেই বছৰটোৰ বাবে আনি থোৱা মাটিৰ দ'মটোৰ ওচৰত। সেইখিনিতে থাকে পানী থোৱা বাল্টিং এটা। কৌশল্যাই সেইটো পানীৰে ভৰাই থয়। আজি সি ভাবিছিল বেলি উঠিবৰ বেছি পৰ হোৱা নাই বাবে কৌশল্যাই হয়তো পানী থ'বলৈ সময় পোৱা নাই। কিন্তু নহয় তাৰ ধাৰণা ভুল। কৌশল্যাই ইতিমধ্যে নিজৰ কাম সামৰিছে।

কৌশল্যাৰ প্ৰতি কৃতজ্ঞ হ'ল। সকলো কামতে তাইহে যেন তাতকৈ আগবঢ়া। এনে এটা স্বভাৱ যে তাই কেনেদৰে গঢ়ি তুলিছে সি ভাবি নাপায়। বিশেষকৈ সি কৰা কামৰ ক্ষেত্ৰত। কেতিয়া আৰু কোনদিনত কি কৰিব সেই কথা যেন তাইৰ নখদৰ্পনত। এইবোৰৰ উমান ল'বলৈ গৈ ভালেমান দিন উজুটি খাইছে।

মানুহজনীক এবাৰ ওচৰৰ পৰা চাবলৈ মন হ'ল তাৰ। ক'তনো আছে বুলি ইফালে সিফালে চালে। চকুত নপৰিল।

মাটি মৰা পাটখনত চকু থাপিলে সি।

ধুমুচ ডালেৰে থেকেচি থেকেচি মাটি মাৰোতে পাটখনৰ মাজতে ক্ষয় গৈছে। ফলত দ-গাত এটা যেন লগা হৈছে। "প্ৰিয়জনক হৃদয় উজাৰি দিলেও হয়তো মানুহৰ হৃদয়ত এনে গাত হয়। বিটো গাতত মৰম ভৰি থাকে, ভাবিলে সি। গোলনা কালীগঞ্জত এৰি অহা

প্ৰতিমাৰ ভালপোৱাইও তাৰ হৃদয়ত এনে এটি দাগ বহুৱাইছে নেকি বাৰু? যি দাগৰ বাবেই আজিও তাইক পাহৰিব পৰা নাই।'

মহীধৰ সমুখলৈ হালিল।

মাটিৰ দ'মটোৰ পৰা চপৰা কেইটামান খুটলি পাটখনৰ দ' ঠাইখিনিত থ'লে। ধুমুচডালেৰে থেকেচি চপৰা কেইটা গুড়ি কৰিলে। গুড়ি মাটিখিনিলৈ চাই থাকোঁতে চকুত পৰিল কেইডালমান বনৰ শিপাত আৰু শামুকৰ খোলাত। থেকেচনিত শামুকৰ খোলা কেইটা ভাঙিছে।

ধুমুচডাল বাওঁহাতেৰে থিয়কৈ ধৰি থাকি শিপাকেইডাল আৰু শামুকৰ খোলা কেইটা আঁতৰালে। পাটখনৰ অলপ আঁতৰত আবৰ্জনাখিনি থ'বলৈ লওঁতেই মনলৈ আহিল, মানুহৰ জীৱনৰ দিনকেইটাত এনেদৰে অলাগতীয়াল কিছুমান পৰিঘটনাই লগ দিয়ে। বেদনাদায়ক এনে ঘটনাক এৰাই নচলিলেই সংসাৰ মধুময় হোৱাৰ আশা কৰিব নোৱাৰি।

ধুমুচডাল মাটিত থৈ থিয় হ'ল। চালিখনৰ তলৰ পৰা আগতে গোটাই থোৱা মৰাপাটৰ আঁহ আৰু ফটাকাণি কিছু আনি মাটিখিনিৰ লগত মিহলালে। ধুমুচডালেৰে কেইবাৰমান থেকেচি দিয়াত আঁহখিনি আৰু ফটাকাপোৰখিনি কিছু পৰিমাণে মিলি গ'ল।

এতিয়া লাগে অলপ কেঁচা গোবৰ। গোবৰ বিচাৰি ইফালে সিফালে চালে। নাই ওচৰে-পাজৰে ক'তো গোবৰ নাই। হঠাৎ চকু পৰিল কৌশল্যাৰ ওপৰত। তাইৰ হাতত এটা খদা। মূৰটো ওৰণিৰে ঢাকি হাতত খদাটো লৈ তাৰ পিনেই আগবাঢ়ি আহি আছে।

ওচৰ চাপিল কৌশল্যা।

খদাটোত এখদা গোবৰ।

খদাটো নমাই থ'বলৈ বুলি সমুখলৈ হালিল। ঠিক তেতিয়াই মূৰত থকা ওৰণিখন কান্ধৰ ওপৰত পিছলি পৰিল। ফলত মূৰ ডিঙি আৰু বুকুখন মহীধৰৰ সমুখত উদং হৈ পৰিল।

ভেলেঙী লগা হৰিণৰ দৰে মহীধৰে কৌশল্যালৈ চাই ৰ'ল। দিনৰ পোহৰত সি কৌশল্যাৰ মুখখনৰ বাহিৰে অইন একো দেখা নাছিল। আজি সি দেখিলে। দেখি তাৰ দেহ মন গৰম হৈ উঠিল। দুখোজ আগুৱাই গৈ তাইক।

তাৰ চকুলৈ চাই কৌশল্যা কঁপি উঠিল। লাজ আৰু ভয়ত বিবৰ্ণ হ'ল। তাইৰ মুখত কোনোবাই যেন কেঁচুৱাজৰ ৰঙহে সানি দিলে। থৰথৰকৈ হাতৰ পতা দুখনলৈ চালে। কেঁচা গোবৰ লাগি ডালিমৰ গুটিৰ ৰঙৰ তলুৱা দুখন লেতেৰা হৈ আছে। সেই লেতেৰা হাতেৰে চাদৰখন উঠাই ওৰণি ল'বলৈ ভয় লাগিল। হাতৰ ঠাবিৰে চাদৰখন মূৰৰ ওপৰলৈ নি ওৰণি ল'বলৈ কেবাবাৰো যত্ন কৰি বিফল হ'ল আৰু হতাশ দৃষ্টিৰে মহীধৰলৈ চালে।

তাইৰ বিফলতাত মহীধৰৰ মনটোৱে হাঁহি ক'লে, 'নিশাৰ এন্ধাৰত বিজন পুৰুষৰ ওচৰত কৌশল্যাই নিজৰ সকলো সপি দিব পাৰে, দিনৰ পোহৰত ওৰণিখনৰ প্ৰয়োজন কি?' কিন্তু মুখ খুলি এই কথাষাৰ ক'ব নোৱাৰিলে সি। তাইৰ হতাশ চাৱনিলৈ চাই কাৰ

চাপি মাথো ক'লে,

ঃ সেইখন মুখত নল'লে নহয়নে?

কোনো উত্তৰ নকৰিলে কৌশল্যাই। লেতেৰা হাত দুখনলৈহে চাই ৰ'ল। মহীধৰে পুনৰ একো নকৈ ওৰণিখন উঠাই দিবলৈ চাদৰৰ আচলটোত ধৰিলে।

হঠাৎ এজাক ধুমুহা আহিল আৰু সেই ধুমুহাৰ সতে আগবাঢ়ি আহিল মহীধৰৰ মাক। সিহঁতৰ মাজত থিয় হ'ল। দুখোজ পিছুৱাই সি মাকলৈ চালে।

মানুহজনীৰ কিহবাত খং উঠিছে। খঙত ৰঙা-চিঙা পৰি কঁপিছে। মাকৰ চকুৰ পৰা দৃষ্টি আঁতৰাই আনি মহীধৰেও মাটিলৈ চাই ৰ'ল। তেতিয়াই মাকে চিঞৰি ক'লে-

ঃ কচোন কোনে তোক গোহালি চাফ কৰিবলৈ কৈছিল? কোনে তোক গোহালিৰ গোবৰ খদাত ভৰাই ইয়ালৈ আনিব দিছিল? এইবোৰ নকৰিবলৈ সিদিনা মই কোৱা নাছিলো। ক কৈছিলো নে নাই?'

কথা শুনি বুজিছিল মাকে তাৰ পত্নী কৌশল্যাকহে প্ৰশ্নবোৰ কৰিছে। তাৰ মাকৰ খং আৰু বোৱাৰীয়েকক কৰা প্ৰশ্নবোৰৰ উত্তৰো সি বিচাৰি পোৱা নাছিল। কৌশল্যাই নীৰৱ হৈ বৈ আছিল। ইয়াৰ পিছত মাকে আকৌ কৈছিল,

ঃ এইখন ঘৰলৈ তোক মই গোহালি চাফ কৰিবলৈ আৰু গোবৰ পেলাবলৈ অনা বুলি ভাবিছ নেকি? নে এইবোৰ নকৰিলে এইখন ঘৰত তই খাবলৈ নেপাবি বুলি ভাবিছ?

ইয়াৰ পিচতো কৌশল্যাই একো মতা নাছিল। দুটা নিবোকা চামোনৰ সমুখত বলকি বলকি আমনি লগাত মাকে কৈছিল–

ঃ চাওঁ আঁতৰ হ।

দুয়ো আকৌ পিছুৱাইছিল। মাকে খদাটো লুটিয়াই গোবৰখিনি মাটিত থৈ তলিৰ কেঁচাগোবৰ আঁতৰাবলৈ বুলি দুবাৰো খদাটো উবুৰিকৈ থেকেচিলে। প্ৰতিবাৰতে ধপ্‌ধপ্‌কৈ শব্দ উঠিল।

খদাটো জোকাৰি মাক বৈ নাথাকিল।

মাক গ'লত ওৰণিখন কৌশল্যাৰ মুখত উঠাই তাইৰ চকুলৈ চালে। চাই সি আচৰিত হ'ল।

শাহুৱেকক তাই ভয় কৰা নাই। অথচ শাহুৱেকৰ কথা শুনি যেন হাঁহিছেহে। হাঁহি ভৰা চকু দেখি আচৰিত হৈ সি সুধিলে–

ঃ কৌশল্যা, মাই বাৰু তোমাক কিয় ইমান খং কৰিছে? মাৰ কিবা হৈছে নেকি?

ঃ নাই। মাৰ একো হোৱা নাই মোৰহে...।

কওঁ নকওঁকৈ কৌশল্যাই কথাখিনি ক'লে।

ঃ তোমাৰ....?

ঃ ওঁ।

ঃ কি?

ঃ নাই। মই ক'ব নোৱাৰো।

ইমানতে সামৰি কৌশল্যা নৰ'ল। গোবৰ লাগি থকা হাতখনেৰেই চাদৰখন টানি চকু মুখ আৱৰাকৈ ওৰণি কৰি ল'লে আৰু বেগাই তাৰ ওচৰৰ পৰা আঁতৰি গ'ল।

হঠাৎ মহীধৰৰ মনলৈ আহিল, এই মাহৰ পূৰ্ণিমা তিথি পাৰহৈ গ'ল। আৰু প্ৰতিমাহৰ পূৰ্ণিমা তিথিৰ আগে আগে তাক অকলে এৰি তাই যে মাটিত খেৰৰ বিছনা পাৰি শোৱে তেনেদৰে শোৱা নাই। পাচবিয়াৰ দিনা কৌশল্যাই লৈ অনা সতৰঞ্চি কাপোৰখনো তাই খেৰৰ বিছনাখনতে পাৰি শোৱে।

এইবাৰ সেইখনো অকলশৰীয়া তাৰ ডালত ওলমি বৈ আছে।

এক অজান পুলকত মহীধৰৰ মনটো পুলকিত হ'ল। আনন্দত গধূৰ হৈ পৰা ক্ষোভ এটাও মনটোত জাগৰিত হ'ল।

ঃ কৌশল্যাই বাৰু এই কথাটিও তাক ক'ব নোৱাৰেনে?

(২৪)

নতুনৰ বতৰা বিলাই মৰমৰ বতাহজাকে মন আৰু হৃদয় তছনছ কৰি থৈ যোৱাৰ পিচত বাস্তৱলৈ উভতি আহিবলৈ মহীধৰৰ সময় লাগিল।

সি আহিল ওভতি।

অহাৰ পিচত হে খেয়াল হ'ল। তাৰ হাত থমকি ৰৈছে। তাৰ কৰ্মত আউল লাগিছে।

সি মূৰ্তিৰ কাম কৰিব খুজিছিল। মাটি লিপিব খুজিছিল। মৰা মাটি নথকাত মাটি মাৰিব লৈছিল। সেই মাটিত এলডামান গোবৰ মিহলাব লাগে।

সি কাম আৰম্ভ কৰিলে।

গোবৰখিনি মিহলালে। তাৰ ওপৰত কেইবাৰমান ধুমুচ মাৰিলে। পানী ছটিয়ালে। আকৌ ধুমুচ মাৰিলে। শেষত আঙুলিৰে পিটিকি চাই লিপিব পৰা হোৱাত ডাঙৰ লডা এটাৰ দৰে কৰি পাটখনৰ দ অংশটোতে থুপুৰিয়াই থ'লে।

লডাটোৰ পৰা অলপ মাটি ল'লে সি। মাটি খামুচি লোৱা বাবে আকৌ লুটিয়াই বগৰাই ডাঙৰ লডাটো মিহি কৰিহে উঠিল। হাতত থকাখিনি তলুৱাতে পকাই পকাই আগবাঢ়িল প্ৰতিমাসমূহৰ ওচৰলৈ।

কাট ধৰা মূৰ্তিৰ অংশত মাটি লিপিবলৈ লওঁতেই মনলৈ আহিল কৌশল্যাৰ মুখখন। তাইৰ চকু মুখত ভাঁহি উঠা মিটমিট কৰা হাঁহি আৰু লাজত ৰঙা পৰা মুখৰ ৰং।

এক অভাৱনীয় গৰ্বত মহীধৰৰ বুকুখন ফুলি উঠিল। কৌশল্যাৰ আচৰণৰ পৰা বিচো

বুজিলে সি পিতৃ হ'বলৈ ওলাইছে। কৌশল্যাই তাৰ বীৰ্য্য বহন কৰি মাতৃ হ'ব। এই একেটা কাৰণতে হয়তো তাৰ মাকে কৌশল্যাক শাসন কৰিছে।

হয়, দেউতাক ঢুকুৱাৰ সময়ৰ পৰা এইখন ঘৰত মাথো দুজনহে মানুহ আছিল। সি আৰু তাৰ মাক। কৌশল্যা অহাৰ পিছত তিনিজন হ'ল। এতিয়া তাই আকৌ এজনক গৰ্ভত থিতাপি দিছে। মানে তাৰ ঘৰত মানুহ বাঢ়িব। আৰু এই বঢ়াৰ লগে লগে বাঢ়িব হাঁহি, কান্দোন আৰু অন্যান্য বহুবিধ সামগ্ৰী মৰমৰ আপডালৰ বাবে।

কিন্তু?

কিন্তু কি সন্তান বাৰু উপজিব তাৰ ঔৰসত, কৌশল্যাৰ গৰ্ভৰ পৰা? ল'ৰা নে ছোৱালী।

মনলৈ আহিল সূৰ্য্যকান্ত সন্মানিতৰ কথা। তেওঁৰ জীয়ৰী প্ৰতিমাৰ কথা। প্ৰতিমা ওপজাৰ আগতেই হেনো সূৰ্য্যকান্তই তাইৰ নাম থৈছিল।

কেনেকে জানিছিল মানুহজননো ছোৱালী উপজিব বুলি? মাকলৈ মনত পৰিল মহীধৰৰ। মনত পৰিল মাকে চোৱা ঠিকনাৰ কথা। এয়া আছিল অৱশ্যে তাৰ শৈশৱৰ দিনৰ কথা। অৰ্থ উপাৰ্জনৰ বাবে যজমানৰ ঘৰত বেদকৰ্ম কৰাৰ বাবে দেউতাক বঙ্গদেশৰ গোলনা কালীগঞ্জত থকা সময়ৰ কথা।

সেই সময়ত ডিংডিঙি গাঁৱত স্কুল নাছিল।

পোৰাকুছি আৰু ডিংডিঙি গাঁৱৰ মাজৰ ঠাই এটুকুৰাত সংস্কৃত টোল এখনহে আছিল। আখৰ চিনাৰ বাবে সি মাজে-সময়ে সেই টোললৈ যায়। প্ৰায়ভাগ সময়তে মাকৰ পিছে পিছে ঘূৰি ফুৰে।

গৃহকৰ্ম শেষ হ'লেই মাক তাঁতৰ পাতত বহে।

সিও ওচৰত বহি ইটো সিটো খেলি থাকে। সেই সময়তে মাকে তাৰ বাবা ঠিকনা চোৱাইছিল। দেউতাক ভালে আছেনে নাই, ঘৰলৈ আহিব নে নাহিব, আহিলেনো কিমান দিন পিচত আহিব ইত্যাদি ইত্যাদি।

তাৰ হতুৱাই ঠিকনা চোৱা পদ্ধতি কেইটামান মনলৈ আহিল। সেই কেইটাৰ অতি সহজ পদ্ধতিটোৰে তাৰো ঠিকনা এটা চাবলৈ মন গ'ল।

প্ৰতিমাত লিপিবলৈ হাতত লৈ থকা মাটিৰ লডাটো মূৰ্তিটোৰ ভৰি পতাৰ ওচৰত থৈ সি অকন পিছুৱালে। ওচৰতে থকা মোৰাটো টানি বহি ল'লে। তেতিয়াহে তাৰ মনলৈ আহিল মাটিত আঁচ্ দিবলৈ কিবা এডাল লাগে। এই কামত মাকে দিছিল তামোল কটা কটাৰীখন ব্যৱহাৰ কৰিবলৈ। কটাৰীখন আনিবলৈ যাবলৈ ধৈৰ্য্য নৰ'ল। বেৰৰ খুটাত থকা তমালৰ গাঠি এটাৰ পৰা এটুকুৰা ছিঙি আনিলে। আকৌ মোৰাটোত বহিল। তমালৰ টুকুৰাটোৰে পাতি টনাৰ নিচিনাকৈ দীঘল আঁচ্ এটা টানিলে। সেই আঁচ্টোৰ পৰা তললৈ প্ৰায় ডেৰ ইঞ্চিমান দীঘলকৈ থৰথৰকৈ হিচাব নকৰাকৈ কেবাটাও আঁচ্ দিলে পাতিডালৰ শেষলৈ। এইবাৰ দুটি আঁচ্ কেইডালৰ প্ৰথমৰ পৰা হিচাব কৰি গ'ল। ৰাম, লক্ষ্মণ, সীতা,

হনুমান। ৰাম, লক্ষ্মণ, সীতা, হনুমান। ৰাম..। শেষৰ আঁচডালৰ হনুমানতে শেষ হ'ল। মহীধৰৰ মনটো আনন্দত ভৰি পৰিল।

মাকে কৈছিল হনুমানত পৰিলে হেনো বৰ ভাল ফল হয়। সঁচা মিছাৰ প্ৰমাণ সি আজিও পোৱা নাই। তাৰ ক্ষেত্ৰত জানো কি হয়। তাৰ মাক হ'লে ঠিকনা চোৱাৰ পিছত কেতিয়াবা হৰষিত আৰু কেতিয়াবা কেতিয়াবা বিষাদিত হৈছিল। সুযোগ পালে এইদৰেও কৈছিল যে বুজিছ মহী এইবোৰ কৰি চাইছোহে, সঁচা নহ'বও পাৰে। 'বিশ্বাসে মিলয় হৰি' বোলা কথাষাৰ প্ৰচলিত হৈ আছে বাবেহে মই ঠিকনা চাওঁ। মনত ভৰসা পাওঁ। কিন্তু এই বিশ্বাস ঠিক নহ'বও পাৰে। ঠিক নহ'বও পাৰে। ঠিক নথকা বাবেই ঠিকনা।

মাকে তাৰ হতুৱাই চোৱা আন দুটা ঠিকনাৰ কথাও মনলৈ আহিল। এটা হ'ল পিতলৰ থাল এখনত কিছু চাউল লৈ জোৰ জোৰকৈ গনিব দিয়া আৰু ফটা কানিৰ মাজত খৰিকা থৈ কিছুসময় পিছত উলিয়াই চোৱা। চাউলৰ হিচাবত এটা বেছি হ'লে আৰু ফটাকানিৰ মাজৰ পৰা খৰিকা ওলায় আহি বাহিৰত থাকিলে মনে ভবা কাজ সিদ্ধি হয় বুলি সদায় ভাবিছিল। হয়তো আজিও ভাবে।

বাকী দুটা ঠিকনা চোৱা নহ'ল মহীধৰৰ।

সমুখৰ মূৰ্তি সমূহত চকু পৰাত মাটি লিপাৰ কথা মনত পৰিল।

সি মোৰাটোৰ পৰা উঠিল।

মূৰ্তিটোৰ ভৰিপতাৰ ওচৰৰ পৰা মাটিখিনি তুলি লৈ, উঠন বুকুৰ মাজত দেখা ফাট এটাতে সোঁহাতৰ বুঢ়া আঙুলিটোৰে টিপা মাৰি সুমুৱাই দিলে। আঙুলি কেইটা পানীত তিয়াই নতুনকৈ লিপা মাটিখিনি পিহি দিলত গোটেই বুকুখন মসৃণ হৈ উঠন অঙ্গ দুটাৰে সৈতে মোহনীয় হৈ পৰিল।

কৌশল্যাই আকৌ তাৰ মন চকুৰ আগেৰে অহা যোৱা কৰিব ধৰিলে।

তাই যিহেতু সন্তান সম্ভৱা তাইক লৈয়ে এতিয়া এই ঘৰখনত অনুষ্ঠিত হ'ব কেইবাটাও অনুষ্ঠান। পঞ্চামৃত খুউৱা, পোহান বিয়া পতা....।

হঠাৎ মহীধৰৰ মনত পৰিল কমলা নামৰ বিধবা এজনীৰ কথা। কমলাক সি নবৌ সম্বোধন ধৰি মাতে। কমলা জাতত ব্ৰাহ্মণ নহয়। বয়সতো তাতকৈ ডাঙৰ নহয়। তথাপিতো মানুহজনীক সি সম্মান কৰে। তাইও তাক মাতৃৰ দৃষ্টিৰে চায়।

বৌৱেক আৰু দেওৰেক সম্পৰ্কটো থকাৰ বাবে মানুহজনীয়ে তাৰ লগত ধেমালিও কৰে। সুবিধা পালেই কৌশল্যাক সান্ত্বনি জোকায়। কৌশল্যাৰ শান্তি বিয়াৰ পিছত দুয়োকে সান্ত্বনি ধেমালি কৰাৰ চলেৰে ভালেমান সাংসাৰিক জ্ঞান তাক দিছিল। এতিয়া যদি তাই কৌশল্যাৰ কথা জানে তেনে মানুহজনীয়ে তাৰ কাণ খোলা নকৰিবহি সেই কথা ভাবিব নোৱাৰে।

কিন্তু তাই বেচেৰী?

তাই এইবোৰ পোৱা নাছিল। জনাও নাছিল। কাৰণ তাই এইখন উত্তৰ কামৰূপৰ

ৰৰভাগত ওপজা নাছিল। ওপজিছিল ডাঙৰ দীঘল হৈছিল নগাওঁ জিলাৰ কোনোবা এখন গাঁৱত। ৰতন দাস নামৰ ডিংডিঙি গাঁৱৰে যুৱক এজনৰ সতে এদিন ঘৰবাৰী মাক দেউতাকৰ মৰম এৰি গুচি আহিল। পিচত ইয়াতেই বৈ গ'ল। এটি সন্তানৰ মাতৃও হ'ল। ব্ৰাহ্মণ অধ্যুষিত গাওঁখনত থাকি ব্ৰাহ্মণ সমাজৰ সকলো সংস্কৃতিকে শিকি ল'লে। নিজৰ জীৱনত হ'লে একো নাপালে।

কমলাৰ পিচতে মহীধৰৰ মনলৈ আহিল ভেটেকী বাইৰ কথা। সেইজনীও ৰাজবংশী সম্প্ৰদায়ৰ। ডিংডিঙি তথা ওচৰ-পাজৰৰ গাওঁসমূহৰ কাৰ নৱজাত সন্তানক ভেটেকী বায়ে ধুৱাই পখলাই প্ৰথমতে নিজে কোচত লোৱা নাই? কোনজনী পোৱতীৰ আলপৈছান ধৰি কাপোৰ কানি ধোৱা নাই? অথচ বেচেৰীৰ জীৱনলৈ কোনো এজন যুৱকেই সংসাৰ কৰিবলৈ আগবাঢ়ি নাহিল। সন্তান জন্ম দিবলৈ গৈ কি আনন্দ, কি কষ্ট কি বেদনা বুজিব নোৱাৰিলে। অবিঐ কুমাৰী হিচাবেই জীৱন কটালে।

আনজনী অন্নপেহী।

তেওঁ বাল্য বিধবা। পেহীয়েও নাজানে ভেটেকী বাইৰ দৰে বহুকথাই। কিন্তু ভেটেকীবায়ে ধুই পখলাই কোচত লোৱা সন্তানক যাতে কোনো অপদেৱতা বা দেওভূতে ধৰিব নোৱাৰে, সেই দায়িত্ব লয় অন্ন পেহীয়ে। নৱজাতকক জাপ-জৰী সন্তান তথা মাতৃক পানীজৰা আদি দিয়া অন্ন পেহীৰ যেন প্ৰথম আৰু প্ৰধান কৰ্তব্য।

মহীধৰৰ মন অন্নপেহীৰ পৰা পিছলি কমলাৰ ওচৰ পালে।

(২৫)

কমলা দাস। ওপজা জিলা নগাওঁ। নামনি অসমৰ মানুহে নগাওঁ জিলাখনকো উজনি অসমৰ বুলিয়েই ধৰে। কমলা উজনিৰ পৰা নামনিলৈ অহা বাবেই হওঁক বা কথাৰতবাৰ বাবেই হওঁক, বহুতেই কমলাক 'উজেনেনী' বুলি এটা উপনামো দিছে।

উজেনেনী কমলাৰ গিৰিয়েকৰ নাম আছিল ৰতন দাস নামৰ কাশ্যপ গোত্ৰজাত এজন কৰ্মী মানুহ। তাৰ পূৰ্বপুৰুষ কোন আছিল, কেনেকৈ আহি বশিষ্ঠ গোত্ৰজাত ব্ৰাহ্মণ সমাজৰ মাজত থাকিব লৈছিল সেই কথা জনা নাযায়। পূৰ্ব পুৰুষসকলে ঘৰ সাজি থাকিবলৈ লৈছিল মোহন শৰ্মা নামৰ ব্ৰাহ্মণ এজনৰ পতিত মাটিত?

মোহন শৰ্মাৰ ভালেখিনি কৃষিভূমি আছিল। সেই ভূমিতে কৃষিকাৰ্য্য কৰি মোহন শৰ্মাৰ ভৰালতে উৎপাদিত শস্য ৰাখি ৰতনৰ পূৰ্ব পুৰুষৰ পৰিয়ালেও জীৱন নিৰ্বাহ কৰিছিল। দেখাত দুয়োখন ঘৰৰ মাটি একে, ভৰাল একে আছিল যদিও পাকঘৰ আছিল বেলেগ বেলেগ। সেয়েহে ৰতনহঁতৰ পূৰ্বপুৰুষ সকলৰ আকালো নাছিল ভৰালো নাছিল।

মোহন শৰ্মা আৰু ৰতন দাস আছিল সমবয়সীয়া।

মোহন যেতিয়া যুৱক হ'ল, তেতিয়াহে দুয়োখন ঘৰৰ মাজত অনৈক্যৰ বীজে পোখা

মেলিলে।

মোহনৰ দেউতাক আছিল পুৰোহিত। দিনৰ দিনটো যজমানৰ ঘৰে ঘৰে ঘূৰি ফুৰে বাবে খেতি পথাৰ নেদেখিছিল। ৰতনহঁতকে খেতি পথাৰৰ দায়িত্ব দিছিল। মোহনে হ'লে দেউতাকৰ কৰ্ম কৰিব নুখুজিলে। সংস্কৃত টোলত পঢ়া শ্লোক এটি কায়মনোবাক্যে মানি লৈ সি দেউতাকৰ ওচৰ চাপিল। ক'লে, ব্যৱসায় কৰাৰ বাবে কিছু টকা লাগে। ডিংডিঙি গাঁৱতে থাকি ব্যৱসায় কৰিব। মোহনৰ কথাত প্ৰথমতে দেউতাক সন্মত হোৱা নাছিল। কিন্তু পুতেকৰ আকোৰগোজ স্বভাৱৰ চিকাৰ হ'ল। ব্যৱসায় আৰম্ভ কৰি মোহনে ৰতনৰ পৰিয়ালকো পৃথক কৰিলে। নতুন বছৰৰ পৰা সিহঁতক খেতি কৰিব নিদি আধিয়াৰ কৰিলে। আৱশ্যক হ'লে দুটা ভৰালো কৰিব খুজিলে।

ৰতনৰ দেউতাক আগতে ঢুকাইছিল।

এদিন মাকো ঢুকাই থাকিল।

অকলশৰীয়া হ'ল ৰতন।

মোহনৰ ব্যৱসায় হ'ল গেলামালৰ দোকান। সেই দোকানৰ গাদীত বহি মোহন শৰ্মা মোহন মহাজন হ'ল। প্ৰতি শুক্ৰবাৰে মোহন নলবাৰী চহৰৰ কেঞাৰ গোলালৈ যায়, গৰুগাড়ী এখনেৰে তাৰ পৰা মাল আনে।

এদিন মোহনৰ দেউতাকেও ইহলীলা সামৰিলে।

ঘৰখনত মোহনেই সৰ্বেসৰ্বা হ'ল। ঘৰখনত ধনলক্ষ্মীও বাঢ়িল। লগতে বাঢ়িল ডিংডিঙি তথা ওচৰ-পাজৰৰ গাওঁবোৰত তাৰ প্ৰতিপত্তি। বিপদ আপদত অঞ্চলটোৰ মানুহৰ সি ত্ৰাণকৰ্ত্তা হ'ল।

গৃহলক্ষ্মী এজনীও চপাই ল'লে। তাৰ ঘৰ ভৰিল।

ৰতনো তেতিয়া যুৱক।

নিজৰ মাটি-জমি নাই যেতিয়া মোহন শৰ্মাৰ মাটিখিনিকেই আধি লৈ খেতি কৰি পেটৰ ভাত কেইটা মোকলোৱাৰ কথা চিন্তা কৰিলে। মোহনৰ পৰা ল'লে হালৰ গৰু আৰু শইচৰ বীজ। ইয়াতেই যেন ৰতন মোহনৰ ওচৰত ধৰুৱা হ'ল। মোহনে তাৰ প্ৰভাৱ ৰতনৰ ওপৰত খটুৱাৰ বিচাৰিলে।

সহ্য কৰিব নোৱাৰিলে ৰতনে মোহনৰ ব্যৱহাৰ।

প্ৰকাশ্যে প্ৰতিবাদ নকৰিলেও স্বাধীন মনৰ ৰতনে সিদ্ধান্ত ল'লে মোহনৰ পৰা আঁতৰি থকাৰ।

হালৰ গৰু পথাৰতে এৰি এদিন মোহন নোহোৱা হ'ল। ক'লৈ গ'ল ডিংডিঙি গাঁৱৰ কোনেও নেজানিলে।

বছৰ বাগৰিল ৰতন সন্ধানহীন হোৱাৰ।

এদিন আহিল ৰতন। ডিংডিঙি গাঁৱৰ মানুহ থূপ খালে তাৰ ওচৰত। কাকো একো

নোকোৰাকে আঁতৰি যোৱা বাবে বহুতে ভৎর্সনাও কৰিলে। ভৱিষ্যতে সি যাতে কাকো একো নোকোৱাকৈ ক'লৈকো নাযায় সেই উপদেশ দি উঁৱলি যাব ধৰা পিতৃপুৰুষৰ ঘৰখন মেৰামতি কৰিবলৈ সকলোৱে ক'লে। হাঁহি হাঁহি ৰতনে গাঁৱৰ মানুহৰ কথাত সন্মত হ'ল। ঘৰটো মেৰামতি কৰিলে।

আকৌ এদিন ৰতন নোহোৱা হ'ল।

আকৌ আহিল।

এইবাৰ কিন্তু অকলে নহয়। লগত লৈ আহিল শিৰত সেন্দুৰ লোৱা ধুনীয়া বোৱাৰী এজনী। নাম তাইৰ কমলা। মাত কথা উজনি অসমৰ মানুহে কোৱাৰ লেখীয়া। অঞ্চলটোৰ মানুহৰ মাজত আলোড়ন উঠিল।

ৰতনে কেনেকৈ পালে ইমান ধুনীয়া ছোৱালী এজনী?

কাৰোবাৰ বোৱাৰী পলুৱাই অনা নাইতো?

মানুহৰ মুখত বাগৰি ফুৰা বু বু বা বা বোৰ আঁতৰাবলৈ সিদ্ধান্ত ল'লে ৰতনে। এই উদ্দেশ্য লৈয়েই এদিন গাঁৱৰ মুখিয়ালসকলক আমন্ত্ৰণ জনালে তাৰ ঘৰলৈ। কমলাই পাণ-তামোলৰ শৰাই যাচি ৰাইজক সেৱা জনালে।

ৰতনে বৰ্ণালে তাৰ বিগত দিনবোৰৰ কথা।

মোহন মহাজনৰ আচৰণত সি হেনো অতীষ্ঠ হৈ পৰিছিল। মানুহ কাহানিও মানুহৰ দাস নহয়। মানুহ কৰ্মৰহে দাস হ'ব পাৰে। কিন্তু মোহনে তাক দাসৰ দৰে ব্যৱহাৰ কৰিব লোৱাতহে সি হালৰ গৰু পথাৰত এৰি পলাল।

প্ৰথমতে গ'ল গুৱাহাটীলৈ তাৰ পিচত পালেগৈ নগাওঁ। নগাওঁ চহৰৰ উপকণ্ঠৰ গাওঁ এখনৰ এঘৰ মানুহৰ ঘৰত আশ্ৰয় বিচাৰিলে। তাৰ নিঠৰুৱা জীৱনৰ দুখৰ কথা শুনি মানুহঘৰেও তাক আশ্ৰয় দিলে।

তাতেই চিনাকি হ'ল কমলাৰ লগত। প্ৰথমতে এটি দুটি কথাৰে। পিচত চকুৰ থাৰেৰে, শেষত মনেৰে। ইজনে-সিজনক এৰিব নোৱাৰা হ'ল। এই এৰাব নোৱাৰা অৱস্থাটোৰ বাবেই ৰতন আৰু কমলাই সিদ্ধান্ত ল'লে নগাওঁ এৰি অহাৰ।

ৰতনেই প্ৰস্তাৱ দিলে তাৰ জন্মভূমি গাওঁখনলৈ দুয়ো পলাই অহাৰ। কমলাই আপত্তি নকৰিলে।

এদিন ৰতন অকলে ডিংডিঙি গাঁৱলৈ ওভতিল।

দেউতাক দিনতে সজা অথচ উঁৱলি যাব ধৰা ঘৰটো মেৰামতি কৰি নতুন কৰিলে। আকৌ কমলাৰ ওচৰ পালেগৈ। সকলো থিকে-থাকে আছিল। দুদিন পিচত সি আৰু কমলাই নগাওঁ এৰিলে। দুয়ো উঠিল কামাখ্যা ধামত। তাতে কমলাৰ শিৰত সেন্দুৰ পিন্ধালে।

এতিয়া তাক ডিংডিঙি গাঁৱৰ সমাজৰ স্বীকৃতি লাগে। যাতে সিহঁতৰ সংসাৰখন সুখৰ হয়।

দুয়োজনে আকৌ ৰাইজৰ ওচৰত আঁঠু ল'লে।

বাইজেও আশীষ বৰষি যথাযথৰি গ'ল।

ৰতন আৰু কমলাৰ প্ৰেম সফল হ'ল।

কিন্তু নিজে কি কৰিছিল? তাৰ প্ৰেমত কিয় ঘূণে ধৰিলে। মহীধৰৰ বুকুখন যেন ভাগি গ'ল, ৰতন আৰু কমলাৰ কথা মনলৈ অহাত।

বিদায় লগনত দেখি অহা প্ৰতিমাৰ মুখৰ ছবিটোৱে আকৌ এবাৰ হৃদয়খনক চেপি খুন্দি তছ্নছ্ কৰিবলৈ ধৰিলে।

প্ৰেমাস্পদক পোৱাৰ বাবে কৃষক ৰতনে যেনেদৰে মানসিক সাহস গোটালে, নিজকে উচ্চাজাতৰ বুলি ভবা ব্ৰাহ্মণ সন্তান মহীধৰে কিয় নোৱাৰিলে?

অন্তৰ্দাহত বিধ্বস্ত হৈ মহীধৰ ভাগি পৰিল।

চিঞৰি চিঞৰি ক'বলৈ মন হ'ল-- নিজকে কাপুৰুষ বুলি। কিন্তু নোৱাৰিলে সি চিঞৰিবলৈ। নোৱাৰিলে মাকৰ বাহিৰে আন কাৰো ওচৰত মনৰ কথা খুলি ক'বলৈ। কিয়? কিয়?

তাৰ তেজৰণ গুণ?

নে সামাজিক তথা বংশ পৰম্পৰাৰ মৰ্যদাৰ ভয়ত? নে এইবোৰৰ হানি হোৱাৰ ভয়ত?

প্ৰতিমাক গোলনা কালীগঞ্জত এৰি কৌশল্যাৰ সতে সংসাৰ কৰিলে। এতিয়াও কিন্তু প্ৰতিমাক পাহৰিব পৰা নাই। তাৰ জীৱনক প্ৰতিমাৰ প্ৰতি থকা দুৰ্বলতাই দুখ দিয়ে।

কিন্তু ৰতন আৰু কমলাৰ?

কমলাই জানো ৰতনক পাহৰিব পাৰিছে?

(২৬)

মহীধৰৰ মনটোৱে খুচৰিব ধৰিলে, ৰতন আৰু কমলাৰ কাহিনী।

ডিংডিঙি গাঁৱত থিতাপি লোৱাৰ পিচত সৰগীয় সকলো সুখেই নামি আহিছিল সিহঁতৰ হাতৰ মুঠিলৈ। ক'তো কাৰো প্ৰতি কোনো অভিযোগ নাই। নাই হতাশা, নাই বিফলতা। সিহঁতৰ মিলনৰ দুটি বছৰ হ'ল কি নহ'ল আকৌ ধৰাখন যেন ধুনীয়া হ'ল। সংসাৰখনলৈ আহিল এটি সৰগী শিশু। নাম দি মাতিলে - মদন আমাৰ ধন।

মদনক লৈ ৰতন আৰু কমলাৰ তৎ নোহোৱা হ'ল।

মদনে কান্দিলে সিহঁতেও কান্দে, মদনে হাঁহিলে সিহঁতেও হাঁহে। পাহৰে দুয়োয়ে পিয়াহত পানীৰ কথা, ভোকত ভাতৰ কথা। দেহৰ অসুখ বিসুখৰ কথা।

পাহৰে 'মানুহে পাতে, ইশ্বৰে ভাঙে' বোলা অমোঘ বাক্যশাৰী। তাৰ মাজেৰে দিন বাগৰে। মদন ডাঙৰ হ'বলৈ ধৰে।

শেষত এদিন অঘটনটো ঘটিল।

ঘটনাটো এনেদৰে ঘটিল— যি ঘটনা হয়তো কমলাই আন কাৰোবাৰ জীৱনত ঘটা বুলি শুনিব বিচৰা নাছিল। প্ৰেমত পৰি পলাই আহি সংসাৰ কৰা কোনো নাৰীৰ জীৱনতে ঘটে বুলি সপোনতো ভবা নাছিল।

কমলাৰ সতে সংসাৰ কৰি ৰতনে দিন হাজিৰা কৰিবলৈ লৈছিল। তাৰ দ্বাৰা উপাৰ্জন হোৱা ধনেৰেই সিহঁতৰ সংসাৰখন ভালদৰেই চলিছিল।

প্ৰতিদিনৰ দৰে সিদিনাও ৰতন ওলাই গৈছিল।

মদনক খুৱাই-বুৱাই, শোৱাই থৈ কমলা বহিছিল তাঁতৰ পাতত। তাত বৈ তাই ভাল পায়। তাই বিচাৰি পায় অতীতক। কাৰণ এনেদৰে তাঁতৰ পাতত বহি থকাৰ সময়তে তাইৰ জীৱনৰ ৰং সলনি হৈছিল।

হয়। সিদিনা তাই তাত বৈ আছিল। হঠাৎ তাইৰ চকু পৰিছিল ৰতনৰ ওপৰত। সেই সময়ত সিও চাইছিল তাইলৈ। দুয়োৰে চকুৰে চকুৰে মিলিছিল। তাৰ সেই দৃষ্টিত তাইৰ দেহমন শিহৰি উঠিল। কিবা যেন অদ্ভুত ভাল লাগিছিল। তাৰ দৃষ্টিত নিজকে বিচাৰি পোৱা যেন লাগিছিল। মনটোৱে গুণগুণাইছিল—

ঃ সৰু হৈ আছিলো          গৰু ৰাখিছিলো

ডাঙৰ হৈ লগালো তাঁত

ওলোটাই ওভতাই          মাকো মাৰিছিলো

মোৰ ধনে লগালে মাত।।"

ৰতনে অৱশ্যে সিদিনা মুখেৰে মতা নাছিল। কিন্তু তাৰ দুচকুত প্ৰেমৰ যি তিৰবিৰণিৰ দৃশ্য ভাঁহি উঠা দেখিছিল, সেই দৃশ্যইহে তাইৰ হৃদয় ভেদিছিল। মন চুৰ কৰিছিল। তাৰ পিচতহে তাই অস্থিৰ মন এটা থানথিত লগাবলৈ ওলোটাই ওভটাই মাকো মাৰিছিল।

হয়, সিদিনাও তাই গামোচা বৈ আছিল।

গামোচাক অসমৰ মানুহে চেনেহ প্ৰীতিৰ এনাজৰী বুলি ভাবে। বিহুৱান হিচাবে আগবঢ়াই দিয়ে। বিহুৱান অসমীয়া নৱ বৰষৰ বিহু উৎসৱৰ এটি অপৰিহাৰ্য অঙ্গ। বিহুৰ সময়ত ইজনে সিজনক প্ৰীতি উপহাৰ হিচাপে দিয়ে যদিও গা-মচিবলৈ, কঁকালত টঙালি বান্ধি দৈহিক শক্তি বঢ়োৱাত সহায় কৰিবলৈ, গা-ধুবলৈ, গোসাঁইৰ আগত সেৱা জনাবলৈ, বস্ত্ৰ কঢ়িয়াবলৈ আদি নানা কামত গামোচা ব্যৱহাৰ কৰা হয়।

ৰতনৰ ওপৰত চকু পৰাৰ পিচত সিদিনা বৈ থকা গামোচালৈ চাই চিঞৰি চিঞৰি গাবলৈ মন গৈছিল—

ঃ গামোচা গামোচা          ক'ৰ ডেকা ল'ৰা

গামোচা আছো মই বৈ

গামোচা পাবি তই          মোকেহে নাপাব

থাকিবি ববলা হৈ।

ওলোটাই ওভটাই মৰা মাকোৰ শব্দবোৰে বিহুগীতটোৰ লগত তাল মিলাই হাত-চাপৰি দিয়া যেন লাগিছিল। তাৰ পিচত ৰতন ববলা হৈ থাকিব নেলাগিল। তাইৰ মনটো চুৰ কৰি নি তাইৰ গৰাকী হ'ল। এতিয়া ৰতন নহ'লে তাই এখোজ আগবাঢ়িব নোৱাৰে।

স্বপ্ন ৰাজ্যত বিচৰণ কৰি থকা সময়তে এজাক কালধুমুহা আহিল। হাতৰ মাকো ভৰিৰ গৰুকাৰ কথা পাহৰি কমলাই কাণ পাতি শুনিলে।

পদূলিত এজন কিশোৰৰ চিঞৰ

ঃ ৰতন ককাইদেউ গছৰ পৰা পৰিছে। এতিয়া মাতবোল নাই।

কমলাৰো মাত হেৰাল। দৈববাণীৰ দৰে কাণত শব্দ কেইটাই আঘাত কৰাত মুহূৰ্তমানৰ বাবে সংজ্ঞা হেৰুৱালে। ক্ষণিক পিচতেই প্ৰকৃতিস্থ হ'ল। চিঞৰি সুধিলে-

ঃ পদূলিত কোন অ সেইজন? চিঞৰি চিঞৰি সেইবোৰ কি কৈ আছ।

ঃ মই নবৌ। দিনেশ। ৰতন কা গছৰ পৰা পৰিল। এতিয়াও মাত দিয়া নাই। আপোনাক খবৰ দিবলৈ কৈছে।

হাতৰ মাকো সূতাৰ ওপৰতে এৰি কমলা তাঁতৰ পৰা উঠিল। পাহৰিলে মদনৰ কথা। দিনেশৰ সতে দৌৰি দৌৰি যেতিয়া ৰতনৰ কাষ পালে তেতিয়া তাৰ বুকুৰ মাজৰ ধপধপনিটো হেৰাই গৈছিল। স্থিৰ হৈ পৰিছিল বুকুখনৰ উঠা নমা প্ৰক্ৰিয়া। সি পৰি আছিল এডাল কাঠখৰিৰ দৰে।

তথাপিতো কমলাই তাক চিঞৰি চিঞৰি মাতিছিল। বুকুৰ ওপৰত পৰি হিয়া ধাকুৰী কান্দিছিল। চকুৰ পানী নুশুকোৱালৈ উচুপিছিল।

ইমানকৈ কন্দাৰ পিচতো প্ৰতিদান একো নাপালে।

পাগলদিয়াৰ পাৰত পতা চিতাত ৰতনৰ দেহটো ভষ্মীভূত হোৱাৰ পিচত অস্থিখিনিহে ঘৰলৈ বুলি আনিব পাৰিলে।

গাঁৱৰ মানুহৰ সহায়-সহযোগত ৰতনৰ প্ৰেতকাৰ্য হৈ গ'ল। মদনক কোচত লৈ বৈদিক প্ৰথামতে সকলো কৰিলে।

তাই ভৱিষ্যতৰ কথা ভাবিব লগা হ'ল।

বহুজনে বহু উপদেশ দিলে। কোনোৱে ক'লে আকৌ মাকৰ ঘৰলৈ উভতি যাবলৈ। কোনোৱে ক'লে আকৌ বিয়াত বহিবলৈ। কমলাই সকলোৰে উপদেশ শুনিলেহে, কিন্তু কাৰো কথাতে গুৰুত্ব নিদিলে। মনলৈ আহিল বাল্য বিধবা অন্নপেহীৰ কথা। বিজনী মানুহে নিজৰ গিৰিয়েকজন কেনে আছিল সেই কথা নজনাকৈয়ে বৈধব্য ব্ৰত পালন কৰি, জীৱন যৌৱনৰ সকলো সুখক কাটি কৰি কটালে তেওঁতকৈ তাই বাক দুৰ্ভগীয়া নে? তাইতো কেইটামান দিনলৈ হ'লেও ৰতনৰ সংগ সুখ পাইছে। ৰতনৰ ঔৰসজাত সন্তান এটিও কোচত আছে। ভেনেস্থলত ৰতনে হাড় পেলোৱা ঠাইখন এৰি কিয় মাকৰ ঘৰলৈ যাব? আনৰ লগত অকল যৌনসুখৰ বাবে বিয়াত বহিব?

অমপেহীৰ আদৰ্শ মনত পেলাই তাই সাহস গোটালে।

সিদ্ধান্ত ল'লে মদন কৰ্মক্ষম হৈ নুঠালৈকে ডিংডিঙি গাঁৱত থকাৰ। কিন্তু বিধবা নাৰীৰ জীৱন ধাৰণ জানো ইমান সহজ?

(২৭)

কমলাৰ সিদ্ধান্তৰ কথা শুনি দুই এজনে আপত্তি দৰ্শালেও সৰহ ভাগেই প্ৰশংসা কৰিলে। তাৰ একমাত্ৰ কাৰণ হ'ল ৰতন। মোহন মহাজনৰ বাহিৰে ৰতনক ভাল নোপোৱা মানুহ গাওঁখনত নাই বুলিবই পাৰি। গতিকে মদনক লৈ কমলা যদি আঁতৰি যায় তেনেহ'লে ৰতনৰ স্মৃতিও গাওঁখনৰ পৰা হেৰাই যাব। এই কাৰণতে গাওঁখনৰ প্ৰায়ভাগ মানুহেই কমলাক সহায় কৰিব বুলি কথা দিলে।

সুযোগটো মোহন মহাজনেও নোলোৱাকৈ নাথাকিল। এইবাৰ সি যেন কিছু আগৰণুৱাহে হ'ল। সমজুৱাৰ আগতে এদিন ক'লে যে, যিহেতু ৰতনৰ পিতৃ পিতামহ আৰু সিহঁতৰ পিতৃ পিতামহ হঁতৰ ভৰালঘৰ একেটাই আছিল সেয়ে যিমান দিনলৈ কমলাই ইচ্ছা কৰে সিমান দিনলৈ তাই তাৰ ঘৰত কাম কৰি দিব, খোৱা খৰচো সিয়ে বহন কৰিব। গাঁৱৰ ৰাইজেও মোহন মহাজনৰ এই কথা শুনি ভাল পালে আৰু কমলাক এনে সহায় ল'বলৈ ক'লে।

ৰাইজৰ কথা ৰাখিলে কমলাই। ৰাতি পুৱালেই তাই মদনক কোচত লৈ মহাজনৰ ঘৰলৈ যায়। ঘৰ-চোতাল সাৰে, মচে, বাচন, কাপোৰ আদি ধোৱে। ধান বানে, চাউল ঝাৰে। পেটৰ ভাতমুঠিৰ বাবে মহাজনৰ ঘৰৰ সকলো কাম কৰি সন্ধিয়ালৈ সামৰে।

সন্ধিয়া সময়ত দিনটোৰ পাওনা বিচাৰি মহাজনৰ গাদীৰ ওচৰ চাপে। মহাজনে দিয়া মজুৰীৰে মদনৰ বাবে আৰু ঘৰত লগা অন্যান্য সামগ্ৰী ক্ৰয় কৰে।

দিন বাগৰাৰ লগে লগে কমলাৰ মনৰ দুখ কিছু পাতলিল। মদনৰ মুখত ফুটা আধাফুটা মাত আৰু খিক্‌খিকোৱা হাঁহিৰ শব্দ শুনি তাই হাঁহিব পৰা হ'ল। হাঁহিব পৰা হ'ল সমনীয়া নাৰীৰ সতে কথা মেলত।

এদিন কমলাৰ অনুভৱ হ'ল মোহন মহাজনৰ মনত কিবা এটা যেন পৰিবৰ্তন হৈছে। হয়তো মানুহজন তাইৰ প্ৰতি কিবা এক অনুৰাগত কিছু পৰিমাণে হালিছে। সময় আৰু সুবিধা পালেই মানুহজনে তাইৰ পিনে ৰ' লাগি চাই থাকে। চাই থাকে তাইৰ চকুৰ চাৱনিলৈ, খাজকটা দেহটোলৈ।

মানুহজন অকলে দোকানত বহি থকা সময়ত যদি কিবা কিনিবলৈ যায় তেনেহ'লে শুনিব নুখুজিলেও কিবা কিবি কৈ সময় কটাব খোজে। সুবিধা বুজি যৌৱনৰ কদগুণসমূহ তাইৰ আগত কয়। তাই কিনিব খোজা বস্তুৰ ওজন কৰোঁতে ভুলতে বেছি ওজনৰ দগা-পাল্লাত তুলি দিয়ে। কেতিয়াবা দাম কমকৈ ৰাখে।

মদনে কৰা আমনিৰ বাবে ৰাতিপুৱা যদি মহাজনৰ ঘৰলৈ যোৱাত পলম হয়, তেতিয়া মহাজনে নিজেই মাতিবলৈ আহি, তাৰ সমুখলৈ ওলাই নহা পর্য্যন্ত চোতালত বৈ থাকে। ভিতৰৰ পৰা 'গৈ আছো' বুলি ক'লেও মানুহজন উভতি নাযায়।

বেছি দিন ৰ'ব লগা নহ'ল।

ঘৈণীয়েকৰ চকুতো তাৰ এনে কার্য্য ধৰা পৰিল। ঘটনাটো এনেধৰণৰ। কমলাক ঘৰ সোমোৱাৰ পিচত ৰতনেই ঘৰৰ পিচপিনে তামোলৰ ঢকুৱাৰে এখন বেৰ দিছিল। মাটিখিনি মোহন মহাজনৰ আছিল যদিও বেৰখনেৰেই ৰতনে দখল সামৰিছিল।

এদিনাখন কমলাই সেইবেৰৰ আঁৰ লৈ ঘৰৰ পিচপিনে বুকুত মেখেলাখন পিন্ধি কিবা কিবি কৰি আছিল। বেৰখনৰ ইটো ফালত থিয় হৈ মোহন মহাজনে যে, বেৰৰ ফাঁকেৰে তাইলৈ চাই থাকিব, সেইকথা ভবা নাছিল। ভাবিবলগীয়া কথাও নহয়। মহাজন থাকে দোকানৰ গাদীত আৰু তিৰোতা থাকে ঘৰৰ ভিতৰত চোতালত নাইবা বাৰীৰ ধাপত। ভগা ঢকুৱাৰ বেৰৰ ফাঁকেৰে তিৰোতাইও বিশেষ আৱশ্যক নহ'লে জুমি নাচায়। তেনেস্থলত??

চেপা নাৰীকণ্ঠ অথচ ধমকনি দিয়া কথা শুনি কমলা উচপ খায় উঠিল। ঢকুৱাৰ বেৰৰ ফাঁকেৰে তাই মোহন মহাজনৰ সিফাললৈ চালে। চকুত পৰিল মহাজন আৰু ঘৈণীয়েকৰ অৱয়ব দুটাত। তাই অলৰ অচৰহৈ থিয় হৈ ৰ'ল। তেনেতে কাণত পৰিল,

ঃ ছিঃ ছিঃ ছিঃ। ক'ত মৰো মই। এইয়া ইয়াত বৈ আপুনি কি কৰি আছে? এজন নৈষ্ঠিক ব্ৰাহ্মণ হৈ শুদিৰৰ বিধৱা তিৰোতা এজনীক যিজনীয়ে আমাৰ ঘৰত বান্দীৰ কাম কৰে, তাইকেই ঢকুৱাৰ বেৰৰ ফাঁকেৰে জুমি চাই আছে? লাজ চৰম নাই নে আপোনাৰ? আহক! আঁতৰি আহক ইয়াৰ পৰা নহ'লে কথা বিষম হ'ব।'

কথাও শেষ হ'ল ঢকুৱাৰ বেৰৰ ফাঁকেৰে ইমান সময়ে দেখি থকা অৱয়ব দুটাও নোহোৱা হ'ল। কিন্তু "লোককে দেখুৱাই কেটেৰাই মাতিবা, ভিতৰি নেৰিবা বেথা' বোলা প্ৰবচন ফাঁকিব দৰে, মহাজনে হ'লে আঁতৰি যাব নিবিচাৰিলে। সদায় তাইৰ দেহৰ সৌন্দর্য্য সুধা পাণ কৰিবলৈ উদগ্ৰীৱ হৈ থকা হ'ল।

এনে কথাতে মহাজনৰ ঘৈণীয়েকৰ সতে, সততে কাজিয়া লগা হ'ল। ঘৈণীয়েকে নিবিচাৰে কমলাই সেইখন ঘৰলৈ কাম কৰিব যোৱাটো। অথচ মহাজনেও নিবিচাৰে বাইজৰ আগত কোৱা কথাৰ পৰা আঁতৰি আহিবলৈ। কমলাই তাৰ ঘৰত কাম কৰিলে সি তাইৰ খোৰাকী দিবই। এই কথাত ঘৈণীয়েকৰ মাত মাতিবলৈ কোনো অধিকাৰ নাই।

গিৰিয়েকৰ কুস্বভাৱৰ ওচৰত মহাজনৰ ঘৈণীয়েক পৰাজিত হৈ উচুপি উচুপি ভালেমান উজাগৰী নিশা কটালে। গিৰিয়েকৰ লগত মাতবোল নকৰাকৈ, নোখোৱা, নোবোৱাকৈ কেবাদিনো কটালে। তথাপি মহাজনে শুভতনি পথ নোলোৱাত, "সন্ধিৰ বাঁহ বুদ্ধিৰে কাটো" বুলি মন বান্ধিলে। ঠিক কৰিলে, যি কুঁৱা জুইৰ উত্তাপত গিৰিয়েকৰ মন গলিছে, সেইকুঁৱা জুইৰে বদনাম বটি গাঁৱৰ পৰা আঁতৰোৱাৰ। কলঙ্ক জাপি দি গাঁৱৰ পৰা খেদি পঠোৱাৰ।

অতি সংগোপনে মহাজনৰ ঘৈণীয়েকে মতাই অনালে, দুগ্ধ ভিৰভিভি গাঁৱৰ যুৱক

এজনক। অৰ্থৰ বিনিময়ত তাক প্ৰৰোচিত কৰিলে- অভিনয় কৰিবলৈ। গাঁৱৰ মানুহে যাতে ভাবে যে কমলাৰ চৰিত্ৰৰ স্খলন হৈছে আৰু বেশ্যা বৃত্তিত নামিছে।

যুৱকজনে প্ৰথমতে মহাজনৰ ঘৈণীয়েকৰ কথা মানিব খোজা নাছিল। কাৰণ সিও কমলাক জানে। জানে কমলাৰ সৎ চৰিত্ৰৰ কথা।

কিন্তু মানুহ হ'ল অৰ্থ বা টকাৰ দাস। পেটৰ ভোকতো মানুহে নোখোৱাকৈ থাকিব পাৰে। কিন্তু পৃথিৱীত এনে কিছু লোক আছে, যিয়ে টকাৰ বাবে নিজৰ মান সন্মান, পিতৃ-মাতৃ, ভাই-ভগিনী বা নিজৰ সন্তানকো উলাই কৰিব পাৰে। অধিক টকাৰ লোভত যুৱকজনৰ মনো মহাজনৰ ঘৈণীয়েকৰ ওচৰত বিক্ৰী হ'ল।

শেষত মহাজনৰ ঘৈণীয়েকে মিঠা হাঁহি মাৰি ক'লে—

ঃ তুমিতো কমলাৰ সতে দৈহিক সম্পৰ্ক স্থাপন কৰিব নোলাগে। এন্ধাৰৰ আঁৰ লৈ মাথো ঘৰৰ পিছপিনে লুকাই থাকিবা। মানুহ শুবলৈ যোৱাৰ পিছত ভৰিৰ গোৰোহাৰ দপ্‌দপ্ শব্দ তুলি চোতালেৰে ওলাই গাঁৱৰ পথেৰে দৌৰি যাবা। এনে কাম তুমি কেইবাদিনো কৰিব লাগিব। দিনৰ ভাগত মই যি কৰিব লাগে কৰিম।

মহাজনৰ ঘৈণীয়েকৰ উপদেশ মতে যুৱকজন কামত লাগিল। এদিন দুদিনকৈ কেবা নিশাও পাৰ হ'ল।

প্ৰথম কেইটিমান নিশাত যুৱকজনৰ কাৰ্য্যই গাওঁবাসীৰ ওপৰত প্ৰভাৱ পেলাব পৰা নাছিল। কিন্তু গভীৰ নিশাৰ নীৰৱতাত গাৱঁলীয়া পথত দৌৰি যোৱা মানুহৰ ভৰিৰ দপ্‌দপ্ শব্দই এসময়ত মানুহক ভাবিবলৈ বাধ্য কৰিলে। কোনোবা কোনোবাৰ সেই শব্দত টোপনি ভাগে। ভাগিলেই ভাবে—

মাজনিশা ডিংডিঙি গাঁৱৰ পথত কোনে দৌৰে?

ক'ৰ পৰা ক'লৈ?

মানুহ নে আন কিহবাই?

জনশ্ৰুতি মতে আগৰ কালত ডিংডিঙি গাঁৱৰ জয়পাল দেৱালয়ৰ পৰা মহাপ্ৰভু শিৱই বগা বাড়গৰুৰ পিঠিত উঠি, সোনকুৰিহা গাঁৱৰ ভাঙুৰা গোসাঁইৰ থানলৈ হেনো গভীৰ নিশা অহা-যোৱা কৰিছিল। সেইজন মহাপ্ৰভু জয়পাল আকৌ জাগৰিত হ'ল নেকি?

বুঢ়া-মেথাসকলে মহাপ্ৰভু জয়পাল শিৱক ধিয়াই দুহাত জুৰি প্ৰণাম জনালে। যুৱকসকলে হ'লে এনে বিশ্বাসত পতিয়ন নগ'ল। সিহঁতে সিদ্ধান্ত কৰিলে, উৰহীৰ ওৰ বিচাৰি উলিয়াবলৈ। সংগোপনে সিহঁতে থিক কৰিলে কাৰ্য্য প্ৰণালী।

এন্ধাৰৰ আঁৰলৈ পোন্ধৰ বিশজন মান যুৱক, বহি ৰ'ল গভীৰ নিশালৈ। হঠাৎ এজনৰ চকুত পৰিল কমলাৰ ঘৰৰ পৰা দৌৰি ওলায় অহা মানুহ এজনৰ ওপৰত। গাঁৱৰ ৰাস্তাৰে সি দৌৰিছে। দৌৰিছে ক্ষুদ্ৰ ডিংডিঙি অভিমুখে।

প্ৰথমজনে সংকেত ধ্বনি কৰাত প্ৰতিজন যুৱকেই সাৱধান হ'ল। এন্ধাৰক আঁৰ কৰি ৰাস্তাত বৈ থাকিল। এসময়ত সিহঁতৰ ওচৰ পালে কমলাৰ ঘৰৰ পৰা দৌৰি ওলাই যোৱা

যুৱকজন। আগচি ধৰিলে সিহঁতে।

সেই ৰাতিতেই বিচাৰ বহিল।

প্ৰধান বিচাৰকৰ আসনত মহীধৰেই বহিব লগা হ'ল।

প্ৰথম অৱস্থাত যুৱকজনে সত্য স্বীকাৰ কৰা নাছিল। কমলাই মাতি পঠিওৱা বাবেহে তাইৰ ওচৰলৈ অহা বুলি কৈছিল। অৰ্থৰ বিনিময়ত তাইৰ দেহ উপভোগ কৰিবলৈ দিয়া বুলি কৈছিল। কিন্তু কমলাক বিচাৰ মণ্ডলে মাতি অনাৰ পিচত সকলো পৰিষ্কাৰ হৈ পৰিছিল। যুৱকজনেও সত্য স্বীকাৰ কৰি কমলাৰ ভৰিত ধৰি ক্ষমা বিচাৰিছিল। ৰাইজৰ ওচৰত কাণত ধৰি তিনি সইত খাই ক্ষমা বিচাৰিছিল।

বিচাৰৰ শেষত সকলো ঘৰাঘৰি গ'ল। এটি ষড়যন্ত্ৰৰ অৱসান হ'ল। কমলা বিছনাত উঠিল যদিও এটি উজাগৰী নিশাহে তাইৰ সঙ্গী হ'ল। সঙ্গী হ'ল চকুপানী। ধাৰাসাৰে নিগৰিল চকুপানী।

পাহৰিব খোজা ৰতনৰ স্মৃতিবোৰে আকৌ জুমুৰি দি ধৰিলে। জ্বলা জুই সদৃশ, যৌৱনভৰা দেহটোৰ বাবে ভগৱানক দুষিলে। মৰিবৰো মন হ'ল। কিন্তু মদনৰ নিষ্পাপ মুখলৈ চাই সেই আশা ত্যাগ কৰিব লগা হ'ল।

তাই নাথাকিলে জানো মদন থাকিব? মদন জীয়াই নাথাকিলে জানো, ৰতনৰ স্মৃতি জীয়াই থাকিব?

কথাবোৰ ভাবি থাকোঁতে হঠাৎ মনটো সাহসেৰে ভৰি পৰিল। তাই সংকল্প ল'লে কিবা এটা কৰাৰ। যিজন মোহন মহাজনে তাইৰ দেহটোক হে অকল ভাল পায়, মহাজনৰ যিজনী ঘৈণীয়েকে তাইক বেশ্যা সাজি এইখন সমাজৰ পৰা আঁতৰাই পঠাব বিচাৰিছে সেই পতি-পত্নীহালকে এসেকা দিহে এৰিব।

তাই সংকল্পবদ্ধ হ'ল জীয়াই থাকি, ডিঙিটো তথা ৰবভাগৰ ৰাইজৰ সমুখত এই কথা প্ৰতিপন্ন কৰিবলৈ। ৰাৱণৰ লঙ্কা নগৰীত থাকিও সীতাই যেনেদৰে নিজৰ শাৰীৰিক তথা মানসিক পৱিত্ৰতা ৰক্ষা কৰিছিল ঠিক তেনেদৰে তাইও পৱিত্ৰ হৈ ৰ'ব আৰু আৱশ্যক হ'লে অগ্নি পৰীক্ষাতো বহিব।

সময় আগবাঢ়িল পাখি লগা কাড়ৰ দৰে।

(২৮)

কমলাই মোহন মহাজনৰ ঘৰত কাম কৰিবলৈ এৰি দিলে। মহাজনৰ দোকানৰ পৰা মাল কিনিবলৈও এৰিলে। আৱশ্যকীয় সামগ্ৰীখিনি কমাবকুছিত থকা দোকানৰ পৰাই কাবোবাৰ হতুৱাই অনাই লয়।

পেটৰ ভাতমুঠিৰ বাবে তাই গাঁৱৰ আন মানুহৰ ঘৰত কাম কৰিবলৈ ল'লে। নিজৰ উৰা কাপোৰ নিজৰ তাতশালতে বৈ লয়। আনকো দুই এখন বৈ দি দুই চাৰিটকা আৰ্জে। তাৰেই

নিমখ তেল কিনে।

দিনৰ দিনটো আনৰ ঘৰত কাম কৰি ভাগৰি বিছনাত পৰিলেই মনলৈ আহে ৰতনৰ কথা। তেতিয়া দুখত বুকু ভাঙে। নিজৰ দেহটোত চকু পৰিলেই মনটো জিকাৰ খাই উঠে। মোহন মহাজনৰ দৰে মানুহবোৰৰ লোলুপ দৃষ্টিবোৰ চকুৰ সমুখেৰে পাৰ হৈ যায়। তেতিয়া ভয় লাগে, বুকু কপে। কেতিয়ানো ৰাতিপুৱাব, কেতিয়ানো ৰাতিপুৱাব যেন লাগে। গাৰুত মুৰ গুজি নতুবা মদনক বুকুত সাবটি পুৱাৰ পোহৰলৈ অপেক্ষা কৰে।

তাই জানে দিনৰ পোহৰেও অশান্ত মনক শান্তি পানীৰে তিয়াই জীপাল কৰিব নোৱাৰে। কিয়নো যদিও তাই মোহন মহাজন তথা মহাজনৰ পৰিয়ালক এৰাই চলিছে, মহাজনে হ'লে এৰা নাই। য'তে মানুহজনে তাইক দেখে তাতেই তাইৰ দেহটোলৈ লোলুপ দৃষ্টিৰে চায়। কথা পাতিবলৈ চেলু বিচাৰে।

গতিকে মানুহজনক দেখিলেই পলাবলৈ মন হয়। চলণ্ডৰ ভিতৰত কাছই মুৰ সুমুৱাই আত্মৰক্ষা কৰাৰ দৰে দেহটো অকনমান শিশু এটিৰ দৰে কৰি তুলিবলৈ মন হয়। কিন্তু নোৱাৰে তাই। নোৱাৰিলেই খং উঠে। শেষত মানুহজনৰ প্ৰতি মনটো ঘৃণাৰে ভৰি পৰে। ঘৃণিত পুৰুষজনক আনৰ ওচৰত কি দৰে হেয় কৰিব পাৰি তাৰ উপায় বিচাৰি হাবাথুৰি খায়।

জেঠ মাহৰ খৰাং বতৰৰ ওৰ পৰে।

আকাশত মেঘে জমে। বাঁঠ নামে। বৰষুণ পৰে। সেই বৰষুণৰ পানীৰে পথাৰ ভৰি পৰে। পথাৰত পানী দেখি কৃষকে মাটি চহায়-ধানৰ গোজ দিবলৈ। কৃষি কাৰ্য্যৰ লগত সংগতি ৰাখি উত্তৰ কামৰূপৰ ব্ৰাহ্মণ মহিলাসকলে বৰাত পূজা পাতে। পূজাত বনদুৰ্গা উকনি বুঢ়ীৰ আৰাধনা কৰে।

মোহন মহাজনৰ ঘৰতো বৰাত পূজা হয়। ঘৈণীয়েকে ব্ৰতত থাকি পূজা কৰে।

কমলাই ডিংডিঙিলৈ আহিহে এই পূজা দেখিছে। নগাৱঁত এই পূজা নাই বাবে প্ৰথম বছৰত পূজাৰ বিষয়ে একো বুজি পোৱা নাছিল। এতিয়া জানে, বুজে। পূজাৰ বাবে বাঁঠত মাটি তোলাৰে পৰা পূজাৰ শেষলৈ মহাজনৰ ঘৈণীয়েকক সকলো কাৰ্য্যতে সহায় কৰে। এইবাৰ তাই মহাজনৰ ঘৰলৈ নগৈ আন মানুহৰ ঘৰত এই কাম কৰিছে।

বৰাতৰ পিচতে আহে অম্বুবাচী।

উত্তৰ কামৰূপৰ স্থানীয় ভাষাত আমেতি। অম্বুবাচী বা আমেতিৰ সময়ত ধৰিত্ৰী হেনো ৰজস্বলা হয়। পৃথিৱীত চুৱা নামে। চুৱাৰ দিনত মন্দিৰৰ দেৱতাক স্পৰ্শ কৰিব হেনো নাপায়। সেয়ে মন্দিৰ, নামঘৰ, গোসাঁইঘৰ আদিৰ দুৱাৰো হিন্দু মানুহে নোখোলে। হাল নাবায়, মাটি নাখান্দে। অম্বুবাচী নিবৃত্তিৰ পিচতহে মানুহে কাপোৰ-কানি ধুই ভাল কাপোৰ পিন্ধি মন্দিৰত, নামঘৰত তথা গোসাঁইঘৰত দুৱাৰ খুলি সোমায়। ব্ৰাহ্মণসকলেও আমেতিৰ সময়ত পিন্ধি থকা লগুণক চুৱা জ্ঞান কৰে। সেই চুৱা লগুণ সলাই নতুন মন্ত্ৰপূত লগুণ পিন্ধে।

অম্বুবাচী প্ৰবৃত্তিৰ পিচত এটি নিশা পাৰ হ'ল।

দ্বিতীয় নিশাত কমলাৰ মনত পৰিল মোহন মহাজনৰ কথা। দিনত তাইৰ মহাজনৰ সতে ভেটা-ভেটি হৈছিল। সেই সময়তে মানুহজনে সহ্য কৰিব নোৱাৰাকৈ চাইছিল।

হঠাৎ কমলাৰ মনটোক এটি কথাই উত্তেজিত কৰি তুলিলে। যাৰ ফলত তাই যেন কিবা এটি পালে।

মোহন মহাজনৰ চৰিত্ৰৰ দুৰ্বলতা আছে সঁচা কিন্তু ধৰ্মভীৰু। অম্বুবাচীৰ নিবৃত্তিৰ পিচত মানুহজনে চুৰা লগুণ সলাবই। গোসাঁই ধুৱাই, পূজা-পাৰ্বন কৰি থোৱা-মেলা কৰিব।

তাইৰ মনত জাগি উঠা প্ৰতিশোধৰ স্পৃহাটোক নিবৃত্তিৰ দিনা ৰাতিয়েই উপশম কৰাৰ সিদ্ধান্ত ল'লে। বিছনাত শুই শুই ঠিক কৰিলে কেনেদৰে কি কৰিব আৰু তাৰ পিচত মহাজন আৰু তাৰ ঘৈণীয়েকক ৰাইজৰ আগত হেয় কৰি প্ৰতিশোধ ল'ব। প্ৰমাণ কৰিব মহাজন কেনে লেতেৰা মনৰ।

নিশাৰ নীৰৱতাক খানবান কৰি গছৰ ডালত কিনাই কিনাই কেতেকী চৰাই এটিয়েও সহমত প্ৰকাশ কৰিলে–

ঃ মইও একমত

মইও একমত....'

কমলাৰ মনলৈ সাহস আহিল যদিও সেই নিশা ভাল টোপনি নহ'ল।

ৰাতি পুৱাল। দিনমনিৰ পোহৰে ধৰা ঢাকিলে। এটি থৌকি-বাথৌ মনলৈ কমলাই দিনটো পাৰ কৰিলে। প্ৰতিটো মুহূৰ্ত্ততে মনলৈ আহি থাকিল মোহন মহাজনৰ ওপৰত প্ৰতিশোধ লোৱাৰ কথা।

আবেলিৰ পিচত সন্ধিয়া। সন্ধিয়াৰ পিচতে পৃথিৱীক আঁৱৰিলে নিশাৰ এন্ধাৰে।

ৰন্ধা-বঢ়াত লাগিল তাই। মদনক খুৱাই, শোৱাই থৈ নিজেও খালে। বিছনাত উঠিল। অপেক্ষা কৰিলে গাঁৱৰ মানুহখিনি নিদ্ৰা দেৱীৰ কোলাত ঢলি পৰালৈ।

অপেক্ষাকৃত সময় যাব নোখোজে।

নিদ্ৰিত মদনক বুকুৰ মাজত সাৱটি কিছু সময় উচুপিলে। ভগৱানক স্মৰিলে- মদনে যাতে সাৰ নাপায়। কাৰণ নথকা সময়খিনিত সি যেন তাইক নিবিচাৰে।

ডিংডিঙি গাঁৱলৈ গভীৰ নিশাৰ নীৰৱতা নামি আহিল।

বতনৰ চৰণ টিপি বিছনাৰ পৰা নামিল কমলা। মেকুৰী খোজীয়া খোজেৰে ঘৰৰ বাহিৰ হ'ল। মোহন মহাজনৰ চোতাললৈ বুলি আগবাঢ়িল।

চোতালত থিয় হৈ চৌদিশলৈ চালে।

এন্ধাৰে সকলো ঠাইতে পিয়াপি দি আছে। এন্ধাৰৰ সতে মাজনিশাৰ নীৰৱতাইও যেন মিতিৰালি পাতিছে।

আকাশত নিশাৰ তৰাৰ তিৰবিৰনি। সেই তিৰবিৰণিৰ লগত তাল মিলাই অ'ত ত'ত দুই এটি জোনাকী পৰুৱাই তল ওপৰকৈ উৰি ফুৰিছে।

হঠাৎ নীৰৱতাক থান বান কৰি উইচিৰিঙা এটিয়ে ছি-ছিয়াবলৈ ধৰিলে। প্ৰথম চিঞঁৰটো কাণত পৰাত বুকুখনে ধক্‌কৈ উঠিল। পিচত ঠিক হ'ল।

আগবাঢ়িল গোসাঁই ঘৰলৈ বুলি।

দুৱাৰ মুখত থিয় হৈ গোসাঁই ঘৰটোৰ ভিতৰখনৰ কথা মনত পেলালে।

থাপনাত থকা শালগ্ৰাম নাৰায়ণৰ ছবিটো মনলৈ আহিল। অম্বুবাচীৰ নিবৃত্তিৰ পিচত লগুণ সলাই আজিহে নাৰায়ণক ধুৱাইছে মহাজনে। ধুৱাই উঠি তুলসী পাতেৰে পূজা কৰিছে। পূজাৰ পিচত মহাজনে বজোৱা শঙ্খ-ঘন্টাৰ ধ্বনি আৰু ৰৰকাঁহৰ শব্দ আকৌ এবাৰ যেন শুনিবলৈ পালে কমলাই।

দুহাত জুৰি নাৰায়ণক প্ৰণাম জনালে। প্ৰাৰ্থনা কৰিলেঃ হে নাৰায়ণ, মই আজি এই গভীৰ নিশা যি কৰিবলৈ ওলাইছো- তাত ভুল হ'লেও ক্ষমা কৰিবা। মই জানো প্ৰভু নাৰীৰ সতীত্ব ৰক্ষাত তুমি সদায় সহায় কৰি আহিছা। আই কামাখ্যাৰ সতীত্ব হৰণ কৰিবলৈ ওলোৱা নৰকাসুৰক তুমিয়েই বধ কৰিছিলা। কৌৰৱৰ ৰাজসভাত নিৰ্যাতিতা কৰিব খোজা, ৰজস্বলা দ্ৰৌপদীৰ বস্ত্ৰ হৰণৰ সময়ত বস্ত্ৰ প্ৰদান কৰি তুমিয়েই লাজ ৰক্ষা কৰিছিলা। মোৰ জীৱনতো মোহন মহাজন আৰু তাৰ ঘৈণীয়েকে কলঙ্কৰ বোজা জাপিবলৈ যত্ন কৰি আছে। ইয়াৰ পৰা মই পৰিত্ৰাণ পাব বিচাৰো। মোক সহায় কৰা প্ৰভু। মোক লক্ষ্যপ্ৰাপ্তি হ'বলৈ দিয়া। এই বিপদত মোক যদি সহায় নকৰা এইখন সংসাৰত মোক সহায় কৰিবলৈ আন কোনো নাই।

নিশাৰ এন্ধাৰ থেলি আঁতৰাবলৈকেহে যেন এজাক বতাহ ক'ৰবাৰ পৰা লৰৰি আহিল। ওচৰে-পাজৰে থকা গছবন কঁপাই বতাহজাক বৈ গ'ল। তাৰ পিচে পিচে দৌৱা জিৰ্‌জিৰ্ শব্দত এন্ধাৰক গাত সানি বৈ থকা নীৰৱতা ক'ৰবাত লুকাল।

নিজৰ কৰ্মৰ প্ৰতি সজাগ হ'ল কমলা।

(২৯)

কমলাই জানে মোহন মহাজনে গোসাঁইঘৰৰ দুৱাৰত তলা নামাৰে। ডাং এডালেৰেহে বাহিৰৰ পৰা বন্ধ কৰি থয়।

দুৱাৰৰ ডাংডাল শব্দ নুঠাকৈ আঁতৰালে কমলাই।

দুৱাৰখন ঠেলি দিয়াত খোল খায় গ'ল। বুকুখন ডাঠ কৰি মজিয়াত ভৰি থ'লে।

মহাজনৰ ঘৰত কাম কৰাৰ সময়ত ভালেমান দিন ঘৰটো মচিছিল। শালগ্ৰাম থোৱা থাপনাখনহে স্পৰ্শ কৰা নাছিল। সেয়ে তাই জানে ঘৰটোৰ মজিয়া তথা আঁৰে-বেৰে ক'ত কি আছে। পুৰা গধূলি চাকিদিয়া গঁচাখন ক'ত আছে। ধূপদানীটো ক'ত থয়। ক'ত থয় শলিতা আৰু মিঠাতেলৰ বটল। এন্ধাৰৰ মাজতো চকুত পৰিল, পুষ্পপত্ৰখন, কোষা অৰ্ঘা, তামী, কুশৰধাৰীখন।

সচেষ্ট হ'ল কমলা।

তাইক লাগে বিচাৰি অহা বস্তুটো। খোজ লৰালে তাই। দুখোজ আগবাঢ়িল।

তাই জানে আজি লণ্ঠণ সলাই পুৰণি লণ্ঠণটো মোহন মহাজনে ক'ত থৈছে? মানুহজনে ছিগা লণ্ঠণ সদায় এটুকুৰা নিৰ্দিষ্ট ঠাইতেই থয়।

এন্ধাৰৰ মাজেৰেই সেই ঠাইলৈ হাতখন আগবঢ়াই দিলে।

হঠাৎ নিগনি এটি দুয়োখন ভৰিৰ মাজেৰে দৌৰ মাৰিলে। নিগনিটোৰে ভৰিপতাত খুন্দিওৱাত গাটো শিহৰি উঠিল। বুকুখনে ধপধপালে। হাতখন পিছুৱাই আনি থিয় হ'ল।

মনত পৰিল এন্দুৰ বা নিগনি হেনো বিঘিনি নাশক দেৱতা গণপতিৰ বাহন। গণপতি দেৱতাই বিঘিনি কাৰক এন্দুৰ তথা নিগনিক নিয়ন্ত্ৰণ কৰি মানুহৰ উপকাৰ কৰে।

দুহাত জুৰিলে তাই। গণপতি দেৱতা আৰু নাৰায়ণক আকৌ এবাৰ প্ৰাৰ্থনা জনালে। ইপ্সিত বস্তুটো বিচাৰি হাতখন আগবঢ়াই দিলে। হাতত উঠিল মোহন মহাজনে দিনত সলাই ছিঙি থোৱা পুৰণি লণ্ঠণটো।

আনন্দৰ এক বিশেষ শিহৰণে দেহৰ প্ৰতিডাল শিৰা উপশিৰা জোকাৰি দিলে।

থাপনাত থকা শালগ্ৰাম নাৰায়ণলৈ চালে কমলাই। এন্ধাৰৰ আঁৱৰণেৰে মুখ ঢাকি মহাপ্ৰভু নাৰায়ণ যেন শুই আছে এনে ভাৱ হ'ল। তথাপিতো তাই নীৰৱ ভাষাৰে প্ৰাৰ্থনা জনালে—

ঃ মহাপ্ৰভু মোৰ দায়-দোষ নধৰিবা। মই মীৰা নহয় যে তোমাৰ প্ৰেমত এই গভীৰ নিশা ইয়াত সোমাইছোঁহি। কিন্তু মোৰ পতি ৰতনক, মীৰাই আপোনাক ভালপোৱাৰ দৰেই ভাল পাইছিলো। আজিও পাওঁ আৰু নমৰালৈকে পাইয়ে থাকিম। এই ভালপোৱাৰ পথত কন্টক হৈ থিয় হৈছে মোহন মহাজন। মহাজনক যাতে এসেকা দি মূৰতুলি নিজৰ সতীত্ব ৰক্ষা কৰি জীয়াই থাকিব পাৰো সেয়ে এনে কৰিলো। মোৰ অপৰাধ ক্ষমিবা প্ৰভু।"

কমলা উভতিল।

দুৱাৰখন জপালে। ডাং ডাল দিলে।

চোতালত থিয় হৈ আকৌ আকাশখনলৈ চালে। একেই আছে। আগৰবাৰ চকুত নপৰা হাতীপটি আৰু কালপুৰুষ চকুত পৰিল। জোনাকী পৰুৱা এজাক আহি তাইৰ সমুখত অগা-দেওৱা কৰিব ধৰাত খোজ বঢ়ালে।

গছৰ ডালত বিনাই থকা কেতেকীজনীয়ে যেন ক'ব ধৰিলে—

ঃ মইও তোৰ লগত

মইও তোৰ লগত

পথত ভৰি থোৱাৰ পিচতে মনত পৰিল মদনৰ কথা। মনটো অস্থিৰ হ'ল। খোজ দীঘল হ'ল। ঘৰৰ মজিয়াত ভৰি থোৱাত বুকুৰ মাজত কিলবিলাই থকা চিন্তাৰ ধৰফৰণিটো কমিল।

মদন গভীৰ টোপনিত।

আকৌ ঘূৰিল কমলা।

বাহিৰৰ এন্ধাৰবোৰ দল বান্ধি সোমায় আহিব পৰাকৈ দুৱাৰখন কানি দূৰৰীকৈ মেলি থ'লে। আজিৰ গভীৰ নিশাৰ এন্ধাৰক অকণো ভয় নালাগিল।

শিশু মদন গভীৰ টোপনিত।

তাৰ কাষতে বহি ল'লে। উঠন বুকুক আবৰি ৰখা চাদৰখন বুকুৰ পৰা আঁতৰাই বিছনাৰ কাষেৰে ওলমি থকাকৈ পেলাই থলে। এটি মূৰ ককালৰ মেখেলত খুচি থোৱা থাকিল। এন্ধাৰৰ মাজেৰে বুকুখনলৈ চালে। ওফন্দি উঠা যেন লাগিল। মনলৈ আহিল মদন উপজিবৰ সময়ত তাইৰ বুকুখনৰ কথা। সেই সময়তো গাখীৰৰ ভৰত বুকুখন বান্ধি ৰাখিব নোৱাৰা হৈছিল। তেতিয়া বুকুখন মিৰমিৰকৈ বিষাইছিল। আজিও ওফন্দি উঠা বুকুখন বিষোৱা যেন লাগিল। কিন্তু আজিৰ বিষ যেন বাহিৰত নহয় ভিতৰতহে।

বাওঁখন হাতেৰে ব্লাউজটোৰ বুটাম খুলিবলৈ লওঁতেই দেহমন গৰম হ'ল। সেই গৰমত তাইৰ ভৰিপতাৰ পৰা মূৰৰ চুলিৰ মাজ পৰ্য্যন্ত বিৰিঙি উঠিল, বিন্দু বিন্দু ঘামৰ টোপাল। তাৰ পিচতেই সেই টোপালবোৰে দেহটো তিয়ালে। তিতি গ'ল ব্লাউজটোও।

তাৰ পিচতেই অঘটনটো ঘটিল। বুটাম বিচাৰোতে আঙুলিৰ নখ এটা ব্লাউজটোৰ অক্ষত অংশ এটাৰে সোমাল। মানে ফাটিল। তাই আৰু নৰ'ল। আঙুলি সোমায় থকা ফটা অংশতে খামুচি টান মাৰিলে। লগে লগে ছিঙি গ'ল বুটাম কেইটা আৰু উদং হৈ পৰিল উঠন বুকুখন।

এন্ধাৰৰ মাজেৰেই আকৌ এবাৰ মদনলৈ চালে।

সাৰসুৰ নোহোৱাকৈ শুই আছে সি।

তাই বিছনাত ভৰি মেলি বহিল। মেখেলাখন উৰুৰ ওপৰলৈ কোচাই আঠুদুটা ভাঙি দিলে।

এন্ধাৰ ঠেলিৰ পৰা কপাহ কোমল উৰুদুখনৰ মসৃণতা তাইৰ চকুত ধৰা পৰিল।

মনলৈ আহিল ৰতনৰ কথা। এই দুখন উৰুতে সি যে ...। তাইৰ বুকুখন কঁপিবলৈ আৰম্ভ কৰিলে। পিছত সৰ্ব শৰীৰ।

সেই কঁপনিৰ মাজেৰেই সোঁহাতৰ মুঠিটোলৈ চালে। ওলমি আছে মোহন মহাজনৰ ছিঙা লগুণটো।

ঃ খালে ঐ। মৰিলো ঐ। কোন ক'ত আছ আহ ঐ। এই ৰাক্ষসটোৰ হাতৰ পৰা মোক বচাহি ঐ........

আৰ্ত্তনাদত ডিংডিঙি গাওঁৰ গভীৰ নিশাক স্থবিৰ কৰা নীৰৱতা খানবান হৈ গ'ল। ক'ত কি হ'ল বুলি শিশুৰ পৰা বৃদ্ধলৈ সকলো বিছনাত উঠি বহিল।

মাকৰ আৰ্তচিংকাৰত মদনেও সাৰ পালে। ভয়ত সিও চিঞৰিবলৈ ধৰিলে দেদাউৰি

পাৰি।

মাতৃপুত্ৰৰ আৰ্ত্তনাদ শুনি বিছনাত উঠি বহা মানুহবোৰ বৈ থাকিব নোৱাৰিলে। যিয়ে যেনেকৈ আছিল ঘৰৰ পৰা ওলাই কমলাৰ ঘৰৰ সমুখ পালেহি। দুই এজনে জাঠি, জোং, লাঠিও আনিবলৈ নেপাহৰিলে।

ঘৰৰ ভিতৰ এমথা এন্ধাৰ অথচ দুৱাৰখন খোলা। মাতৃপুত্ৰৰ আৰ্তচিংকাৰত তালফাল লগা পৰিবেশ। চোতালত থিয় হৈয়ে কোনোবা এজনে সুধিলে— কি হৈছে কমলাৰ?

তাই কোনো উত্তৰ দিয়া নাই।

লেম এটা লৈ দুজন মান ভিতৰ সোমাল। তাইৰ উদং ভৰি, উৰু আৰু বুকুখন দেখি লেমলোৱা মানুহজন দুখোজ পিছুৱাই আহিল। এন্ধাৰক আগবাঢ়িবলৈ সুযোগ দি লেমটো মাটিত থ'লে।

এতিয়া বিছনাখনৰ ওপৰতহে পোহৰ। যি পোহৰে কমলাৰ ডাঙি থকা হাত এখনহে প্ৰতিভাত কৰিছে। সেই পোহৰত মানুহকেইজনে দেখিলে, কমলাৰ কঁপি থকা হাতত এটা ছিগা লগুণ।

সিহঁতে কমলাক সুধিলে ঘটনাটো কি?

ভয়ত কঁপি থকা কমলাই ভালেমান সময়লৈ উত্তৰ দিয়া নাছিল। শেষত কওঁ নকওঁকৈ কৈছিল, মোহন মহাজনৰ নাম।

চোতালত থুপ খোৱা মানুহবোৰ হঠাৎ যেন বোবা হৈ পৰিছিলে। ইজনে সিজনলৈ চাই মোহন মহাজনক বিচাৰিছিলে।

কোনেও বিচাৰি নেপালে মহাজনক।

কমলাৰ ঘৰত বিপদৰ গোন্ধ পাই যিসময়ত গাঁৱৰ মানুহ তাইৰ চোতালত তথা পদূলিত গোট খাইছিল, সেই সময়ত মোহন মহাজন আছিল ঘৰত সোমাই। কাৰণ ঘৈণীয়েকে তাক ঘৰৰ পৰা ওলাব দিয়া নাছিল। মহাজনৰ ঘৈণীয়েকে ভাবিছিল কমলাৰ কিবা এটা হোৱা মানে তাইৰে মঙ্গল। কিন্তু এনে কাৰ্যই মোহন মহাজন তথা তাৰ ঘৈণীয়েকৰ কোনো হিত নাসাধিলে। কু-কাৰ্য কৰি ভয়ত পলাই থকা বুলি গাঁৱৰ বাইজে ধৰি ল'লে।

বয়োজ্যেষ্ঠসকলে ইচ্ আচ্ কৰি ঘৰলৈ উভতিল।

কমলাৰ সুচৰিত্ৰত আস্থা থকা যুবক কেইজনমান বৈ গ'ল। বিধবা এজনীক ধৰ্ষণ কৰিব ওলোৱা বাবে মোহন মহাজনক ক্ষমা কৰিবলৈ নিবিচাৰিলে।

সিহঁতে মোহন মহাজনক এসেকা দিবলৈ মন বান্ধিলে।

কমলা আৰু মদনক লৈ নিশাতেই নলবাৰী থানাত উপস্থিত হ'ল।

ধৰ্ষণৰ অভিযোগ এটা নলবাৰী থানাত পঞ্জীভুক্ত হ'ল। বেলি ওলোৱাৰ আগে আগে নলবাৰী থানাৰ পৰা অহা পুলিচৰ দল এটিয়ে মোহন মহাজনৰ দুৱাৰত টোকৰ মাৰিলেহি।

মহাজনে টোকৰ শুনি কোননো আহিছে নজনাকৈয়ে উদং দেহেৰে চকু মোহাৰি বাৰান্দালৈ ওলাই আহিল। সমুখত পুলিচৰ দলটি দেখি থমকি ৰ'ল।

পুলিচৰ দলটোৱে মোহন শৰ্মাৰ উদং দেহটোলৈ চালে। হয়, মোহন শৰ্মাৰ উদং দেহত, বুকু আৰু বাওঁ কান্ধৰ ওপৰত জিলিকি আছে এটি নতুনকৈ পিন্ধা লগুণ।

হাতকেৰেয়া এজোৰ মোহন শৰ্মাৰ পিনে আগবাঢ়ি গ'ল। শিলপৰা কপৌৰ দৰে মোহন শৰ্মা ঠাইতে থিয় হৈ ৰ'ল হাতকেৰেয়া জোৰলৈ চাই।

(৩০)

তাৰ পিচত?

কমলাই কেতিয়াও নিজৰ দেহটোক লৈ ভাবিবলগীয়া হোৱা নাই।

পুলিচৰ হাতত জ্বলা-কলা হৈ মোহন মহাজনেও নিজৰ ভুল বুজি পালে।

মদন ডাঙৰ হ'ল। দেউতাকৰ দৰে সিও ঘৰখন ধৰিলে। মাকৰ মনে ধৰাত বিয়াও কৰালে। সি পিতৃ হ'ল। ল'ৰা এটিৰ বাপেক হোৱাৰ পিচত কমলা যেন উভতি গ'ল নতুনকৈ সংসাৰ পতা দিনবোৰলৈ।

নাতিয়েকক কোচত লৈ কমলাই দিনৰ দিনটো কটায়। ভোকত কান্দিলেহে মাকৰ কোচত তুলি দিয়ে। নহ'লে নাতিয়েকক লৈ সপোন দেখে।

তেনে এটি দিনৰে কথা।

সিদিনা মহীধৰে পদূলিমুখৰ বকুল তলত বহি বাঁহৰ কামি চাচি আছিল। তেনেতে দেখিলে কমলাক।

মানুহজনীয়ে তাক এৰাই যাবলৈ যত্ন কৰিছিল চকুৰে মুখে উদ্বিগ্নতাৰ চাপ লৈ। তাকে দেখি সি সুধিছিল—

ঃ নবৌ ক'লৈ যোৱা? কোচতচোন নাতিল'ৰাকো লৈ আহিছা?

ঃ এঃ নকবি আৰু।

মানুহজনীয়ে ভেকাহি মৰাৰ দৰে কৈছিল।

ঃ ইয়ালৈ চাচোন। চকু মুখ কেনেদৰে গাতত সোমাইছে আজি কেবাদিনো হ'ল ধনটোৰ...

ঃ কিয়? কি হ'ল তাৰ?

ঃ এঃ নকবি আৰু। অবশ্যে তোক নো নকলে কি হ'ব। গাওঁখনৰ কোনেনো ইয়াৰ মাকক নেজানে?

মহীধৰৰ এনে লাগিল— উজেনেনী কমলাই নাতিয়েকক কোচত ল'ব পৰা হোৱাৰে পৰা

অলপ যেন পৰিবৰ্তন হৈছে। মাত কথাত আগৰ সুৰ নাই। নিজৰ সম্পৰ্ক আৰু বয়সত সৰু যেন দেখিলেই তাইৰ সতে কথা পতা মানুহজনে একো নাজানে বুলি ভাবে।

মানুহজনীৰ স্বভাৱৰ কিয় এনে পৰিবৰ্তন হৈছে মহীধৰে নুবুজিলে। তথাপিতো সুধিলে-

: কচোন কি হৈছে তাৰ?

: এঃ নকবি আৰু। ইয়াৰ মাকৰ মুখখন বৰ বেয়া অ'। তাইৰ ৰাক্ষসগণীয়া মুখখনৰ বাবেই বাচাৰ এনে অৱস্থা হৈছে। জীয়াতু ভুগিছে। সি ঘৰখনলৈ অহাৰ পিছৰে পৰা তাইক কিমানবাৰ কৈছো কিমান বুজাইছো, কিন্তু,

: কিন্তু কি?

: এঃ নকবি আৰু। তাই মোৰ কথা নুশুনে।

: কি নুশুনে কছোন?

: তাইক কৈছো বুজাইছো বোলে তোৰ কোলাত কেচুৱা আছে বাচি খাবি জাগি শুবি। পিচে এই এলাগীৰ কথা তাই বেটিয়ে শুনিবনে, মানিবনে? আজিকালি হেনো... এইবোৰ কথা কোনেও বিশ্বাস নকৰে। মোৰ ঘৰত বৰ মানুহৰ জী সোমাইছে আহি অ। মাকে খালে কেচুৱাই পায় বুলি জানে, কিন্তু অন্যায় কৰা কথা ক'লে জাঙুৰ খাই উঠে। এতিয়া ইয়াৰ পেটৰ অসুখ। য'তে থওঁ তাতেই লেতেৰা কৰে। অথচ তাই বেটীয়ে হ'লে নুখ নাবাচে। যি দেখে তাকেই গিলে।

: ঔষধ খুৱাইছনে নাই?

: সেইটোও ক'ব লাগেনে? ক'ত খুউৱা নাই। আজি তিনিদিন হ'ল কবিৰাজ ককাইদেউৰ ঔষধ খুৱাবলৈ। তেওঁ লেং হোৱা বুলি কৈছে। সেইবিধৰ ঔষধো দিছে।

আজি আকৌ ককাইদেউৰ ওচৰলৈ গৈছিলো। মোৰ কথা শুনি মানুহজন চিন্তাত পৰিল। বহু ভাবি-চিন্তি অন্যপথ ল'বলৈ ক'লে। তেতিয়াহে মোৰ ক'লৈ যাওঁ কি কৰো লাগিল। এতিয়া অলপ আগতেহে উৰহীৰ ওৰ বিচাৰি পাইছো আৰু ভৰ দুপৰীয়াকো নেওচি ঘৰৰ পৰা ওলাইছো।

: ক'লৈনো যাব?

: তই বুজা নাই হ'বলা। আগতে আমাৰ গাঁৱতে কামটো হৈছিল। এতিয়াহে কোনেও একো নেজানে। এতিয়া মই ক্ষুদ্ৰ ডিংডিঙিৰ, নবাবী চুবাৰ, ভেটেকী বাইৰ ওচৰলৈ যাম।

: ভেটেকী বাইৰ ওচৰলৈ....?

: ও। তই হ'বলা নেজান যে, ভেটেকী বায়ে সৰু সৰু ল'ৰা-ছোৱালীৰ মুখ লাগি হোৱা লেং জাৰি ফুকি ভাল কৰে।

: এই অকনমানিটোৰ গাত কাৰণো মুখ লাগিল।

: আৰু কাৰ হ'ব। তাৰ মাকৰ।

: নিজৰ মাকৰ মুখো সন্তানৰ গাত লাগেনে?

মহীধৰে আচৰিত হৈ কমলাক সুধিলে। মহীধৰৰ কথা শুনি কমলা যেন জকিহে উঠিল। পিচত চিঞঁৰাৰ দৰে ক'লে,

: তই কি জানিবি, মুখ লাগেনে নেলাগে। তহঁত পুৰুষ। এইবোৰ নুবুজ। আজিকালিৰ তিৰোতাবোৰো তহঁতৰ দৰেই। মই ইয়াৰ মাকক কৈ হাৰি গৈছো।

: কিনো কৈছিলি?

: কৈছিলো বোলে, ল'ৰাটোক গাখীৰ খুৱাওঁতে মুখত কিবা এটা লৈ থাকিবি। তাৰ মুখলৈ একেথৰে চাই নেথাকিবি। চাদৰখনেৰে হ'লেও তাৰ মুখ আৰু তোৰ বুকুখন ঢাকি থ'বি। কিন্তু নাই। তাই একো এটাই নকৰে।

আৰু বুজিছ মহী। ই বেটাও কম নহয়। মাকৰ আহাৰটো মুখত লৈ যেনেকে চপ্ চপ্‌কৈ হোপে দেখিলেই, শুনিলেই গা-মন কেনেবা লাগে। গতিকে তাই বেটীৰ মুখ নালাগিনো কাৰ লাগিব।'

কমলাই অঙ্গী-ভঙ্গী কৰি কোৱা কথা শুনি মহীধৰৰ হাঁহি উঠিব খুজিছিল। কিন্তু মনক সংযত কৰিলে। অসমৰ শাহুৱেকসকলে বোৱাৰীয়েকৰ দোষ প্ৰথমতেই দেখে বুলি কথা এষাৰৰ প্ৰচলন আছেই। তথাপি সুধিলে—

: তাৰ মানে ল'ৰাটোৰ চিকিৎসা ভেটেকী বাইৰ দ্বাৰাই কৰাবি?

: তাকেইতো ভাবিছো। আমাৰ গাঁৱৰ অন্নপেহী থকা হ'লেতো কথাই নাছিল। এপালিতে লেং আতৰিলেহেঁতেন। পিছে আমাৰ কপালেই বেয়া অ।'

অন্নপেহীৰ নাম লোৱাত মহীধৰৰ বুকুখন দগমগাই উঠিল।

অন্নপেহী। বাল্য বিধবা অন্নপেহী।

গিৰিয়েকৰ নাৰী এজনীৰ সতে সম্পৰ্ক কেনেদৰে গঢ়ি উঠে, সংসাৰ ধৰ্মৰ সুখ কি? কি কৰাৰ পিছত এজনী নাৰী মাতৃ হয়, এইবোৰৰ একো এটাকে নাজানিলে মানুহজনীয়ে।

পাচ বছৰ বয়সত বিধবা হোৱা বাবে বহুতেই পেহীক কুলক্ষণীয়া বুলি কৈছিল। যাত্ৰাকালত পথত ভৰি থৈয়েই পেহীক দেখিলে তিনিখোজ পিছুৱাই আহিহে কিছুমান মানুহে পুনৰ যাত্ৰা কৰিছিল।

কিন্তু যেতিয়া নিজৰ সতি-সন্ততিৰ অসুখ হয় তেতিয়া এইবোৰ মানুহেই পেহীৰ ওচৰ চাপি শৰণ লৈছিল। পেহীয়ে দিয়া জাপজৰী, জৰাফুকা কৰি সন্তানক আৰোগ্য কৰি সুখী হৈছিল।

এইবোৰ কথা মহীধৰে জানে। কিন্তু সমাজৰ মানুহৰ ধাৰণাৰ বিপৰীতে উজাই গৈহে সি একো কৰিব পৰা নাছিল। কেতিয়াবা কেতিয়াবা কিবা এটা কৰিবলৈ যে মন যোৱা নাছিল এনে নহয়। এবাৰ আঠঘৰীয়া গাওঁৰ দামোদৰ ধাম-পাণ্ডুলা সত্ৰত অনুষ্ঠিত ৰাস মহোৎসৱত "বাল্য বিধৱাৰ জীৱন" - নামৰ মূৰ্ত্তি সাজি মনৰ কথাৰ প্ৰতিফলন ঘটাবলৈ যত্ন কৰিছিল। কিন্তু তাৰ পৰা সমাজত কোনো প্ৰতিক্ৰিয়া নহ'ল। বহুতে আকৌ বাল্যবিধবাৰ

মূৰ্তিনো কি চাম বুলি দূৰেৰে আঁতৰিহে গৈছিল।

কমলাই বৰুনা পেহীৰ কথা ভাবি মহীধৰ বহি ৰ'ল।

(৩১)

বহুদিন প্ৰত্যক্ষ কৰিছে মহীধৰে- অমপেহীয়ে শিশুসকলৰ মুখী ভঙা কাৰ্য্যসম্পন্ন কৰা। দেখিছে জাপ-জৰী দিয়া। জৰাফুকা কৰা। এইবোৰ কৰোঁতে আৱশ্যক হোৱা ভালেমান অনুপান সংগ্ৰহ কৰি পেহীক দিয়া মনতো আছে।

পেহীৰ চোতালৰ পূব দিশত আছিল এডাল তুলসী। তুলসীগছ আৰু তুলসীপাত হেনো ভগৱান বিষ্ণু তথা নাৰায়ণৰ অতি প্ৰিয়। যিয়ে তুলসী গছৰ যত্ন লয় ভগৱান বিষ্ণু তথা নাৰায়ণেও তেওঁক ভাল পায়। কৰুণা বৰবে।

পেহীয়ে প্ৰতিদিনে গছজুপিৰ ওচৰতে প্ৰাৰ্থনা জনায়। কোনো শিশুক পেহীৰ ওচৰলৈ আনিলে, তুলসী গছজুপিৰ ওচৰতে বহিবলৈ দিয়ে। তাৰ পিছত জ্বলাই এগছি মিঠাতেলৰ চাকি। আগলতি কলপাত এখন পাৰি তাত থয় আগগুৰি কটা তিনিটা তামোল আৰু তিনিখিলা পান।

ইয়াৰ পিচত আৰম্ভ হয় প্ৰাৰ্থনা পৰ্ব। নিজৰ সতে ৰোগীৰ অভিভাৱকৰ। পিচত হে চিকিৎসা।

চিকিৎসাৰ বাবে আৱশ্যকীয় প্ৰধান দ্ৰব্যসমূহ হ'ল সৰুকৈ এবোজা ধানখেৰ। কেইটামান বিহলঙনিৰ পাত। এমুঠি বগা সৰিয়হ আৰু কেইটামান শুকান জলকীয়া।

পেহীয়ে ধানখেৰৰ সৰু বোজাটোৰ ওপৰত বিহলঙনিৰ কোমল পাতকেইটা থৈ এমুঠি ধানখেৰ মিঠাতেলৰ চাকিগছিত জ্বলাই, ধানখেৰৰ বোজাটোত লগাই দিয়ে। কেঁচা বিহলঙনিৰ পাত আৰু শুকান জলকীয়া লৈ হাতখন শিশুটোৰ মূৰৰ ওপৰত ঘূৰাই ঘূৰাই মন্ত্ৰ মাতে—

: গুৰুবান, গুৰুবান
গুৰু মুখে বেদখান
হাটগুৰু, বাটগুৰু, শিক্ষাগুৰুৰ পাওঁ
ৰক্ষা কৰা
কামৰূপোৰ কামাখ্যা
গুৰুদেৱীৰ মাওঁ।

: ভাঙো মুখী ভাঙো
কেঠা-কেঠি ভাঙো
কেঠা কেঠিৰ মাকোক

পানী কৃত্য কৰো।'

মন্ত্ৰ গোৱা হ'লে, মুঠিৰ সৰিয়হ আৰু জলকীয়া জুইত জাপি দিয়ে। মন্ত্ৰ তিনিবাৰ গায়, সৰিয়হ আৰু জলকীয়াও, তিনিবাৰ দিয়ে।

জুইত পোৰা জলকীয়াৰ গোন্ধ ওলালে শিশুটি ভাল হ'ব বুলি পেহীয়ে গৰ্ব কৰি কয়। গোন্ধ নাপালে, বিষাদগ্ৰস্ত মনে ডাক্তৰৰ ওচৰলৈ নিবলৈ কয়।

পেহীৰ মুখত হাঁহি বিৰিঙা দেখিলেই মুহীধৰে বুজিছিল পেহীয়ে ৰোগীৰ অভিভাৱকক কি ক'ব, কি দিব? হয়, মিহি মিহিকৈ আদা কাটি, তাত অকণ নিমখ দি পেহীয়ে আদাখিনি জাৰিব-

ঃ নোন, নোন, সাগৰৰ পানী

মই আদা নোন জাৰো,

শুনক ব্ৰাহ্মণী

ব্ৰহ্মাৰ বীৰ্য্য হৰে খালাক

অমুক/অমুকীৰ পেটৰ ৰোগ

পানী হৈ পৰ।

আৰু ক'ত কি কৰা নাছিল পেহীয়ে। গলত মাছৰ কাইট লাগিলে, জাৰি-ফুকি কাঁইট আঁতৰোৱা হাত-ভৰিত মছকা খালে বিহ ঢেকীয়াৰে জৰা ইত্যাদি ইত্যাদি।

সেইজনী অন্নপেহী আজি নাই।

পেহী ঢুকোৱাৰ পিচত গাঁৱৰ মানুহৰ বিশ্বাসৰ প্ৰতি লক্ষ্য কৰি ভেটেকীবায়ে কৰিবলৈ লৈছে সেই কামবোৰ।

অন্নপেহীয়েনো এইবোৰ বিদ্যা কেনেদৰে আহৰণ কৰিছিল, সেই কথা জানিবলৈ সৰুৰে পৰা যত্ন কৰিছিল সি। কিন্তু বহুদিনলৈ মানুহজনীয়ে ক'ব খোজা নাছিল। নোকোৱা বাবে পেহীৰ এই সকলোবোৰ ভুৱা বাজি বুলি বহুদিন হাঁহিছিল।

শেষত এদিন পেহীয়ে ক'লে।

যেতিয়া ক'লে— তেতিয়াহে তাৰ বুকুখন বিষাদত ভাগি যোৱা যেন হ'ল। জন্মদাত্ৰী মাতৃৰ চৰণ চুই প্ৰণাম জনোৱাৰ দৰে প্ৰণাম জনাবলৈ মন হ'ল। পেহীয়ে কৈছিল—

ঃ বুজিছ মহী। যিটো বয়সত মই যৌৱনৰ আনন্দ উপভোগ কৰিব লাগিছিল, যিসময়ত মোৰ সমবয়সীয়াসকলে নিজৰ গিৰিয়েক তথা সতি-সন্ততিক লৈ পূজা-পাৰ্বন, বিয়াসবাহত ৰং ধেমালি কৰিছিল, সেই সময়ত মই বগা সাজ পিন্ধি কপালত শ্বেত চন্দনৰ ফোঁট লৈ, নুচুৱি নকৰিবি নাপায় আদি শব্দই পিয়াপি দি ফুৰা জগত এখনত অকলশৰে কটাবলগীয়া হৈছিল।

মোৰ বুকুৰ মাজত থৌকি-বাথৌ লগাই থকা বেদনাৰ দ'মটোলৈ চাবলৈ আমাৰ সমাজৰ কোনো মানুহৰে সময় নাছিল।

মই যেন এডাল জ্বলি থকা ধূপকাঠি।

মোৰ পৰা মানুহে বিচাৰে সুবাস। মোৰ হৃদয়ৰ বেদনাৰ কথা কোনেও জানিব নিবিচাৰে। সেয়ে দিনৰ দিনটো কটাইছিলো তাঁতৰ পাটত। নিশা বিছনাত মূৰ গুজি উচুপি উচুপি ভাগ্যকে ধিক্কাৰ দিছিলো। কেতিয়াবা কেতিয়াবা আত্মহত্যা কৰাৰ কথাও যে মনলৈ অহা নাছিল এনে নহয়। কিন্তু সেই মহাপাপ কৰিবলৈ সাহস নহ'ল। হয়তো মোৰ ঘৰখনৰ মান-সন্মান আৰু মৃত্যুৰ পিচত মোৰ নামৰ শেষত মানুহে জুৰি দিব খোজা কলঙ্কৰ কথা ভাবি ভয় খাইছিলো। তাতোকৈ ডাঙৰ কথা হ'ল- তোৰ প্ৰতি মোৰ অন্তৰত থিতাপি লোৱা স্নেহ বা মৰম। তোক বুকুত সাবটি ডিংডিঙি গাঁৱত মই হ'ব বিচাৰিছিলো, দ্বিতীয় এজনী যশোদা।

হয়, তেতিয়া তোৰ ছয় নে সাতমাহ বয়স।

এদিন তোৰ দাঁতৰ মাৰিত দেখিবলৈ পালো দুটি ডালিম গুটীয়া দাঁত। তোক নাম ধৰি মাতিলেই ভূমিচম্পা ফুলৰ দৰে ওঁঠ দুটি লৰাই, দাঁত দুটি উলিয়াই খিক্‌কৈ হাঁহি মাৰ। সেই হাঁহিটো দেখিলেই যেন সৰগ বিচাৰি পাওঁ।

কিন্তু মোৰ এই অকণ সুখকো ভগৱানে কাঢ়ি নিবলৈ ওলোৱা যেন লাগিল। এদিন তোৰ আৰম্ভ হ'ল শৌচ আৰু বমি। একো নোখোৱা হলি। পেন পেনকৈ কান্দি কান্দি অকল পানী খাবহে বিচাৰ। পানী খালেও বমি কৰ। তেনে দেখি গাঁৱৰ মানুহেৰে তহঁতৰ ঘৰখন ভৰি পৰিল।

মইও তহঁতৰ ঘৰলৈ দৌৰ মাৰিলো। কোনোবাই ক'লে তই হেনো মাৰৰ গাখীৰ খাই থকা বাবেই অসুখ কমা নাই।

মাৰাই কান্দি কান্দি তোক মোৰ কোঁচত তুলি দিলে।

ওজা কবিৰাজেৰে তহঁতৰ ঘৰ ভৰি পৰিল।

আকৌ এটি নিশা পাৰ হ'ল। তোৰ অসুখ নকমিল। বিভিন্ন ঠাইৰ আলহীও আহিল। এইবাৰ আলহীসকলৰ এজনে ক'লে মই হেনো কুলক্ষণীয়া। মই পতিহন্তা। মই সন্তানহীনা বিধৱা। মই তোক কোচত লৈ থাকিলে তোৰ অসুখ কিয় কমিব?

কথাষাৰ কাণত পৰাত বুকুখন দেই গ'ল। দুচকু ফাটি কান্দোন ওলাল। তাৰ মাজতে প্ৰতিবাদ কৰি ক'বলৈ মন হ'লঃ হয়, মই বিধৱা। মই সন্তানহীনা। মোৰ স্বামী দেখিবলৈ কেনে আছিল নেজানো। কিন্তু মইতো মোৰ সতীত্ব বজায় ৰাখিছো। মনৰ সুখ-দুখ, যৌৱনৰ কামনা-বাসনা উপভোগ নকৰাকৈয়ে কৰ্পূৰৰ দৰে উৰি যাবলৈ দিছো। মোৰ সতীত্বৰ দাম জানো নাই। কিন্তু একো এটাই ক'ব নোৱাৰিলো।

তাৰ পিচতে কি হ'ল জান?

ধোঁ মৰা চিলনীৰ দৰে তোৰ মা মোৰ কাষলৈ লৰৰি আহিল। মোৰ বুকুৰ মাজৰ পৰা তোক আজুৰি লৈ গ'ল।

তাৰ পিচত তহঁতৰ ঘৰত মই থাকিব নোৱাৰিলো।

ঘৰলৈ উভতি আহি বিছনাত পৰি ভালেমান সময় কান্দিলো। ভাগ্যকে দুষিলো। মোৰ পোৰা কপালৰ দোষত তই কষ্ট পাব লাগেনে? তোৰ গাত মোৰ মুখহে লাগিব লাগেনে?

শেষত কান্দিব এৰি তাঁতৰ পাটত বহিলো।

মাকোঁটো হাতত লোৱাৰ পিছতো তোৰ কথাই মনলৈ আহি থাকিল। এবাৰ ভাবো তই ভাল নোহোৱালৈ তইঁতৰ ঘৰলৈ নেযাওঁ। কিন্তু মনটোৱে নেমানে। শেষত এই মুখলগা ৰোগটো কেনেকৈ ভাল কৰিব পাৰি তাকেহে ভাবিবলৈ ল'লো। হঠাৎ কোনোবাই যেন মোৰ কাণৰ কাষত গুণগুণাই ক'লেহিঃ ভাঙো মুখী ভাঙো।

কোনোবাই কোৱা শুনিছিলো, ধানখেৰৰ জুইত বিহলঙনিৰ কেচাপাত, শুকান জলকীয়া আৰু সৰিয়হ পুৰিবলৈ দি সেই গোন্ধ শিশুক ল'বলৈ দিলে নাক মুখলৈ পানী আহে আৰু তাৰ পিচত......

মই আকৌ তইঁতৰ ঘৰ উঠিলোগৈ।

তোক বুকুত সাৱটি তোৰ মায়ে কান্দি আছিল। মই মুখী ভাঙিবলৈ তুলসী গুৰিতে সিদ্ধান্ত ল'লো। ধানখেৰ, বিহলঙনি, বগা সৰিয়হ আৰু শুকান জলকীয়া লগত লৈ গৈছিলো। তুলসী তলত আগলতি কলপাত এখন পাৰি ভগৱানৰ নামত মিঠাতেলৰ চাকি এগছি জ্বলাই মাৰৰ কোঁচৰ পৰা তোক লৈ আনিলো। তাঁতৰ পাটত বহি থাকোঁতে পোৱা মন্ত্ৰেৰে মুখী ভাঙিলো। বিধিৰ কি বিধান। তাৰ পিচৰে পৰা ভাল হ'বলৈ ল'লি। মাৰৰ গাখীৰ খাই মাৰৰ কোঁচতে ভালেমান সময়লৈ টোপনি মাৰিলি। বমি আৰু পায়খানাও বন্ধ হ'ল।

এইবোৰ কেনেকৈ হ'ল নেজানো।

হয়তো কাকো পৰিল, তালো সৰিল।

তেতিয়াৰে পৰা গাওঁখনৰ শিশুসকলক মই এনেদৰে চিকিৎসা দি আছো। কোনোবা ভাল হৈছে আৰু কোনোবা হোৱা নাই......।

ক'ব নোৱাৰাকৈ মহীধৰৰ দুচকু সেমেকি আহিল।

## (৩২)

তাৰ পিচত মহীধৰে অন্নপেহীক আমনি দিয়া নাছিল। নিজৰ হৃদয়ত মাতৃৰ আসন দি পেহীৰ সকলো কথাই মানিছিল। পেহীয়েও তাক কোনোদিনে অনাদৰ কৰা নাছিল। কৌশল্যাকো নিজৰ ছোৱালী যেন জ্ঞান কৰিছিল। পৰাশৰ আৰু পবিত্ৰক নাতিয়েকৰ আসন দি সকলো সময়তে আপডাল কৰিছিল।

হয়, সেইয়া আছিল পৰাশৰে থুনুক-থানাককৈ মাত দিব পৰা সময়ৰ কথা।

সেইদিনা আবেলি সি মূৰ্তিসজা চালিখনৰ তলতে কিৰাকিৰি কৰি আছিল। হঠাৎ

কাণত পৰিল, শিশু এটিৰ হাঁহি। শিশুটিয়ে পাৰে মানে হাঁহিছে। হাঁহি হাঁহি একোবাৰ থৰ পৰিছে। আকৌ হাঁহিছে।

মহীধৰে হাঁহি শুনি চালিখনৰ তলত বৈ থাকিব নোৱাৰিলে। কোনেনো এনেদৰে শিশুটোক হুহঁৰাইছে চাবৰ মন হ'ল। হাতৰ কাম এৰি চোতাল পালেহি।

চোতালত ৰ'দ নাই। সেন্দুৰ সনা আবেলিৰ আভা এটিয়ে চোতালখন ঢাকি আছে। সেই আভা শৰীৰত সানি অন্নপেহীয়ে ভৰি মেলি বহি আছে এখন পাত্তি দৈৰ ঢাৰিত। সেই মেলা ভৰিৰ ওপৰত, আঠুৰ ওপৰত মূৰথৈ শুই আছে এঘাৰমহীয়া তাৰ সন্তান পৰাশৰ। পৰাশৰৰ ভৰি দুখনে অন্নপেহীৰ পেট চুই আছে। তাৰ চকু নিবদ্ধ পেহীৰ মুখত।

পেহীয়ে পৰাশৰৰ ভৰি তলুৱাৰ উৰুৰ ওপৰেৰে, পেটৰ ওপৰেৰে, কাষলতিৰ তলেদি আঙুলি বুলাই হাঁহি হাঁহি কিবাকিবি কৈ আছে। পেহীৰ আঙুলিকেইটা পৰাশৰৰ কাষলতিৰ তলত সোমালেই খলখলাই হাঁহি উঠে।

পেহীয়েনো আঙুলি বুলাই মুখেৰে কি কৈ আছে, মন দি শুনিলে মহীধৰে।

: বোন্দা যায়, বোন্দা যায়
কুট্ কুট্ ভাকুট কুট্
কাবলতিত দিওঁ কুট্
খিক্ খিক্ খিক্ খিক্
হাঁহিৰ বোপাই
বোন্দা যায়......।'

মহীধৰৰো পৰাশৰক কোঁচত লৈ হুহঁৰাই চাবলৈ মন গ'ল। কিন্তু পেহীয়ে বেয়া পাব বুলি ভয় খালে। আগনাবাড়ি পেহীয়েনো ইয়াৰ পিচত কি কৰে তাকেই আঁতৰৰ পৰা চাই থাকিল।

একেটা খেলকে খেলি পেহীৰ আমনি লাগিল। ইয়াৰ পিচতে মানুহজনী চিৎ হৈ শুলে পাতিদৈৰ ঢাৰিখনত। পৰাশৰক ভৰি পতা দুখনৰ ওপৰত বহুৱাই ল'লে। তাৰ পিচত তাৰ নোদোকা বাহুদুটাত ধৰি পেহীৰ ভৰিপতা দুখনৰ সতে পৰাশৰক ওপৰলৈ দলিয়াই দিয়াৰ দৰে দলিয়াই দি তালে তালে গাই গ'ল—

: ফেঁচুত দোলা
মিমে গেলা
মিমে বোলে
ভাগিন আছি
বইহ্‌বা ঢাবা দি
তুমি কলা

নবাহো থাবাত
বহিম মাটিত
হাঁহি থাকিম
তোন্হাৰ কাথিত।

কৰ্ত্তব্যই পেহী আৰু পৰাশৰৰ খেলখন চাই থাকিব নিদিলে। হঠাৎ তাৰ মনত পৰিল নৈৰ পাৰত এৰাল দিয়া গাইজনীৰ কথা। চালিখনৰ তললৈ উভতি নগৈ খোজ ল'লে পাগলদিয়া নৈৰ পাৰলৈ বুলি।

গাইজনীক লৈ ওভটা সময়ত এন্ধাৰে বাট-পথ চানিছিল। কিন্তু শুক্লা দশমীৰ জোনাকৰ বাবে অসুবিধা নহ'ল। চোতাল পোৱাৰ পিছতো দেখিলে অন্নপেহী ঘৰলৈ যোৱা নাই। আকাশৰ জোনটো পৰাশৰক দেখুৱাই নিচুকাই আছে। গোহালিত গাইজনী বান্ধি থাকোতেও সি শুনিব পালে পেহীৰ গলগলীয়া কণ্ঠত ভহা নিচুকনি কথা—

: বাপা গঁহই, আহ্ আহ্
পৰাশৰৰ মুৰত বহ।
ভাত দিম, মাছ দিম, বৰপীৰাখন পাৰি দিম।
তাতে বহি খাবি ভাত
পৰাশৰক দিবি মাত,
চাঙৰ তলত বহা দিম
পূৰা হ'লে এৰি দিম
ভুৰুংকৈ উৰি যাবি-

গাই দামুৰি বান্ধি থৈ চোতললৈ আহি সি পেহীক সুধিলে-

: পেহী এতিয়াও চোন নাতিয়েৰক নিচুকাই আছ?

পেহীয়ে মুহূৰ্তমান সময় একো নামাতিলে। পিচত তাৰ চকুলৈ চাই ক'লে-

: নেথাকি কি কৰিম? ঘৰখনত কি হৈছে বা নহৈছে খবৰ ৰাখিছ জানো? এন্ধাৰে পৃথিৱী আৱৰাত গাইজনী গোহালিত সুমুৱাইছ। নিশালৈ খাবি কেনেকৈ? ৰন্ধা-বঢ়া কোনে কৰিব?

: কিয় কৌশল্যাই। তোৰ বোৱাৰীয়ে।

: তাই নোৱাৰে।

: কিয়?

: আজি তাই পাগৰ বাহিৰ হৈছে।

পেহীৰ কথা শুনাৰ পিছত মহীধৰে মাত মাতিব নোৱাৰিলে।

মহীধৰে পেহীৰ কথাৰ অৰ্থ ভালেমান সময়লৈ বুজা নাছিল। চিন্তাত পৰিছিল সি। পাগৰ বাহিৰ? কিয় পাগৰ বাহিৰ হ'ল কৌশল্যা? ভালেমান সময় চিন্তা কৰাৰ পিচত হে আচল অৰ্থটো উলিয়াব পাৰিলে।

পৰাশৰৰ জন্মৰ আগত তাৰ মাকেহে পাকঘৰৰ সকলো কাম সামৰিছিল। বিধৱা মাকে বোৱাৰীয়েকক আখলৰ অধিকাৰ দিয়া নাছিল। কাৰণ বিধৱা বাবে সদায় নিৰামিষ খাইছিল। পৰাশৰৰ জন্মৰ ছমাহৰ পিছতহে কৌশল্যাই মাকৰ আখলত সোমোৱাৰ অধিকাৰ পাইছিল। এই ক্ষেত্ৰতো কিছুমান নিয়ম মানিবলগীয়া হৈছিল।

নিয়ম মানে গা-পা ধুই অহাৰ পিচতো ৰন্ধা-বঢ়া কৰিবলৈ হ'লে পাকঘৰত ব্যৱহাৰ কৰা এজোৰ ৰঙা কাপোৰ পিন্ধিব লাগে। যিজোৰ কাপোৰক উত্তৰ কামৰূপ তথা বৰভাগৰ মানুহে ভাল কাপোৰ বুলি কয়। দ্বিতীয়তে ৰন্ধা বঢ়া কৰাৰ সময়ত ৰান্ধনিয়ে আখলৰ পৰা বাহিৰ হ'ব নোৱাৰিব। তৃতীয়তে নিজৰ গাৰ্ভীৰ খোৱা সন্তানৰ বাহিৰে অন্য কাকো চুব নোৱাৰিব।

এই নিয়মবোৰ জানি লৈ কৌশল্যাই যিদিনা প্ৰথম ভাত ৰান্ধিছিল সিদিনা কেইজনমান সম্মানীয় ব্ৰাহ্মণকো মাকৰ পৰামৰ্শ মতে ভাত খাবলৈ মাতিছিল। এনেদৰে ন-বোৱাৰীক প্ৰথমে ৰান্ধিবলৈ দিয়া দিনটোক বৰভাগৰ মানুহে 'হাঁইহাল দিয়া' বা 'পাগ দিয়া' বুলি কয়।

সিদিনাৰ কথা মনত পৰাত মহীধৰৰ হাঁহি উঠিল। গাঁৱৰ সম্মানীয় মানুহ কেইজনৰ সতে সি সিদিনা মজিয়াত পাৰি দিয়া পীৰাত বহি ভাত খাবলৈ লৈছিল। সকলোৱে খাবলৈ লোৱাত কৌশল্যাই আনৰ চকুত নপৰাকৈ বেৰৰ আঁৰত লুকাই থাকি ভোজন কৰ্তাসকললৈ চাই আছিল। তেনেদৰে চাই থাকি জানিবলৈ বিচাৰিছিল মানুহকেইজনে তাই ৰন্ধা খাই ভাল পাইছেনে নাই?

তৃপ্তিদায়ক আৰু সোৱাদপূৰ্ণ আঞ্জা কেইখনে তাৰ মনটোকো উন্মনা কৰি তুলিছিল। তেতিয়াই তাইক প্ৰশংসা কৰিবলৈ মন হৈছিল। খোৱাৰ মাজতে সুযোগ বুজি তাৰ চকুহালে বিচাৰি ফুৰিছিল কৌশল্যাক। বেৰৰ আঁৰত থিয় হৈ থকা কৌশল্যাক সি দেখিলে যদিও 'ভাল ৰান্ধনি হ'ব পাৰিবা' বুলি তেতিয়াই ক'ব নোৱাৰিলে। লগৰ মানুহ কেইজনে তিৰোতা সেৰুৱা বুলি ক'ব বুলি ভয় কৰিলে।

এদিন মাকে ইহসংসাৰ এৰি গ'ল।

তাৰ পিচৰ প্ৰতিটো দিনেই কৌশল্যাই পাকঘৰত সোমাবলগীয়া হ'ল। নিৰামিষ আখল আমিষৰ আখললৈ পৰিবৰ্তিত হ'ল।

পৰাশৰ কৌশল্যাৰ উদৰত থিতাপি লোৱাৰ পিছত আৰু অশৌচৰ দিনকেইটাৰ বাহিৰে তাই মাটিত শোৱা নাছিল। সেয়েহে সি পাহৰাৰ দৰে হৈছিল প্ৰতিমাহে নাৰী যে ঋতুমতী হয়, যাক বৰভাগৰ মানুহে 'পাগৰ বাহিৰ' বা 'লযোন লগা' বুলি কয়।

আজি কৌশল্যাই নজিয়াত ধানখেৰৰ বিছনা সাজি তাৰ ওপৰত মাকৰ ঘৰৰ পৰা অনা সতৰঞ্চি কাপোৰখন পাৰি শুব।

পিচৰ তিনিবছৰৰ প্ৰতিমাহতে কৌশল্যাই মাটিত বিছনা পাৰি শুলে। কিন্তু তাৰ পিচত ব্যতিক্ৰম হ'ল। এনিশা কৌশল্যাই তাৰ বুকুৰ মাজত সোমাই ভয়ে ভয়ে ক'লে-

ঃ জানেনে, এই মাহত মই মাটিত শুব লগা নহ'ল।

ঃ তাৰ মানে?

ঃ মানে মই বোধহয়....

মহীধৰে বুজি পোৱাত পলম নহ'ল এইবাৰ।

তাৰ মনটো আকৌ উৰি গ'ল গোলনা কালীগঞ্জলৈ। তাৰ গুৰু সূৰ্য্যকান্ত সম্মানিতে হেনো প্ৰতিমাৰ জন্মৰ আগতে নাম থৈছিল। হয় তাকো এজনী জীয়ৰী লাগে। সিও বিচাৰে প্ৰতিমাৰ দৰে ধুনীয়া ছোৱালী এজনীৰ বাপেক হ'বলৈ। কৌশল্যাৰ কাণৰ কাষলৈ মুখখন নি ফিচ্ ফিচ্কৈ ক'লে –

ঃ ভালেই হ'ল। ঘৰখনত এজনী ছোৱালী লাগে।

ঃ ছোৱালী?

কৌশল্যাই আচৰিত হৈ মহীধৰলৈ চালে।

ঃ ওঁ। আৰু তাই ওপজাৰ পিছত কি নাম ৰাখিম সেইটোও মই ভাবি থৈছো।

ঃ কি নাম ৰাখিবনো?

ঃ পবিত্ৰা।

ঃ আৰু ল'ৰা হ'লে?

ঃ পবিত্ৰ।

ঃ কিয়?

ঃ কিয় জানা? আমাৰ সমাজত আজিকালি পবিত্ৰ মনৰ মানুহ নোহোৱাই হ'ল। কাইলৈৰে পৰা ভগবানৰ ওচৰত নিতৌ প্ৰাৰ্থনা জনাই ক'ম-- হে ভগবান। তুমি যদি মোক পুত্ৰ সন্তান দিব খুজিছা এনে এটি সন্তান দিবা যিজন সাহসী হ'ব সুভাষ বসুৰ দৰে, যিজন সত্যবাদী হ'ব মহাত্মাগান্ধীৰ দৰে যিজন জ্ঞানী আৰু ধাৰ্মিক হ'ব বিবেকানন্দৰ দৰে।

ঃ আৰু ছোৱালী হ'লে?

থতমত্ খায় গ'ল মহীধৰ। বঙ্গদেশৰ প্ৰতিমাৰ দৰে হ'বলৈ বুলি ক'বলৈ সি ভয় খালে। প্ৰতিমাৰ কথা এতিয়াও মনত পুহি ৰখা বুলি জানিলে কৌশল্যাই মনত দুখ পাব বুলি কি কও নি নকও লাগিল।

সি জানে এইখন ভাৰতত নাম ক'ব পৰা বহুতো গুণী-জ্ঞানী পুৰুষৰ জন্ম হৈছিল। যিসকলৰ শৌৰ্য্য-বীৰ্য্যই পৃথিৱীত তোলপাৰ লগাইছিল। কিন্তু নাৰীৰ ক্ষেত্ৰত তেনে উদাহৰণ তেনেই নগণ্য। কেইজনীমান বিদুষী আৰু সতী নাৰীৰ কথাহে বেদ উপনিষদ তথা

কাব্য মহাকাব্যত পোৱা যায়। চিন্তাৰ চাকনৈয়াত উটি ভাঁহি মহীধৰে ক'লে—

ঃ চোৱা কৌশল্যা। নাৰীয়েই হ'ল পুৰুষ সমাজৰ প্ৰধান চালিকা শক্তি। পুৰুষ এজনৰ উত্থান-পতন প্ৰধানকৈ নিৰ্ভৰ কৰে, তেওঁৰ আঁৰত থাকি প্ৰভাৱ পেলোৱা নাৰীজনীৰ কাৰ্য্যহে। গাৰ্গী, মৈত্ৰেয়ী আদি প্ৰাচীন ভাৰতৰ নাৰীসকলৰ কথা ভাবি মই ছোৱালী এজনী বিচৰা নাই। বিচাৰিছো তোমাৰ হৃদয় আৰু মনত সঞ্চিত পবিত্ৰতাখিনিৰ অংশ বহন কৰা এজনী জীয়ৰী। যিয়ে আমাৰ সংসাৰৰ এজনী হৈ হাঁহিব, মাতিব, মান অভিমান কৰিব। বুজিছা কৌশল্যা ছোৱালী এজনী নাথাকিলে ঘৰৰ সৌন্দৰ্য্যই নাথাকে।

তাৰ কথা শুনি কৌশল্যাই একো নামাতিলে।

নিশাবোৰ এটাৰ পিচত এটাকৈ বাগৰি থাকিল।

এনিশা কৌশল্যাই কেকাব গেথাব আৰম্ভ কৰিলে। ঘৰখনত আৰম্ভ হ'ল হুলস্থুল। অন্নপেহী আহিল। আহিল ভেটেকী বাই।

পৰাশৰৰ জন্মৰ সময়ত তাৰ হৃদয়ে তোলপাৰ কৰাৰ দৰে একেই তোলপাৰ আৰম্ভ হ'ল।

আহিল আকৌ এটি সদ্যজাত শিশুৰ কান্দোন ভাঁহি।

মহীধৰৰ উশাহ ঘূৰি আহিল।

অন্নপেহীয়ে চিঞৰিলে নাৰী কাটিবলৈ বাঁহৰ চোঁচ লাগে কোনোবা এজনে ঢেঁকী থোৱাৰে ঘৰৰ পিচৰ বেৰত কোবাই শব্দ কৰিলে। চোতালত জুম বন্ধা মানুহৰ কোনোবা এজনে চিঞৰি সুধিলে—

ঃ পেহী ল'ৰা নে ছোৱালী?

ঃ ল'ৰা। পেহীয়ে ক'লে।

(৩৪)

আশা।

— কোনে আশা নকৰে? শিশুৰ পৰা বৃদ্ধলৈ কাৰ মনত আশা আকাংক্ষাই ঠাই নলয়? এটাৰ পিছত আন এটাই আকৌ মূৰ দাঙি সমুখত থিয় হৈছেহি। ফলত আশাৰ দিগন্তক জুখি চাব নোৱাৰা হয়। জোখ নোপোৱাৰ পিছতো সীমা নেদেখাৰ পিছতো মানুহে আশা নকৰাকৈ নাথাকে। এই আশা কেতিয়াবা পূৰ্ণ হয়, কেতিয়াবা নহয়।

সেয়ে হয়তো কোৱা হয় মানুহক 'আশাধাৰী জীৱ' বুলি।

মহীধৰেও এদিন আশা কৰিছিল পূৰ্ববংগৰ গোলনা কালীগঞ্জৰ প্ৰতিমা সম্মানিত নামৰ মোহনীয়া গাভৰুজনীক লৈ সংসাৰ কৰাৰ। কিন্তু সেই আশাপূৰ্ণ নহ'ল।

কৌশল্যাৰ সতে সংসাৰ কৰাৰ পিছত পৰাশৰ উপজিল। এইবাৰ আশা কৰিছিল

ছোৱালী এজনী উপজিব বুলি। এই আশাও পূৰ্ণ নহ'ল। ল'ৰাহে উপজিল।

ল'ৰাজনৰ নাম ৰাখিলে- পবিত্ৰ।

পৰাশৰ আৰু পবিত্ৰ।

ল'ৰা দুটিক মানুহ কৰাৰ আশাত মহীধৰ বন্দী হ'ল। পৰাশৰে মনৰ আশা পূৰ কৰি অসম চৰকাৰৰ অধীনত প্ৰশাসনিক বিষয়া হিচাবে নিযুক্তি পালে।

স্কুলীয়া দিনবোৰত পবিত্ৰইও ভাল ছাত্ৰ হিচাবে ককায়েকৰ দৰেই আগবাঢ়িছিল। মেট্ৰিক পৰীক্ষাতো প্ৰথম বিভাগ পালে। পিচত তাৰ জীৱন পথত কেনা লগা আৰম্ভ হ'ল।

মহীধৰে ভাবিছিল পবিত্ৰক কলা বিভাগত নাম লিখাই দি তাক শিল্পী কৰি গঢ়ি তুলিব। পৰাশৰ দেউতাকৰ কথাত সন্মত নহ'ল। গুৰুত্ব দিলে- পবিত্ৰক চিকিৎসক কৰাত। ককায়েকৰ কথা মানি পবিত্ৰইও বিজ্ঞান শাখাত ভৰ্তি হ'ল। কিন্তু উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ বিজ্ঞানৰ পৰীক্ষাত সি যিমান ভাল ফলাফল হ'ব বুলি আশা কৰিছিল সিমান ভাল ফল নহ'ল। ফলত পবিত্ৰই মানুহৰ চিকিৎসক হ'ব নোৱাৰিলে। হ'ব লগা হ'ল পশু চিকিৎসক।

ইয়াতেই কেনা লাগিল পৰাশৰ আৰু পবিত্ৰৰ মাজৰ ভাই ভাই সম্পৰ্কত। সুযোগ সুবিধা পালেই পৰাশৰে পবিত্ৰক সকিয়াই ক'বলৈ লোৱা হ'ল যে— উচ্চতৰ মাধ্যমিক স্তৰত পবিত্ৰই ভালদৰে পঢ়া-শুনা নকৰি ঘূৰি ফুৰাৰ বাবেই সি লক্ষ্যত উপনীত হ'ব নোৱাৰিলে।

কিন্তু পবিত্ৰৰ ভাষ্য আছিল অইন ধৰণৰ। সি কৈছিল— সি ঠিকেই পঢ়িছিল, পৰীক্ষাতো ঠিকেই লিখিছিল। নম্বৰ যিহেতু পৰীক্ষকেহে দিয়ে পৰীক্ষকৰ মন চুব পৰাকৈ হয়তো লিখিব নেজানিলে।

পশু চিকিৎসক হৈ চাকৰিৰ অপেক্ষা কৰি পবিত্ৰ থাকিলহি ডিংডিঙি গাঁৱত।

এদিন দুদিন কৈ কেবামাহ, কেবা বছৰো পাৰ হ'ল। কিন্তু তাৰ চাকৰি নহ'ল। অসম চৰকাৰেও এই সকল চিকিৎসকৰ প্ৰতি কোনো গুৰুত্ব নিদিয়া হ'ল।

এই সুবিধাটোকে ল'লে অসমৰ মুক্তি সংগ্ৰামত ৰত সংগঠন এটাই। বিভিন্ন যুক্তিৰে তাক সংগী কৰি ল'লে।

কথাটো লুকাই নাথাকিল।

পবিত্ৰ যে মুক্তি সংগ্ৰামৰ সেনানী হৈছে এই কথা পৰাশৰেও জানিব পাৰিলে।

পৰাশৰ আৰু পবিত্ৰ এদিন মুখামুখি হ'ল।

দুয়ো দুয়োৰে যুক্তি প্ৰদৰ্শন কৰিলে— সংগঠনৰ সপক্ষে আৰু বিপক্ষে। আঁৰৰ পৰা মহীধৰে সকলো শুনি থাকিল। শেষত অৱশ্যে পবিত্ৰই পৰাশৰক এই কথা দিলে যে প্ৰত্যক্ষ ভাবে নহ'লেও পৰোক্ষভাবে সি মুক্তি সংগঠনক সমৰ্থন জনাবই।

তাৰ পিচৰে পৰা পবিত্ৰ কিছু আনমনা হ'ল।

নিজে অৰ্জা বিদ্যাকো গুৰুত্ব নিদিয়া হ'ল। কেতিয়াবা কেতিয়াবা মহীধৰে সজা মূৰ্তি

সমূহৰ সমুখত বহে, কিবা কিবি কৰিবৰ মন হ'লে কৰে। নহ'লে ভিন্ন ভিন্ন কিতাপ আলোচনী আদি কিনি আনি, পঢ়ি পঢ়ি কোঠাতে সোমায় থাকে।

মন গ'লে গুৱাহাটীলৈ যায়।

গুৱাহাটীলৈ যায়হে হয়, ককায়েকৰ ওচৰলৈ নাযায়। নাযায় তাৰ ঘৰলৈ। যায় বন্ধু-বান্ধৱৰ ঘৰলৈ, নতুবা থাকে খানাপাৰাৰ পশু চিকিৎসা মহাবিদ্যালয়ৰ ছাত্ৰাবাসত। তাত এনিশা বা দুনিশা থাকি আকৌ উভতি আহে। কেতিয়াবা কেতিয়াবা তাৰ ওচৰলৈ মুক্তি সংগ্ৰামৰ সেনানী আহে। কিবা কিবি আলোচনা হয় সিহঁতৰ মাজত।

এইবোৰ দেখিও মহীধৰ নীৰৱ হৈ থাকিবলগীয়া হয়। কি উপায়েৰেনো পবিত্ৰক সুস্থ সংস্থাপন দি, এটি সৎ জীৱন-যাপন কৰা পথ সুগম কৰি দিব পাৰে সেইকথা ভাবি নোপোৱা হ'ল। অৱসৰৰ মুহূৰ্তত তাক এটা কথাই বাৰে বাৰে আমনি দিয়া হ'ল। সংসাৰত জীৱনলৈ বুলি নাৰী এজনী চপাই লোৱা সহজ, সহজ সন্তান জন্ম দিয়াটোও, কিন্তু অতি কঠিন এজন ভাল স্বামী আৰু পিতৃ হোৱা। কিয়নো জন্ম দিয়া সন্তানৰ সু-সংস্থাপন নেদেখিলে নিজকে ভাল পিতৃ বুলি কোনেও কাহানিও জহাব নোৱাৰে। নোৱাৰে সুখ লাভ কৰিবলৈ।

লোক চক্ষুৰ দৃষ্টিত আজি মহীধৰৰ কি নাই?

প্ৰথম সন্তান পৰাশৰ অসম চৰকাৰৰ এজন উচ্চপদস্থীৰ বিষয়া। অৰ্থৰ কোনো অভাৱ নাই। দ্বিতীয় সন্তান পবিত্ৰও পশু চিকিৎসক। গাঁৱৰ মানুহৰ ধাৰণা মতে ইচ্ছা কৰিলে ককায়েকে লাগ বুলিলেই চাকৰি এটা দিয়াব পাৰে। কিন্তু দিয়া নাই। বাৰ্দ্ধক্যৰ দেশত খোজ দিয়া মাক দেউতাকৰ সহায় সাৰথি হিচাবে ঘৰতে থাকিব দিছে।

এনেদৰেই দিনবোৰ গৈ আছিল।

কিন্তু ক'ৰ পৰা যে কি হ'ল?

মহীধৰৰ মনলৈ আহিল সেই বিশেষ নিশাটোৰ কথা। যিটো নিশাৰ পিচৰে পৰা পবিত্ৰই তাৰ সংসাৰখনত বহুতো খেলি-মেলিৰ সৃষ্টি কৰিলে।

হয়। সিদিনা আবেলি সি মূৰ্তিৰ কাম কৰি আছিল।

পবিত্ৰই দুপৰীয়া ভাত খোৱাৰ সময়ত ককায়েকৰ কথা কৈ মাকৰ সতে কাজিয়া কৰি নিজৰ কোঠাতে মন মাৰি আছিল। বাহিৰলৈ ওলাই গ'লে মনটো যৰকাল হুৰ মুলি ভাবি মহীধৰে পবিত্ৰক পাচিছিল, পাগলদিয়া নৈৰ পাৰত এবাল দিয়া গাইজনী আনিবলৈ।

কালিকাটো সিদিনাই লাগিল।

বেলি পৰাৰ আগে আগে পবিত্ৰ তাৰ কোঠাৰ পৰা ওলাল। মাকক কৈ গ'ল গাইজনী আনিব যাওঁ বুলি।

সি নৈৰ পাৰ পাইছিল নে পোৱা নাছিল হঠাৎ বৰভাগৰ আকাশত উঠিল বৰদৈচিলা। ভালেমান সময় ধৰি চলিল সেই তাণ্ডৱ। পৃথিৱীক নিশাৰ এন্ধাৰে আৱৰি ধৰাৰ পিচতহে তাণ্ডৱৰ ওৰ পৰিল।

এন্ধাৰৰ মাজেৰে বৰদৈচিলা আঁতৰি যোৱাত মানুহ পদূলিলৈ ওলাল। তেতিয়াহে ইজনে সিজনক সুধি জানিব পাৰিলে যে বহুতৰ ঘৰ বাগৰিছে, ওখ ওখ গছবোৰ উভালি পৰিছে।

গছৰ ভগা ডাল পৰি বাট পথ বন্ধ হৈছে। কেইবাঘৰবো গৰু ছাগলী মৰিল।

মহীধৰ গোহালিত সোমাল। সোমায়ে দেখিলে গাইজনীয়ে গলত লগোৱা দৰখৰ সৈতে গোহালিত বৈ আছে। কাষত দামুৰীটো। গাইজনী খুটিত বান্ধি দামুৰীটোক খোৱাৰত সুমুৱাই থৈ চোতালত থিয় হোৱাৰ পিছতেই কৌশল্যাও ওলাই আহিল। তালৈ চাই সুধিলে-

ঃ গাইজনী গোহালিত আছেনে?

ঃ ও আছে। গাই দামুৰী দুয়োটাকে বান্ধি থৈ আহিলো।

ঃ পবিত্ৰ?

ঃ নাই, নাজানো। তাৰ কোঠাত নাই জানো?

ঃ নাই।

ঃ আছে দিয়া কাৰোবাৰ ঘৰত। ধুমুহা বৰষুণ শাম কাটিছে, আহি ওলাবহি।

কিন্তু মহীধৰে কোৱাৰ দৰে নহ'ল। নিশাৰ গভীৰতা বঢ়াৰ পিচতো পবিত্ৰ উভতি নাহিল। সময় যোৱাৰ লগে লগে কৌশল্যাৰ উচপিচনিও বাঢ়িল। দিনৰ কাজিয়া, সন্ধিয়াৰ ধুমুহা বৰষুণ, দৰখেৰে সৈতে উভতি অহা গাইজনীৰ কথা মনলৈ অহাত মহীধৰৰ বুকুখনেও সময় বুজি ধৰফৰাবলৈ ধৰিলে।

কৌশল্যাৰ উচুপনি আৰু বুকুৰ মাজত থিতাপি লোৱা ভয়ৰ তাড়না সহিব নোৱাৰি মহীধৰ ঘৰৰ পৰা ওলাল। গাঁৱৰ প্ৰতিঘৰ মানুহক পবিত্ৰৰ কথা সুধিলে যদিও কোনেও সন্তেদ দিব নোৱাৰিলে। নিৰাশ হৈ ঘৰলৈ উভতিল।

অকলশৰে উভতি অহা দেখি কৌশল্যাই নিজৰ মন বান্ধি ৰাখিব নোৱাৰিলে। হুৱাওৱাৰে কান্দিবলৈ ধৰিলে। তাইৰ কান্দোন শুনি গাঁৱৰ মানুহ সমবেত হ'লহি সিহঁতৰ চোতালত। এসময়ত মানুহখিনিয়ে সিদ্ধান্ত ল'লে পবিত্ৰক বিচাৰি যোৱাৰ। গ'লো মানুহখিনি। পাগলদিয়া নৈৰ পূব পাৰ, ক্ষুদ্ৰ ডিংডিঙি আদি গাওঁত বিচাৰি তাক উলিয়াব নোৱাৰিলে।

বৰভাগত তাণ্ডৱৰ সৃষ্টি কৰা ৰৰদৈচিলাই পবিত্ৰক উৰুৱাই নিবলৈহে যেন আহিছিল। শেষ নিশা পবিত্ৰক বিচৰা মানুহখিনিয়ে পৰোক্ষভাৱে তেনে এটি মন্তব্যৰে বিচৰা-কাৰ্য্য সামৰিলে। দিনৰ পোহৰত তাক বিচৰাৰ সিদ্ধান্ত লৈ ঘৰাঘৰি গ'ল।

ৰাতি পুৱাল।

দিনমনিয়ে নিশাৰ এন্ধাৰ আঁতৰাই সোণালী কিৰণ ধৰাত ছটিওৱাৰ সময়তে পশ্চিম পাৰ ডিংডিঙিৰ মানিক দাস পাগলদিয়া নৈ পাৰ হ'ল। পূব পাৰত ভৰি থ'লে। বেগাই খোজ দি পালেহি মহীধৰৰ চোতাল।

আচৰিত হ'ল মহীধৰ মানিক দাসক দেখি। ব্যাগ্ৰ হৈ সুধিলে—

ঃ মানিক চোন। কিয় আহিলা?

ঃ আপোনাৰ ল'ৰা পবিত্ৰ আমাৰ ঘৰত আছে।

ঃ তোমাৰ ঘৰত?

ঃ ওঁ। যোৱা নিশাৰ ধুমুহা বৰষুণৰ মাজতে সি আমাৰ ঘৰত ওলাইছেগৈ। কেনেকৈ

নেজানো।

: এতিয়া সি?

কণ্ঠত উৎকণ্ঠা প্ৰকাশ কৰি মহীধৰে সুধিলে।

: এতিয়া সি শুই আছে। কিন্তু...

: কিন্তু কি?

: মাজে মাজে সি বৰ ভয় লগাকৈ চিএঁৰি উঠে আৰু চিএঁৰি চিএঁৰি কয়....

: কি কয়?

: জুইকুঁৰা আকাশৰ পৰা নামি আহি আছে। এতিয়া মোক পুৰি মাৰিব। মই মৰিম, মই মৰি যাম। হে ভগৱান মই কি কৰো। নাই জুইকুঁৰাৰ পৰা মই আঁতৰি পলাম। মই পলাম....।

তাৰ পিচতেই সি উঠি লৰ মাৰিব খোজে।

যেনে আছিল তেনেকৈয়ে কৌশল্যা আৰু মহীধৰ মানিক দাসৰ ঘৰ ওলালগৈ। পবিত্ৰৰ ওচৰত থিয় হৈ দেখিলে তাৰ মুৰ শিতানত বহি আছে এজনী দিপ্‌লিপ্ গাভৰু।

(৩৫)

বৰ্তমান অতীত হয়।

অতীতৰ ভাল কথাবোৰ মানুহে পাহৰিলেও বেয়াবোৰ কিন্তু মানুহৰ মনত ৰৈ যায়।

তথাপিতো দিন নৰয়।

দিনবোৰ মাহ হয় মাহ বাগৰে বছৰলৈ।

বছৰ বাগৰাৰ পিচতো পবিত্ৰ সুস্থ হৈ নুঠিল। আকাশত ক'লা মেঘ দেখিলেই বিজুলী চমকিলেই এতিয়াও চমকি উঠে। ভয়ত মুখ বিবৰ্ণ হয়। লগতে যদি জিৰজিৰকৈ বতাহ বলা শব্দ শুনে, তেতিয়া অচেতন হৈ পৰে। তাৰ কিছু সময় পিচতে চিএঁৰি উঠে,

: জুইকুঁৰা আকাশৰ পৰা এতিয়া নামি আহিব। মোক পুৰি মাৰিব। এতিয়া মই কি কৰো।

লৰ মাৰি পলাব খোজে।

ঘৰখনত হুৰা-দুৰা লাগে।

পবিত্ৰৰ মনৰ পৰা ভয় আঁতৰাবলৈ পৰাশৰৰ সতে আলোচনা কৰি মহীধৰে লৈ গ'ল গুৱাহাটী চিকিৎসা মহাবিদ্যালয়লৈ। কেবামাহো চিকিৎসা ল'লে যদিও ফল নধৰিলে। তাৰ পিছত কবিৰাজৰ, ওজাৰ— তাৰ পৰাও একো লাভ নহ'ল। দেৱ-দেৱীৰ মন্দিৰ, পূজা পাতল, মছজিদ আনকি পীৰৰ দৰগাহতো পবিত্ৰৰ বেমাৰ আঁতৰক বুলি বহু কিৰাকিৰি কৰিলে। কিন্তু ক'তো আৰোগ্য নহ'ল।

এইবোৰ কৰি থকাৰ সময়তে পশ্চিম পাৰ জিৰজিৰিৰ মানিক দাসৰ ঘৰখনৰ সতে মহীধৰৰ ঘৰখনৰ নিবিড় সম্পৰ্ক এটি গঢ়ি উঠিল। গঢ়ি উঠিল মনমৰ বিনিময়ৰ এক অদৃশ্য সেতু।

আকাশত মেঘ উঠা দেখিলেই বা বিজুলী চমকিলেই মানিক দাস নতুবা তাৰ

ঘৈণীয়েক বা গাভৰু জীয়েকৰ মনলৈ আহে পবিত্ৰৰ কথা। সিহঁতৰ মন যায় পবিত্ৰৰ কাষত থাকিবলৈ। জানিবলৈ মন হয় মেঘ থকা সময়খিনিত বিজুলী চমকাৰ পিছত জিৰজিৰকৈ বতাহ বলাত পবিত্ৰ এইবাৰ অচেতন হৈছেনে? ভয়তে সি চিঞৰিছেনে? কেতিয়াবা সিহঁত আহি মহীধৰৰ ঘৰত উঠেহি, কেতিয়াবা পিছত খবৰ লয়।

মহীধৰৰ মনটোও অস্থিৰ হৈ থাকে।

প্ৰতিদিনে ৰাতিপুৱা চোতালত ভৰি থৈ আকাশলৈ চাই। আকাশত মেঘ নেদেখিলে মনটো ভাল লাগে। মেঘ দেখিলে বুকু কঁপে। দিনৰ দিনটো বিষাদত আচ্ছন্ন হৈ থাকে। যিদিনা এনে হয়, সিদিনাই মহীধৰে বেলি নৌ পৰোতেই পাগল দিয়াৰ পাৰত এৰালদিয়া গাইজনী আনিবলৈ বুলি ঘৰৰ পৰা ওলাই যায়। নৈৰ পাৰৰ ঘাঁহনিৰ ওপৰত বহি অতীত খুচৰি চাই। চাই আকাশলৈ, চাই দিগ্বলয়লৈ। কেতিয়াবা চাই বহি ৰয় পাগল দিয়া নৈ খনলৈ।

শীতৰ আবেলিত নৈ পৰীয়া আকাশ দিগ্বলয় আৰু বোৱতী পাগলাদিয়া নৈখন সঙ্গী হৈ পৰিলে, সময়বোৰ কেনি পাৰ হয় ক'ব নোৱাৰে।

শীতত কোচ খোৱা নৈখনৰ গৰাই গৰাই পানীৰ ওপৰে ওপৰে আবেলিৰ ৰঙে দৌৰি দৌৰি লুকা-চুৰি খেল খেলা দেখে। নৈৰ দুপাৰৰ অ'ত ত'ত থকা কহুৱা বনৰ জোপোহাবোৰলৈ চাই। কহুৱা বনবোৰে যেন মূৰত শুভ্ৰ ফুলৰ থোপা লৈ মলয়াৰ পৰশত হালি-জালি নাচে। সুহুৰি বজায় বজায় কোনোবা বনকোঁৱৰে সিহঁতক বুকুত সাৱটিবলৈ দুহাত প্ৰসাৰিত কৰে। তেতিয়া সিহঁতে লাজত নিজক আঁতৰাই নিয়ে। আকাশত জোনাকৰ ৰূপালী বহন সনা সন্ধিয়া নামিলেই, পুলকিত মন প্ৰাণেৰে নিয়ৰত সিক্ত হৈও মূৰ তুলি চাই আকাশলৈ, আকাশৰ জোনটোলৈ।

কেতিয়াবা কেতিয়াবা মহীধৰে দেখে অস্তগামী সূৰ্যে নীলাকাশত ফাকু খেলা। ভিন্নৰঙী ফাকুৰ ৰঙে আকাশক ৰঙীন কৰা। তাৰ পিচতে সূৰ্য্য আঁতৰে। দিগ্বলয়ক আৰ কৰি দূৰণিৰ গছ-গছনিবোৰক নীলা আকাশখনৰ লগত মিলাই দিয়ে। তাৰ ওপৰত ছায়া ঘন এন্ধাৰে খেল খেলিবলৈ লয়।

কেতিয়াবা তেনে আকাশৰ তলৰ ভূমি ভাগৰ পৰা অকাই-পকাই উঠে দুই এটা ধোৱাৰ কুণ্ডলী.. অ'ত ত'ত। হয়তো শীতৰ আবেলিত কোনো কৃষকে সিহঁতৰ ৰবিশস্যৰ পথাৰত তেতিয়া ঘাঁহ বন পোৰে। নতুবা কোনে বৃদ্ধ বা বৃদ্ধাই নিজৰ দেহৰ শীতলতা আঁতৰাবলৈ চোতালত ধৰা জুইৰ উমাল তাপেৰে উত্তাপিত কৰিব বিচাৰে।

এইবোৰলৈ চাই ভাবি থাকোঁতে, কেতিয়াবা কেতিয়াবা সন্ধিয়াৰ আকাশ সিক্ত কৰিব খোজা নিয়ৰৰ টোপালে তাৰ দেহ আৰু মূৰৰ চুলিও সিক্ত কৰে।

সি বহাৰ পৰা উঠে।

এৰাল দিয়া গাইজনীৰ ওচৰ চাপে।

খুটি উভালি গৃহমুখী হৈও আকাশখনলৈ চাই। এন্ধাৰে আবৰা আকাশত চকু টিপিয়াই টিপিয়াই জিলিকি থকা তৰাবোৰ দেখি তাৰ মনলৈ সাহস আহে।

আবেলিৰ পিচত সন্ধিয়া। সন্ধিয়াৰ পিচত নিশা। নিশা পাৰ হ'লে দিন। দিনৰ পিছত মাহ। মাহৰ পিচত বছৰ। সকলো আগবাঢ়ে।

পবিত্রও আগবাঢ়ে মানিক দাসৰ ছোৱালী পল্লবীৰ ওচৰলৈ। আজিকালি পবিত্রই পল্লবীৰ লগত মুকলি মনেৰে কথা পাতে। তাই লগত থাকিলে মন প্ৰাণ আনন্দত ভৰি থাকে। কৌশল্যাকো পল্লবীয়ে ইটো-সিটো কামত সহায় কৰি দিলে ভাল পায়।

পবিত্রই কেতিয়াবা কেতিয়াবা মূর্তি সজা চালিখনৰ তপালৈ যায়। মহীধৰে আধৰুৱাকৈ এৰা কাম একাগ্ৰচিত্তে কৰি সামৰে। কেতিয়াবা মাকৰ আগত কয় পশুধনৰ ফাৰ্ম এখন ঘৰতে খোলাৰ কথা।

পবিত্রই কৰা কল্পনাবোৰৰ কথা কৌশল্যাৰ মুখৰ পৰা শুনাৰ পিছত মহীধৰৰ ভাল লাগে। কিন্তু কল্পনাক বাস্তৱত ৰূপ দিয়া কিমান যে কঠিন, সেই কথা মনলৈ আহিলেহে বিচলিত হৈ পৰে।

(৩৬)

পাৰ হৈ যোৱা কেইটামান বছৰৰ ঘটনাই মহীধৰৰ মনটো জোকাৰি গ'ল। উভতি চাব নুখুজিলেও উভতিব লগা হ'ল। কাৰণ, এইবোৰৰ বাবেই গুৱাহাটী মহানগৰীলৈ অনিচ্ছা স্বত্বেও আহিবলগীয়া হৈছে। মৰমৰ গাওঁখন এৰি পুত্ৰ বোৱাৰীৰ ঘৰত থাকিবলগীয়া হৈছে। আৰু এইকেইটা দিনত লাভ কৰা তিক্ত অভিজ্ঞতাই তাক আৰু কৌশল্যাক পুত্ৰ-বোৱাৰীৰ পৰা বহুদূৰলৈ আঁতৰাই নিছে।

অথচ তাৰ আগতে?

মনলৈ আহিল বছৰ কেইটাৰ মাজত ঘটা ঘটনাবোৰ। সি যেন ডায়েৰীৰ পাত লুটিয়াইহে পঢ়ি গ'ল।

ডিংডিঙি গাঁৱকে ধৰি অঞ্চলটোৰ বাইজে জয়পাল দেবালয়ত সেইবাৰ এটি যজ্ঞ পাতিছিল। মহাৰুদ্ৰ যজ্ঞ। সেই যজ্ঞ সাফল্যমণ্ডিত কৰাৰ বাবে সকলো পৰিয়ালেই অৰিহণা দি দেহে-কেহে লাগিছিল। বাহিৰত থকা চাকৰিয়াল সকলো নিজ নিজ ঘৰলৈ আহিছিল। ইয়াৰ একমাত্ৰ কাৰণ আছিল মহাপ্ৰভূ জয়পালৰ প্ৰতি থকা অগাধ আস্থা আৰু বিশ্বাস।

যজ্ঞ আৰম্ভ হোৱাৰ কেইদিন মান আগত।

সিদিনা ব্ৰহ্মমুহূৰ্ততে সাৰ পাইছিল মহীধৰে। সাৰ পায়ে সি কৌশল্যালৈ চালে। তেতিয়াও তাই টোপনিত লালকাল। তাইক জগাবলৈ মন নহ'ল।

নিশব্দে বিছনাৰ পৰা নামিল সি।

ভৰি দুখনেৰে খেপিয়াই বিছনাৰ তলৰ পৰা হাৱাই চেণ্ডেলজোৰ বিচাৰি পিন্ধি ল'লে। তেতিয়াই মনত পৰিল আদি জীৱনৰ কথা, ল'ৰালিৰ দিনৰ কথা।

সেই সময়ত অসম মুলুকত হাৱাই চেণ্ডেলৰ প্ৰচলন নাছিল। দিনৰ ভাগত প্ৰায়ভাগ মানুহেই খালি ভৰিৰে খোজ কাঢ়িছিল। সন্ধিয়া ঘৰ চাপি ভৰি-হাত ধুইহে খৰম পিন্ধিছিল। কাঠৰ চুলা লগোৱা খৰম। পিছদিনা পুৱাহে কামত ধৰোঁতে খৰম এৰিছিল। নাৰীসকলে আকৌ খৰমো পিন্ধা নাছিল।

তাৰ বিয়াৰ বছৰছৰে পিছত বজাৰত হাৰাই চেণ্ডেল ওলাল। তেতিয়াহে খবৰ এৰিলে। এতিয়া পুৰুষ-মহিলা সকলোৱে ভৰিত দিনে-ৰাতিয়ে দেখিবলৈ পোৱা হৈছে বিভিন্ন তৰহৰ চেণ্ডেল জোতা আদি।

শব্দ নুঠাকৈ দুৱাৰখন খুলি মহীধৰ বাহিৰ ওলাল।

চোতালত থিয় হৈ আকাশলৈ চালে। নীলা আকাশ। পশ্চিম আকাশত জিলিকি আছে পুৱতি ভোটা তৰাটো।

মহীধৰৰ মনটো ভাল লাগিল।

প্ৰতি প্ৰভাতত এনে এখন আকাশকে দেখাৰ কামনা কৰে সি। মেঘাচ্ছন্ন আকাশ দেখিলেই মন গধুৰ হয়, বুকুখন বিষাই উঠে।

উভতি বাৰান্দাত উঠিল মহীধৰ। এফাল খোল খায় থকা দুৱাৰখন জপালে। তাৰ পিচতহে বাৰীৰ পুখুৰীটোৰ পাৰলৈ গ'ল। পুখুৰীটোৰ দক্ষিণ পাৰত দক্ষিণ দিশলৈ মুখ কৰি সি পুৱাৰ কামটো প্ৰতিদিনে কৰে। আজিও মনে ভৰা ঠাইলৈ আগবাঢ়িল। কান্ধৰ লগুণটো সোঁকাণত ওলোমাই বহিল। কামফেৰা হ'লত থিয় হৈ কাণৰ মুখৰ ওচৰলৈ নি, মন্ত্ৰ শুনাই লগুণটো আকৌ কান্ধত পেলাই থ'লে।

পূব দিশলৈ ঘূৰি থিয় হ'ল মহীধৰ।

পূব আকাশত দিগন্ত বিয়পা ৰঙীন আভা। তাৰ তলত এন্ধাৰৰ ছাঁ। যেন ছাঁ আৰু ৰঙীন পোহৰৰ খেলা। চকু পৰিল এজাক পক্ষীত। পক্ষীৰ জাকটো যেন ছাঁ পোহৰৰ বেহ ভাঙি তাৰ মূৰৰ ওপৰত বিয়পি থকা নীলা আকাশৰ তললৈ বুলি, ডেউকা কোবাই আগবাঢ়িছে। পক্ষীৰ জাকটোলৈ চাই থাকোঁতে এনে অনুভৱ হ'ল, সিহঁতে যেন পুৱাৰ পোহৰ বোকোচাৰে কঢ়িয়াই এন্ধাৰে আবৰি ৰখা ধৰাত পোহৰ সিঁচিবলৈ হে উৰি আহিছে।

চৰাইজাকক এৰি আগবাঢ়িল পদূলি মুখলৈ।

পদূলি মুখৰ পৰাই বাঁহৰ জেওৰাৰে সি গোটেই বাৰীখন আবৰিছে। জেওঁৰাখন যাতে সোনকালে ভাগি নাযায় সেয়ে ভতৰা গছো লগাইছে। ভতৰা জীয়া গছ। এবাৰ কলে বছৰছৰলৈ নমৰে। ডালেৰে দাঁতোন সজাই দাঁত ঘঁহিলে, দাঁত ভালে থাকে মুখৰ গোন্ধ নোহোৱা হয়। সৰু বাঁহৰ কাঠিত শুকান গুটিৰে মালা গাঠি সন্ধিয়া জ্বলাই পোহৰো পাব পাৰি।

বেৰৰ কাষলৈ আগবাঢ়ি ভতৰাৰ ডাল এটি ভাঙি এডাল দাঁতোন কৰিলে। সেই ডালেৰে দাঁত ঘঁহি ঘঁহি আকৌ পুখুৰীৰ পাৰ পালেগৈ।

মুখখন ধুই উভতিল।

চোতালত থিয় হৈ দেখিলে, দুৱাৰখন আগৰ দৰে জপাই থোৱা আছে। কৌশল্যা এতিয়াও উঠা নাই।

প্ৰাতঃস্নান কৰাৰ মানসেৰে আগবাঢ়িল নৈ লৈ বুলি।

নৈখনৰ নাম পাগলাদিয়া।

ভিতা-ভিতৰি বিলৰ পাৰত ডিংডিঙি গাওঁখন ঠন ধৰি উঠাৰ সময়ত পাগলাদিয়া নৈখন ইয়াত নাছিল। ভূটান পাহাৰৰ পৰা পাগলৰ দৰে অনাই বনাই বৈ অহা পানীভাগ ডিংডিঙি

গাঁৱৰ বহ পশ্চিমেৰে বৈ গৈ ব্ৰহ্মপুত্ৰত পৰিছিল।

মহীধৰৰ মনলৈ আহিল নৈখনৰ জন্ম সম্পৰ্কে এতিয়াও ৰৰভাগৰ মানুহৰ মাজত প্ৰচলিত হৈ থকা জনশ্ৰুতিটো।

এইয়া হেনো বহুবছৰ আগৰ কথা।

উত্তৰ কামৰূপ তথা ৰৰভাগ অঞ্চলত দেখা দিছিল খৰাং বতৰে। যাৰ বাবে অৱশিষ্ট ডিঙা-ডিঙৰি বিল তথা তাৰ ওচৰৰ সেউজ কৃষিভূমিকে লৈ অঞ্চলটোৰ সকলোতে পানীৰ নাটনি হৈছিল। কৃষি পথাৰবোৰত ছিৰাল ফাট মেলিছিল। কৃষকসকলৰ মনত দেখা দিছিল আকালৰ সংশয়।

এনে অৱস্থাৰ অসবান বিচাৰি এচাম দূৰদৰ্শী লোক ওলাই আহিল। এই লোকসকলক নেতৃত্ব দিলে, কমাৰকুছি গাঁৱৰ বৰুৱা উপাধিৰ লোক এজনে। এই বৰুৱা বংশৰ ঘৰতে হেনো আহোম ৰজা লাণ্ডি গদাপাণিয়ে আত্মগোপন কৰি আছিল। বৰুৱাৰ নিৰ্দেশ মৰ্মেই সমাজত সিদ্ধান্ত হ'ল পশ্চিম দিশেৰে বৈ যোৱা পানীভাগৰ কিছু অংশ সৰু দোং এটা খান্দি ৰৰভাগ অঞ্চললৈ বাইজেই বোৱাই আনিব।

সিদ্ধান্ত মতেই কামত আগবাঢ়িল কৃষকসকল। হাতে হাতে কোৰ লৈ সকলো ওলাল। এদিন দোং খন্দা হ'ল। সেই দোঙেৰে বৈ অহা পানীয়ে ৰৰভাগ অঞ্চল সিক্ত কৰিলে। কৃষকৰ মনৰ পৰা খৰাং বতৰৰ ভয় আঁতৰিল।

ভয় আঁতৰিল সঁচা। কিন্তু দ্বিতীয়টো বাৰিষাতে দোংটো নৈ লৈ পৰিবৰ্তিত হ'ল। যাৰ বাবে ডিংডিঙি গাওঁখন দ্বিখণ্ডিত হ'ল। এটা অংশ নৈখনৰ পূব পাৰত আন অংশ পশ্চিম পাৰত ৰ'ল। তেতিয়াৰে পৰা নৈখন এই অঞ্চলৰ মাজেৰে বৈ আছে।

খৰাং পীড়িত পথাৰ পানীৰে ভৰি পৰাৰ সময়ত এই অঞ্চলৰ মানুহে নৈখনক আশীৰ্বাদ বুলি ভাবিছিল। এতিয়া কিন্তু আশীৰ্বাদ বুলি নাভাবে। ভাবে অভিশাপৰ বোজা বুলিহে। কাৰণ পাগলে ঘৰ-দুৱাৰ, বাৰী-বস্তি, খেতি-বাতিৰ মূল্য নুবুজাৰ, মানুহৰ সুখ-দুখৰ কথা ভাবি নোৱাৰাৰ দৰে বাৰিষা পাগলদিয়াৰ বুকুৰে বৈ অহা পানী ভাগেও অঞ্চলটোৰ মানুহৰ মনৰ কথা নুবুজে।

তথাপি নৈ পৰীয়া মানুহে নৈখনক ভাল পায়। সিহঁতৰ বাবে নৈখন যেন জীৱনৰ এটি অঙ্গ। সুখ দুখ থাকিবই।

(৩৭)

*পাৰত থিয় হৈ মহীধৰে পাগলদিয়া নৈখনলৈ চালে। এজনী উদং দেহৰ গাভৰুৱেহে যেন শীত সহিব নোৱাৰি হাত ভৰি কোঁচাই শুই আছে। তাই যেন অপেক্ষা কৰি আছে গ্ৰীষ্ম আৰু বৰষাৰ উমাল উত্তাপ। যাৰ পৰশত চঞ্চলা চপলা হ'ব।*

খোজ আগবঢ়ালে মহীধৰে।

নৈৰ পানী চুই থকা, বালিচৰত চকু পৰিলত ও খুলীয়া গাত কিছুমান দৃষ্টিগোচৰ হ'ল। সেই গাতবোৰক আঁৰ কৰি কিছু দূৰে দূৰে আছে, ওখ-চাপৰ কিছু কাউন্দ আৰু কৰচা।

ঝাউবন আৰু কহুৱাৰ পাতত টোপাল বান্ধি থকা নিয়ৰত প্ৰভাতী সূৰুযৰ সোণোৱালী কিৰণ পৰি স্ফটিকৰ দৰে উজ্বলি উঠিছে।

সেইবোৰলৈ চাই নিয়ৰত তিতা বালি গছকি সি আৰু কিছু দূৰ আগবাঢ়িল। প্ৰতিটো খোজতে ভৰিৰ তলৰ তিতা বালি কিছুমান আঁতৰি গ'ল। ফলত তাৰ খোজো পিছলি পিছলি বৈ গ'ল। এই অনুভূতিটোৱে মনত জনম দিলে এটি বিশেষ ভাবৰ। মনটোৱে ক'লে খোজ পিছলিলেও ক'ৰবাত বৈ যায় হয়তো ভালত নহ'লে বেয়াত।

পানী যুঁৱলিত থিয় হ'ল সি।

এক অদ্ভুত নীৰৱতাৰে নৈৰে পানী বৈ আছে। বৈ আহিছে উজনিৰ পৰা বৈ গৈছে নামনিলৈ। কাকো চাবলৈ সময় নাই। কাৰো বাবে বৈ থাকিবলৈ আহৰি নাই। এই নদী নিৰৱধি।

বৈ আছে গ্ৰীষ্মৰ পৰা শীতলৈ, শীতৰ পৰা গ্ৰীষ্মলৈ। অকণো আমনি নোপোৱাকৈ।

পানীখিনিলৈ চাই থাকোতে মনটো গধুৰ হৈ পৰিল। হয়, বুজিব পৰা হোৱাৰে পৰা সি শৈশৱৰ বোৱতী পানী দেখি আহিছে। কিন্তু পানীভাগৰ দৰে আউল নলগাকৈ নিজ জীৱনৰদিনবোৰহে কটাব পৰা নাই। মাজে মাজে ভাগৰি পৰে।

ক'ৰবাৰ পৰা বৈ অহা এজাক শীতল বতাহে তাৰ উদং দেহটো চেলেকি গ'ল। লগে লগে দেহৰ প্ৰতিডাল নোমেই জিকাৰ মাৰি থিয় হৈ উঠিল। মুহূৰ্ততে নৈৰ পানীখিনিলৈ ভয় উপজিল। ভয় উপজিল পানীত নিহিত শীতলতাখিনিৰ কথা ভাবি।

এখোজ পিছুৱালে সি।

মূৰ ডাঙি উজনিলৈ চাই আশ্চৰ্যত হতবাক হ'ল।

দৃষ্টিয়ে ঢুকি পোৱা দূৰত্বত এটি কুঁৱলীৰ কুণ্ডলী। কুণ্ডলীটোৱে নৈৰ পানী ভাগত চুমি বৈ আছে।

কুঁৱলীৰ আৱৰ্তত পানী যুঁৱলিত এজনী নাৰী। মানুহজনীয়ে কাঠৰ পাতত কাপোৰ আঁচাৰি ধুই আছে। সেই আঁচোৰৰ শব্দই নৈৰ গৰাত ছটপ্ ছটপ্ শব্দ তুলি প্ৰতিধ্বনিত হৈ আকৌ নৈৰ নীৰৱতাত মিলি গৈছে।

মহীধৰ উভতি গ'ল কৈশোৰলৈ। মাঘ আৰু বহাগ বিহুৰ আগে আগে তাৰ মাকেও পানী যুঁৱলিত থিয় হৈ এনেদৰে কাপোৰ ধুইছিল। তেতিয়া সি বালিচৰত বহি বালিঘৰ সাজি সময় কটাইছিল।

হঠাৎ কুঁৱলীৰ কুণ্ডলীটো হেৰাই থাকিল।

লগে লগে কুমলীয়া ৰ'দে বোৱতী পানীভাগৰ ওপৰত যেন ৰূপালী চাদৰহে পাৰি দিলে। সেই ৰূপালী চাদৰখনৰ পৰা মলয়াৰ পৰশত ছিটিকি ছিটিকি ৰূপোৱালী তৰা কিছুমান উফৰি পৰিব ধৰিলে। অবাক বিস্ময়েৰে মহীধৰে চাই ৰ'ল— তালৈ চাই চকু টিপিয়াই পানীত বুৰ মৰা ৰূপালী তৰাবোৰলৈ।

আকৌ হেৰাই গ'ল তৰাবোৰ। তাৰ ঠাইত ভাঁহি উঠিল, বুৰবুৰণি কিছুমান।

মহীধৰ উভতি গ'ল শৈশৱলৈ। পাগলাদিয়াৰ বুকুত সমনীয়াৰ সতে কিৰিলিয়াই

কিবিলিয়াই সাঁতোৰা দিনবোৰলৈ। সেই বয়সত সমনীয়াৰ স'তে পানীৰ তলত বুৰ মাৰি কোন কিমান সময় থাকিব পাৰে, সেই প্ৰতিযোগিতা পাতিছিল। তেতিয়াই সি দেখিছিল পানীৰ মাজৰ পৰা উঠি অহা এনে বুৰবুৰণি। নৈৰ সোতৰ মাজতো সমনীয়াজন কোনখিনিত বুৰমাৰি আছে, এনে বুৰবুৰণিৰ পৰা উমান ল'ব পাৰিছিল।

মহীধৰ পানীত নামিল।

ককাল সমান দলৈ গৈ বুৰ মাৰিলে। এবাৰ ভাবিলে এতিয়া এই বয়সত সিনো কিমান সময় বুৰ মাৰি থাকিব পাৰে তাকে চাব নেকি? কিন্তু মনত কিবা এটি ভয়ভাৱ অহাত মনৰ ইচ্ছা দমন কৰি লগে লগে পানীৰ তলৰ পৰা ওলাল।

গা-মূৰ ঘঁহি আকৌ বুৰ মাৰি গা-ধোৱা সামৰিলে।

পাৰলৈ বুলি আগবাঢ়োঁতেই অনুভৱ হ'ল, পিন্ধি থকা ধুতিখন বেয়াকৈয়ে উৰুত মেৰ খাইছে। ফলত তৰ শৰীৰৰ অতি গোপন অংগটোৰ আগটো দৃষ্টি কটুভাৱে বাহিৰলৈ ওলাই আছে।

লাজত মন মৰহিল। উচ্‌পিচকৈ নৈৰ ঘাটলৈ চাই, ততাতৈয়াকৈ ধুতিখন থিক কৰি লৈ পাৰলৈ বুলি আগবাঢ়িল।

(৩৮)

চ'ৰাঘৰটো পাৰ হৈয়েই মহীধৰ থমকি ৰ'ল।

সমুখত এখন নিকা চোতাল। কৌশল্যাই পথাৰৰ পৰা অনা নিকা মাটিৰে মচি থৈছে। মচা চোতালত পুবাৰ সূৰ্যৰ কোমল ৰ'দ পৰাত এক মনোৰম আভাৰে চোতালখন উপচি পৰিছে।

চোতালখন গচকি গ'লে ভৰিৰ ছাপ বহিব বুলি ভয় হ'ল। অলপ বৈ ভালদৰে পৰখি চালে। তেতিয়াহে বুজিলে চোতালখন শুকাইছে। গ'লেও ভৰিৰ চাপ নবহে। আশ্বস্ত হৈ আগবাঢ়িল সি।

চোতালৰ উত্তৰ দিশত থকা তাৰডালত তিতা কাপোৰ কেইখন মেলি দি মাজ চোতাললৈ উভতি আহিল। তাত অকণ বৈ কৌশল্যানো ক'ত আছে উমান ল'ব খুজিলে যদিও সমিধান নাপায় গোহালি পালেগৈ।

দামুৰীটোৰ সতে গাইজনীয়েই এতিয়া তাৰ গোহালিৰ গৰু। যি সময়ত খেতি কৰিছিল তেতিয়া দুহাল বলধ আৰু দুজনী গাই গৰু আছিল। পৰাশৰ নিগাজীকৈ গুৱাহাটীত থাকিব লোৱাত আৰু পৱিত্ৰ কলেজলৈ যোৱাত খেতি বাদ দিলে। হালৰ গৰু বেচিলে। গাই এজনীহে ৰাখিলে। হালৰ মাটি আধি দিলে।

গাইজনীয়ে তেতিয়াও ঘাঁহ পাগুলি শুই আছিল। মহীধৰক দুৱাৰ মুখত দেখি তাই উঠিল। তাইক মোকলাই দিলে। মুকলি পাই, গাইজনী গোহালিৰ পৰা ওলাল। তাইক বাটলৈ খেদি খুটিত বান্ধি আকৌ গোহালি পালেহি।

দামুৰীটো খোৱাৰতে বান্ধি থোৱা আছিল। ভালৈ চালত দেখিলে মাকক নেদেখি দামুৰীটোৱে গড়ালত বধা চাৰ্কাচৰ বাঘৰ দৰে ছটফটাই আছে। মহীধৰে লাহে লাহে খোৱাৰটোৰ ভাং কেইডাল খুলি দামুৰীটোক পথাৰে বান্ধিলে। তাৰ পিচত গোহালিৰ পৰা

ওলাল। চোতাল পালত দামুৰীটোৱে সমুখলৈ বুলি এনেদৰে টানিব ধৰিলে, মহীধৰৰ ভাব হ'ল দামুৰীটো যেন এটা ৰেলৰ ইঞ্জিন আৰু সি এটা কপলিং লগোৱা ৰেলৰ দবাহে।

দামুৰীটোও পদূলিৰ খুটিত বান্ধি মহীধৰ আকৌ ঘৰলৈ উভতিল। পাকঘৰৰ পৰা গাখীৰ খিৰোৱা কৰীয়াটো আৰু পীৰা এখন ল'লে। গাইজনীৰ কিছু আঁতৰত বস্তু দুপদ থৈ দামুৰীটোক মোকলাই দিলত সি কাড় এপাতৰ দৰে দৌৰি গৈ মাকৰ ওহাৰত মুখ লগালে। মহীধৰেও লৰ মৰাৰ দৰে গৈ পীৰাখন পাৰি গাইজনীৰ ওহাৰখন লগ পোৱাকৈ বহিল।

দামুৰীটোৱে চপ চপকৈ হুপিছিল। সি দামুৰীটোৰ মুখখন গাইজনীৰ ওহাৰৰ এটা বাটৰ পৰা আন এটা বাটলৈ বুলি থেলি দিবলৈ ধৰিলে। এনে কৰাৰ কিছু পাছতেই গাইজনীৰ ওহাৰৰ বাট কেইটা গাখীৰেৰে ভৰি টনটনীয়া হৈ পৰিল।

মহীধৰ উঠিল। দামুৰীটোক মাকৰ ওহাৰৰ পৰা আঁতৰাই আকৌ খুটিত বান্ধি থ'লে। ওঁঠ চেলেকি চেলেকি দামুৰীটোৱে মাকলৈ চাই ৰ'ল।

গাইজনী খিৰায় দামুৰীটো এৰি দি আকৌ পাকঘৰ পালে। কৰিয়াটো যতনাই থবলৈ লওঁতেই কাণত পৰিল চোতালত কোনোবাই মতা। সি ওনালে--

: ককা ঘৰত আছনে?

: কোন অ'?

: মই ককা। প্ৰভাত।

: বহছোন। মই গৈ আছো।

কৰিয়াটো থৈ ঘৰৰ পৰা ওলাল মহীধৰ। প্ৰভাতলৈ চাই সুধিলে।

: ক কিয় আহিলি?

: জয়পাল দেৱালয়ত মহাৰুদ্ৰ যজ্ঞৰ বাবে মণ্ডপ সজা কামৰ শুভাৰম্ভ আজিয়েই কৰিব। তালৈ পাচখন গাঁৱৰ মানুহ আহিব সেয়ে মাতিব আহিছো।

: যাম যা।

প্ৰভাত গ'লগৈ।

মহীধৰ বাৰান্দাৰ চকীখনত বহিল। তাৰ সমুখত মাঘ মাহৰ পুৱাৰ ৰ'দালিয়ে খেলা কৰা অথচ নিমাও মাও নিকা চোতালখন। দৃষ্টি পিছলি চোতালৰ উত্তৰ পশ্চিম কোণত থমকি ৰ'ল।

বহুদিন আগতে সি তাত এজোপা তগৰ ফুল কইছিল। তাৰ কিছুদিন পিচত তগৰ জোপাৰ কাষতে পবিত্ৰই কইছিল এডাল গোলাপ। দুয়োজোপা ফুল এতিয়া একুৰু ওখ হৈ, জকমকীয়া হৈ ফুলিছে। গোলাপ আৰু তগৰ, এবিধ বগা, আনবিধ ৰঙা। দুয়োজোপা ফুলেই নিজৰ পবিত্ৰতা বহন কৰি যেন আকাশলৈ চাই আছে।

মহীধৰৰ চকু পৰিল, ফুল দুজোপাৰ তলত। তাত এবোজা ধানখেৰ। খেৰৰ ওপৰতে নিজৰ মূৰৰ ওপৰত হাতোৰা দুখন থৈ পোহনীয়া মেকুৰীটোৱে দেহত পুৱাৰ ৰ'দৰ উত্তাপ লৈ শুই আছে।

মহীধৰবো ব'দ পুৰাবৰ মন গ'ল। তেনেতে চোতালত থিয় হ'লহি কৌশল্যা। মানুহজনীলৈ চাই সি বৈ গ'ল। সি জানে, কৌশল্যাই এতিয়া কি কৰিব।

(৩৯)

মাঘ মহীয়া বেলিটো উঠি আহিছিল।

মহীধৰে জয়পাল দেৱালয়লৈ যাবলৈ ওলাল। কাম কৰাৰ সজুলি হিচাপে কটাৰীখন ল'লে। মনত পৰিল গাইজনীৰ কথা। অইন দিনত পুৱাতেই তাইক এৰাল দিয়ে। আজিহে পিচুৱালে। প্ৰভাতে মাতি যোৱাৰ খিচত জয়পাললৈ যাওঁতেই নৈৰ পাৰত এৰাল দি যাব বুলি ঠিক কৰি থ'লে।

গোহালিৰ বেৰৰ কাঁতৰাত আঁৰি থোৱা এৰাল ডাল লৈ পদূলি পালেগৈ। গাইজনীয়ে তাক দেখি মুখলৈ চালে। মাকৰ ওচৰত দামুৰীটো নেদেখিহে বিপাঙত পৰিল। ইফালে সিফালে চাই গাইজনীয়ে হেম্বেলিয়াই দামুৰীক মতাৰ দৰে মুখেৰে শব্দ কৰিলত ওচৰৰে জাৰণি এটুকুৰাৰ মাজৰ পৰা চেকুৰি চেকুৰি দামুৰীটো ওলাই আহিল।

পাগলদিয়াৰ পাৰত গাইজনী এৰাল দি, মহীধৰ আগবাঢ়িল জয়পাল দেৱালয়লৈ বুলি। মথাউৰিত উঠিহে আচৰিত হ'ল। দেৱালয়ৰ চোতালত এজাক কৰ্মব্যস্ত মানুহ। তাৰ নিজৰে লাজ লাগিল পলমকৈ অহা বাবে।

তললৈ মূৰ কৰি মানুহজাকৰ মাজত মিলি গ'ল।

নাৰিকল গছ এজুপিৰ তলত ত্ৰৈলোক্য শৰ্মা নামৰ মানুহজনে তমাল তুলাই আছিল। তাৰ কাষ চাপিল। স্বভাৱত ত্ৰৈলোক্য কথা চহকী। হ'লেও হাতৰ কামত হেলা নকৰে। মনে মিলা মানুহ পালেহে বকবকাই থাকে। তলমূৰকৈ তমাল তুলাই আছিল যদিও মহীধৰৰ ভৰি দুখনত চকু পৰাত মূৰ ডাঙি সুধিলে—

ঃ ককাইদেউ আহিলা?

ঃ ওঁ।

ঃ পলম কৰিলাচোন?

ঃ এঃ নকৰি। ঘৰতো মানুহ নাই অথচ কামতো আঁহৰি নাই। ৰাতিপুৱাতে উঠিলো যদিও সময়বোৰ কেনি গ'ল তাৰহে উমান নাপালো।

ত্ৰৈলোক্যৰ কাষতে বহিল মহীধৰ।

তমাল কৰিবৰ বাবে গোটাই থোৱা বাঁহ এচলা ওচৰ চপাই আনিব খোজোতেই ত্ৰৈলোক্যই সুধিলে—

ঃ ককাইদেউ। পৰাশৰ আহিলনে?

ঃ অহা নাই। আজিহে আহিব হ'বলা।

ঃ হয় নেকি? পিচে তোমাৰ কামত কিমান আগবাঢ়িছে।

মহীধৰৰ খোকোজা লাগিল। ত্ৰৈলোক্যই তাক কি কামৰ কথা সুধিলে বাৰু? বাঁহচলা হাতত লৈ ত্ৰৈলোক্যৰ মুখলৈ চাই সুধিলে—

ঃ কি কামৰ কথানো সুধিছ?

ঃ বুজা নাই?

ঃ উঁহো।

ঃ যজ্ঞ মণ্ডপত বহুৱাব লগা প্ৰতিমাৰ কাম।

প্ৰতিমা প্ৰতিমা।

প্ৰতিমা শব্দটোৱে মহীধৰৰ বুকুত খোচ এটাহে যেন মাৰিলে। বুকুখন গধুৰ হৈ আহিল। হাতৰ বাঁহচলা ফালিবলৈ আগবঢ়োৱা কটাৰীখনলৈ চাই ৰৈ গ'ল।

এসময়ত প্ৰতিমা তাৰ বাবে মাথো এটা শব্দই নাছিল। তাৰ জীৱন যৌৱনক উতলাই তোলা বহুত কিবা কিবি আছিল। কিন্তু আজি তাৰ বাবে এই শব্দটো বুকুৰ মাজত খোচ মাৰি বিষ জগাব পৰা শব্দহে হৈ পৰিছে।

তথাপি সি শব্দটো এৰাই চলিব নোৱাৰে। পেটৰ ভাত মোকলাবলৈ কৰা কৰ্মৰ বাবে মানুহে তাৰ সমুখত এই শব্দটো কয়।

শব্দটো শুনাৰ পিছতেই পূৰ্ববঙ্গত এৰি অহা প্ৰতিমা নামৰ অপৰূপা যুৱতীজনীৰ ছবি মানস পটত ভাঁহি উঠিল। ভাঁহি উঠিল বিদায়ৰ পৰত বেদনাত সিক্ত তাইৰ নয়ন যুগল।

মহীধৰে নেজানে সেইজনী প্ৰতিমা ক'ত আছে? কেনে আছে বা কি কৰিছে। তাৰ দৰে সংসাৰৰ মায়াত আবদ্ধ হৈ পৰিছেনে নাই। নে ভাৰত বিভাজনৰ সময়ত হিন্দু মুছলমানৰ সংঘৰ্ষত আন বহুতৰ দৰে হেৰাই গ'ল। নে? নে?

প্ৰতিমাৰ কথা ভাবি থকা সময়তে মথাউৰীটোৰ ওপৰত চকু পৰিল। তাত এহাল যুৱক-যুৱতী। যুৱক-যুৱতী হালক দেখি লাজত তলমূৰ কৰিলে। এনে লাগিল দেৱালয় প্ৰাঙ্গনত কাম কৰিবলৈ অহা প্ৰতিজন মানুহেই যেন এজন এজনকৈ আগবাঢ়ি আহি সুধিবঃ 'মহীধৰ। আমি শুনা কথাবোৰ সঁচা নেকি বাৰু?'

তলমূৰ কৰি থাকিয়েই সি হাতৰ কামত মন দিলে।

পলপলকৈ সময়বোৰ পাৰ হ'ল। তমালো কেইবাপাত তুলালে। তাৰ পিচত নিজৰ ঠাইতে লৰি চৰি বহিল।

চঞ্চল মনটোক থিতাপি লগাব নোৱাৰি আকাশখনলৈ চালে। এখন সুনিৰ্মল আকাশ। মাঘ মাহৰ নিশাৰ শীতে ধোৱা আকাশত জিলিকি থকা বেলিটোৱে পোহৰৰ চন্দ্ৰতাপ এখনহে যেন গোলকৈ আঁৰি থৈছে। চন্দ্ৰতাপখনৰ আলোকত তাৰ চকুত ধৰা দিলে দেৱালয়ৰ চোতালত থকা গছ এজুপিৰ লঠঙা ডাল এটি।

মহীধৰৰ দৃষ্টি বাগৰি গ'ল আন এটি ডাললৈ।

ডালটোত পৰি আছে এহালি কপৌ। ওচৰা-ওচৰিকৈ কপৌ দুটি পৰি আছে যদিও দুয়োৰে দৃষ্টি নিবদ্ধ আন ক'ৰবাত। হয়তো দুয়ো কিবা ভাবত মগন।

ঃ ককাইদেউ। তেনেদৰে কি চাই আছা?

ত্ৰৈলোক্যৰ প্ৰশ্নত মহীধৰ উচপ খাই কঠিল।

বুকু আৰু মনৰ মাজত ঠেহ পাতি থকা বিষাদ আৰু লাজেৰে মহীধৰে ত্ৰৈলোক্যলৈ চাই সুধিলে,

ঃ তইও সিহঁত হালক দেখিছ নেকি?

ঃ কাক?

ত্ৰৈলোক্যই যেন মহীধৰৰ প্ৰশ্নটো শুনি আচৰিত হে হ'ল। ত্ৰৈলোক্যক কথাটি বুজায় নক'লে বেয়া পাব বুলি মহীধৰে ভয় খালে। শেষত কওঁ নকওঁকৈ ক'লে-

ঃ মথাউৰিৰ ওপৰত থিয় হৈ থকা আমাৰ পবিত্ৰ আৰু মানিক দাসৰ ছোৱালীজনীক।

ঃ নাই। কেতিয়ানো সিহঁত আহিছিল?

ত্ৰৈলোক্যই কোবা 'নাই' শব্দটো শুনি এনে ভাব হ'ল সি যেন প্ৰসঙ্গটো এৰাই যাব খুজিছে। এনেদৰে এৰাই চলিব খোজা মানুহক মহীধৰে ভাল নাপায়। সি বিচাৰে সদায় সঁচাটো। সেয়ে ত্ৰৈলোক্যক সুধিলে—

ঃ তাৰমানে মোক সঁচা কথা ক'বলৈ বেয়া পাইছ। ভাবিছ মোৰ মনে নিবিচৰা কথা ক'লে তোক বেয়া পাম।

ঃ নহয় ককাইদেউ মই মন নকৰিলো।

মহীধৰে আকৌ ত্ৰৈলোক্যলৈ চালে। সিও তাৰ চকুলৈ চাইছে। দুয়োৰে হাতৰ কামত স্থবিৰতা। চাৰি চকুৰ মিলন হ'ল, ত্ৰৈলোক্যই তলমূৰ কৰিলে।

ত্ৰৈলোক্যৰ ব্যৱহাৰ মহীধৰৰ ভাল নালাগিল। ভিতৰি ভিতৰি খং উঠিল। প্ৰকাশ নকৰি অলপ খাৰাংখাচ ধৰণেৰে সুধিলে—

ঃ মন নকৰিবি নাই। ত্ৰৈলোক্য, তাৰ মাজতে আজি তোক মই কিছু কথা সুধিম, মিছা নক'বি। কচোন মোৰ ল'ৰা পবিত্ৰ আৰু মানিক দাসৰ ছোৱালী পল্লৱীক লৈ গাঁৱৰ মানুহে কেনেধৰণে আলোচনা কৰে?

মহীধৰৰ কথা শুনিও ভালেমান সময় ত্ৰৈলোক্য মনে মনে থ'ল। শেষত তললৈ মূৰ কৰি থাকিয়েই কওঁ নকওঁ কৈ ক'লে—

ঃ ককাইদেউ, তুমি মোক জোৰ কৰিব পাৰা। মই মিছা কৈছো বুলিও ভাবিব পাৰা। কিন্তু এইটো সঁচা যে মানুহৰ মাজত চলি থকা বু-বু-বা-বাবোৰত মই কেতিয়াও গুৰুত্ব নিদিও। আপোনাকো গুৰুত্ব দিবলৈ নকওঁ। মানুহে কিবাকিবি ক'লে বুলিয়েই সকলো সঁচা হ'বনে?

পবিত্ৰ আপোনাৰ সন্তান। আপোনাৰ তেজ শৰীৰত লৈ সি কিয় সমাজে নিবিচৰা কাম এটা কৰিবলৈ যাব? তাতেই আকৌ, তাকচোন ভয় খোৱা বেমাৰটোৱে লগ এৰাই নাই।

ইয়াৰ পিচত মহীধৰে ত্ৰৈলোক্যক একো নুসুধিলে।

লঠঙা ডালটোলৈ চালে সি।

কপৌহালি নাই।

গাইজনীলৈ মনত পৰাত মহীধৰ চমকি উঠিল।

বেলিটোৱে পশ্চিম দিশলৈ বুলি কেতিয়াবাই গতি লৈছে। অথচ নৈৰ পাৰত এবাৰ দি অহা গাইজনীৰ খুটি যে লৰাব লাগিছিল সেইটোহে তাৰ মনত পৰা নাই।

হাতৰ ওচৰৰ তমালখিনি মুঠি মাৰি জুখি চাই মহীধৰে থিয় হ'ব খুজিলে। কিন্তু এবাৰতে নোৱাৰিলে সি।

ককালখন জঠৰ হৈ পৰিছিল। জঠৰতা আঁতৰাই থিয় হ'বলৈ কিছু সময় লাগিল।

ঃ ছেঃ ককাল পৰিলেই হ'বলা!

মহীধৰে বিৰবিৰাই ক'লে। তাৰ মুখৰ কথা বুজিব নোৱাৰি ত্ৰৈলোক্যই সুধিলে,

ঃ ককাইদেউ কিবা কৈছা?

ঃ কিনো ক'ম। মোৰ ককালখনৰ কথাকে কৈছো। বেছি সময় বহি থাকিলে জঠৰ হৈ পৰে। হেৰি অ'-

মহীধৰে কথাৰ মাজত সুৰ সলালে। তাৰ পিচত ত্ৰৈলোক্যক উদ্দেশ্যি ক'লে—

ঃ তই বাকীখিনি তমাল তুলাবি। পুৰাৰে পৰা গাইজনী একেটা খুটিতে আছে। মই তাইৰ খুটিটো লৰাই থৈ আহোঁ।

গাইজনীক পানী খুৱাই খুটি লৰাই আকৌ উভতিল মহীধৰ।

মথাউৰিত উঠি দেৱালয়ৰ চোতালত চকু থোৱাত মনটো প্ৰফুল্ল হ'ল।

দেৱালয়ৰ চোতালত এজাক মানুহ। প্ৰতিজনেই কৰ্মব্যস্ত। কোনোবাজনে যদি খুটা কাটিছে, কোনোবাই কামি চাচিছে। কোনোবাই যদি গাত খান্দিছে, আন এজনে খুটা পুতিছে। কোনেও কাকো উপদেশ দিব লগা হোৱা নাই।

ত্ৰৈলোক্যৰ ওচৰত আকৌ বহিল মহীধৰ। তাৰ পিচতেই ত্ৰৈলোক্যই তাক সুধিলে-

ঃ ককাইদেউ আপুনি যোৱাৰ পিচতে এটা কথা মনত পৰিল।

ঃ কি কথা অ?

ঃ যোৱাটো সন্ধিয়াত নাতিটোৱে মোক এটা প্ৰশ্ন কৰিছিল। উত্তৰটো নাজানো বাবে বৰ বিপাঙত পৰিছিলো। পিচত প্ৰসঙ্গ সলাইহে উদ্ধাৰ হ'লো।

ঃ কি প্ৰশ্ননো?

ঃ শৰাইঘাটৰ যুদ্ধৰ সময়ত আহোম ৰজাৰ সেনাপতি আছিল লাচিত বৰফুকন। গড়টো সজাবলৈ বৰফুকনে দায়িত্ব দিছিল মোমায়েকক। দুয়োজন উজনিৰ। সেই সময়ত নামনি অসমত গড় সজাব জনা মানুহ নাছিল নেকি?

ঃ কিয় নেথাকিব অ' আছিল। গড় সজাত গাফিলতি কৰাৰ বাবে লাচিতে মোমায়েকক

নিশাতেই কাটিলে। পিচত কোনে গড় সজালে? মোগলৰ সতে ৰণ কৰিলে? এই সকলোবোৰ নামনিৰ মানুহেই কৰিছিল। কিন্তু বুৰঞ্জীত এইসকল বীৰৰ নাম নুঠিল। নামনিৰ বীৰসকল নথকা হ'লে, উজনিৰ পৰা অহা এমুঠিমান আহোমে মোগলক ভেটিব নোৱাৰিলেহেঁতেন। এই কথা তই ইমানদিনে ভাবি উলিয়াব পৰা নাছিলিনে?

এইখিনিতে আৰু এটা কথা জানি থ। কিছুমানৰ বাহিৰে আহোমসকলৰ সকলোৱেই সাহসী বীৰ নাছিল। কিন্তু জাতিটোৰ প্ৰায়ভাগ মানুহেই আছিল বাকপটু আৰু বুদ্ধিত বৃহস্পতি। সেই বাবেই নিজৰ প্ৰভুত্ব বিস্তাৰ কৰি বৰ অসম গঢ়াৰ সপোন দেখিছিল।

আজি দেৱালয়লৈ অহা মানুহখিনিলৈ চাচোন। কোনোবাই জানো এনেয়ে বহি আছে?

বুজিছ ত্ৰৈলোক্য। মানসিক উৎকৰ্ষ, দৈহিক শক্তি আৰু পৰম্পৰৰ মাজত সমন্বয়ৰ অভাব নহ'লে সকলো জাতিৰ মানুহেই উন্নতিৰ জখলাত আৰোহণ কৰিব পাৰে। এইবোৰৰ অভাব হ'লেই আহে অধঃপতন।

জয়পাল মন্দিৰত শঙ্খ ঘন্টা বাজিছিল।

পুৰোহিতে পূজা সামৰাত কৰ্মক্লান্ত মানুহেও দিনটোৰ কাম সামৰিলে।

মহীধৰ আৰু ত্ৰৈলোক্যও উঠিল। দুয়ো ঘৰমুৱা হ'ল।

মথাউৰিত উঠাৰ পিছত আকৌ গাইজনীৰ কথা মনত পৰিল। এই সময়ত ঘৰলৈ গ'লে আকৌ আহিবলৈ মন নাযাব। ফলত সন্ধিয়ালৈ তাই একেটা খুটিতে থাকিব। ভাবি আকৌ এবাৰ খুটি লৰাবলৈ থিৰ কৰিলে সি।

ত্ৰৈলোক্যক বিদায় দি সি গাইজনীৰ ওচৰ পালে।

তাই মুৰ নোতোলাকৈ ঘাঁহ কামুৰি আছে। ফলত কিছু চাবো পাইছে।

ডিংডিঙি গাঁৱত এইজনীৰ লেখীয়া আন গাই নাই। সকলোৱে গৰু পোহে যদিও গৰু যে জীৱ আৰু মানুহৰ দৰে গৰুবো যে যত্ন ল'ব লাগে এই কথাহে কোনেও নাভাবে।

দামুৰীটোলৈ চালে মহীধৰে। মাকৰ পৰা কিছু আঁতৰত বৈ কোমল ঘাঁহৰ আগ ছিঙি খাবলৈ যত্ন কৰি আছে।

মহীধৰৰ উমান পাইয়ে হ'বলা গাইজনী ঘূৰিল আৰু তালৈ মুৰ তুলি চালে। তাইৰ ওহাৰখনলৈ মহীধৰৰ চকু গ'ল। ওহাৰখন ওফন্দি আছে। দামুৰীটোৱে বোধ হয় ভালেমান সময় মাকৰ ওহাৰত মুখ দিয়া নাই।

হঠাৎ মহীধৰৰ মনত পৰিল, জয়পাল দেৱালয়ত থকা শিৱলিংগটোৰ আৱিষ্কাৰৰ আঁৰৰ কাহিনীটো। সেই কাহিনীৰ নায়িকাও আছিল এজনী গাইগৰু।

ডিঙডিঙৰি বিলৰ পাৰত গাওঁ স্থাপন কৰা পশুপতি শৰ্মাৰ বংশৰে জয়দেৱ দেৱ শৰ্মা নামৰ এজন মানুহ আছিল। তেওঁৰে গৃহত আছিল এজনী কপিলা গাই। তাই আছিল কলিযুগৰ কামধেনু সদৃশ। পোৱালী দিয়া নাছিল যদিও ওহাৰখন আছিল গাখীৰেৰে পৰিপূৰ্ণ হৈ।

সেই সময়ত গাওঁখনৰ মাজেৰে বোৱা নাছিল পাগলদিয়া নৈ। গাওঁখনৰ দক্ষিণ দিশত আছিল এখন শ্যামল বননিহে। সেই বননিতে ডিংডিঙি গাঁৱৰ সমূহ পশুধন চৰি ফুৰিছিল।

জয়দেৱৰ কপিলা গাইজনীও ইয়াৰ ব্যতিক্ৰম নাছিল। দিনৰ দিনটো দুগ্ধভৰা ওহাৰেৰে

বননিত চৰি ফুৰে। সন্ধিয়া হ'লে নিজেই জয়দেৱৰ ঘৰ চাপে। তেতিয়া জয়দেৱে গাখীৰ খিৰায়।

এদিন সন্ধিয়া। জয়দেৱ আচৰিত হ'ল।

এক আজব কাণ্ডহে যেন। ৰাতিপুৱা বননিত চৰিবলৈ এৰি দিয়া গাইজনী সন্ধিয়া পৰত দুগ্ধহীন ওহাৰেৰে ঘৰ চাপিছেহি। জয়দেৱে গাইজনীৰ কিবা হোৱা বুলি ভয় খালে। কিন্তু পিছদিনা পুৱা গাখীৰ ভৰা ওহাৰখন দেখি মনৰ ভয় আঁতৰিল। অসুবিধা নোপোৱাকৈ গাখীৰ খিৰালে। ভাবিলে কোনো দুষ্ট লোকে হয়তো বননিৰ মাজতে আবেলি পৰত গাইজনী খিৰাই নিছে।

কিন্তু দ্বিতীয় দিনা গধূলিতো একেই কাণ্ড। একেই শূণ্য ওহাৰ। জয়দেৱৰ মন দুচিন্তাৰে ভৰি পৰিল। তথাপিতো তৃতীয় দিনা পুৱা গাইজনীক বননিত চৰিবলৈ এৰি দিলে আৰু আলেঙে আলেঙে চোৰ ধৰিবলৈ বুলি গাইজনীৰ ওপৰত নজৰ ৰাখিলে।

বেলিটোৱে আকাশৰ মুধচ চুই পশ্চিমলৈ গতি কৰি বিদায় ল'বলৈ ওলাইছিল। সেই সময়তে জয়দেৱে দেখিলে গাইজনীয়ে অলৰ অচৰহৈ বননিৰ মাজৰ এঠাইত থিয় হৈ আছে।

জোপোহাৰ আঁৰলৈ জয়দেৱ আগবাঢ়িল, গাইজনীৰ ওচৰলৈ বুলি। হঠাৎ সি ৰৈ যাব লগা হ'ল। এক পৰম আশ্চৰ্য্যত তাৰ দেহ-মন যেন অৱশ হৈ পৰিল।

হয়, গাইজনীৰ পিছৰ ঠেং দুখন আৱশ্যকতকৈ যেন বেছিকৈ মেল খায় আছে। দুই উৰুৰ মাজেৰে ওফন্দি থকা ওহাৰখন জিলিকি উঠিছে। ওফন্দি থকা ওহাৰৰ পৰা সৰসৰকৈ গাখীৰ সৰি পৰিছে, পেটৰ তলত থকা কেঞাবনৰ জোপোহা এটিৰ ওপৰত।

জয়দেৱ আশ্চৰ্য্যত হতবাক হৈ চাই ৰ'ল গাইজনীলৈ। ওহাৰখনৰ গাখীৰ সম্পূৰ্ণকৈ সৰি পৰাৰ পিচত গাইজনী লৰিল আৰু তাৰ দৃষ্টিৰ আঁতৰ হ'ল।

জয়দেৱ জোপোহাৰ মাজৰ পৰা ওলাল। কেঞাবন জোপাৰ ওচৰ চাপিলে। দেখিলে বনজোপাকে লৈ গোটেই ভূমিখণ্ড গাখীৰেৰে তিতি আছে।

ঘৰলৈ উভতিল জয়দেৱ।

ঘৰ পাই দেখিলে গোহালিত গাইজনী শুই আছে। আজি আৰু শূণ্য ওহাৰখন চাবলৈ মন নহ'ল তাৰ।

নিশা জয়দেৱে এটি সপোন দেখিলে। সপোনত ব্যাঘ্ৰ চৰ্ম পৰিহিত মহাপ্ৰভু শিৱ তাৰ সমুখত থিয় হ'ল আৰু ক'লে যে, গাইজনীয়ে গাখীৰ দি থকা ঠাইতে মহাপ্ৰভুৱে অনন্ত কাল ধৰি লিঙ্গ ৰূপে ৰৈ আছে। এতিয়া তেওঁ জাগ্ৰত দেৱতা হিচাপে ভূগৰ্ভৰ পৰা ওলাব খোজে।

মহাপ্ৰভু অদৃশ্য হ'ল।

ভয়ত কঁপি কঁপি বিছনাত উঠি বহিল জয়দেৱ।

পিছদিনা পুৱা গাঁৱৰ মানুহৰ সতে বননিত সোমাল।

কেঞাবনৰ জোপোহাটো থকা ঠাইখিনি খান্দোতে মহাপ্ৰভুৰ লিঙ্গৰূপ ওলাই পৰিল।

জয়তু মহাপ্ৰভু জয়পাল।

মহীধৰে গাইজনীৰ খুটিটো উভালিলে।

(৪১)

বোবাৰী পুৱাতে মহীধৰে সাৰ পালে।

বোবাৰীয়েক অহল্যা আৰু নাতি-নাতিনীৰ সতে যোৱাটো সন্ধিয়াত পৰাশৰ ঘৰ সোমাইছে। ঘৰখনত মানুহ বঢ়া বাবে আৰু বিছনা আদিৰ জঞ্জাল মাৰি নানা ধৰণৰ কথা পাতি শোওঁতে নিশা ভালেমান হৈছিল। শোৱা সময়ৰ পৰিবৰ্তন হোৱা বাবে বিছনাত উঠাৰ পিচতো মহীধৰৰ টোপনি অহা নাছিল। তথাপি..

বাৰীৰ পুখুৰীত মুখখন ধুই সি মূৰ্তি সজা চালিখনৰ তলত সোমাল। যজ্ঞলৈ আৰু মাজতে দুটা দিন বাকী। মূৰ্তিৰ কামো ভালেখিনি আছে। বোবাকালিতে সি গোহালিৰ কাম প্ৰভাতক দিছে। আৱশ্যক হ'লে কৌশল্যাই তাক সহায় কৰিব।

পিছপিনে উঠা খোজৰ শব্দ শুনি মহীধৰ ঘূৰিল।

কৌশল্যা আহিছে। তাইৰ হাতত চাহ একাপ। মূৰত আধাখিনিলৈ ঢাক খোৱা ওৰণিখন। অথচ মেখেলাখন পিন্ধিছে বুকুখন ঢাক খোৱাকৈ। তাৰ ওপৰত বুকুৰ ওপৰ অংশ আৰু কান্ধ দুখন ওলাই আছে। বয়স বঢ়াৰ বাবেই নেকি মেখেলাৰ গাঁঠিৰ তলত কৌশল্যাৰ বুকুখন স্ফীত হৈ উঠা যেন দেখা গৈছে। সেই অনুপাতে কঙ্কালখন চিয়া।

মহীধৰৰ দৃষ্টি আৰু তললৈ নামিল।

কৌশল্যাই বুকুখন ঢাকিবলৈ বুলি মেখেলাখন উজাই পিন্ধা বাবে কলাফুলৰ পৰা ভৰিপতা দুখনলৈ উদং হৈ আছে। কুহুম কোমল কলাফুল আৰু ভৰিপতা দুখনলৈ চাই থাকোতে তাৰ মনটো বৰবহুৰ পিচুৱাই গ'ল।

চকুৰ আগত ভাঁহি উঠিল, দুখন মাণুৰ বৰণীয়া ভৰি। সেই দুখন ভৰিৰ ভৰিপতাত জিলিকি আছে এজোৰ ৰূপৰ পায়েল। প্ৰতিটো খোজতে পায়েল দুপাত ছিটিকি ছিটিক লৰিছে আৰু সভেজ গোবোহা দুটাক আদৰেৰে চুমিছে।

গোলনা কালীগঞ্জৰ বজাৰৰ পৰা এদিন নিজেই সেইযোৰ পায়েল কিনি আনিছিল। প্ৰতিমাৰ হাতত দি পিন্ধিলে কেনে দেখি চাবলৈ খোজাত হাঁহো নে নেহাঁহো, দৃষ্টিৰে তাই তাৰ চকুলৈ চাইছিল। তাৰ পিচতেই তাইৰ দুনয়নৰ পৰা সুকোমল দুগাল তিয়াই বৈ আহিছিল দুটোপাল আনন্দাশ্ৰু। মুকুতা মণিৰ দৰে বৈ পৰা দুধাৰি লোতক দেখি সিদিনা মহীধৰৰ মনটোৱে বাইজাই কৰিছিল।

ঃ এনেদৰে ভৰি দুখনলৈ কি চাই আছে? কিবা লেভেৰা লাগি আছে নেকি?

কৌশল্যাৰ কথাত মহীধৰ উচপ খাই উঠিল। বাস্তৱলৈ উভতি আহি 'নাই' বুলি ক'বলৈ গৈও মুখৰ কথা নোলোৱাত সৌৱে-বাওঁৱে মূৰটো জোকাৰিলে। কৌশল্যাই কিন্তু তাৰ উত্তৰলৈ অপেক্ষা নকৰিলে। আঠুৰ তললৈ নামি থকা মেখেলাখন বাওঁ হাতেৰে আঠুৰ

ওপৰলৈ উভাই ভৰিপতা দুখনলৈ চালে। একো নেদেখি মেখেলাখন নমাই ক'লে—

: একো নাইহোন।

মহীধৰ সবাক হ'ল। অতীতত বিচৰণ কৰি থকা মনৰ ভাব লুকুৱাই ক'লে,

: তোমালৈ চাই থাকোঁতে কিবা এটি ভাব আহিল।

: কি?

অতি আগ্ৰহেৰে কৌশল্যাই তাৰ মনৰ ভাব জানিব খুজিলে যদিও সমান আগ্ৰহেৰে মহীধৰে উত্তৰ নিদিলে। কেইটামান মুহূৰ্ত ৰ'ল সি। পিচত কৌশল্যাই লৈ থকা চাহৰ কাপটো হাতলৈ আনি সুধিলে,

: তুমি যে চাহ আনিলা, বোৱাৰী ক'লৈ গ'ল?

: তাই শুই আছে।

: এতিয়াও?

এইবাৰ কৌশল্যাও কিছু সময় নিমাতে ৰ'ল। মহীধৰৰ চকুলৈহে চাই কিবা যেন বুজিবলৈ যত্ন কৰিলে। পিচত লাহে লাহে ক'লে—

: বোৱাৰী শুই থকা বাবে আপোনাৰনো কি অসুবিধা হ'ল? বুঢ়া হ'লচোন। সেই কথালৈ কিয় মন কৰা নাই। বুঢ়া বয়সত বোৱাৰীৰ দোষ খুচৰি নিজৰ সন্মান নিজেই নষ্ট নকৰা ভাল নেকি?

: দোষ খুচৰা নাই ৰ'বা। তোমাক হে সুধিছো।

মহীধৰে চাহ এঢোক গিলিলে। তেতিয়াই কৌশল্যাই ক'লে—

: বোৱাৰীক দোষ দি লাভ নাই। গুৱাহাটীত থকা সময়ত তাই হেনো খাবলৈ, শুবলৈ সময় নাপায়। পুৱাৰ পৰা গধূলিলৈ ল'ৰা-ছোৱালী দুটাৰ লগত আলহীৰ আলপৈচান ধৰাত হাড় ভাঙে। ইয়ালৈ আহি অকন শুব পাৰিছে। আতেই আপোনাৰ গা বেজবেজাব লাগেনে?

মহীধৰে তললৈ মূৰ কৰি ক'লে—

: বোৱাৰীৰ কথা মই জানো। গাও বেজবেজোৱা নাই; কিন্তু ইয়াত তুমি কেনেকৈ আছা, সিহঁতকে লৈ যজৰ এইকেইদিনত আন কোনোবা আলহী আহিলে ঘৰখনৰ সমস্ত কাম তুমি অকলে কৰি কেনেকৈ সামৰিবা এইবোৰ কথা যাক বোৱাৰীয়ে ভাবিছেনে?

: কিয় ভাবিব লাগে? মইচোন সকলো কাম কৰিব পৰা হৈ আছোৱেই।

: তুমিতো কৰিবাই। কিন্তু গুৱাহাটীৰ ঘৰত কামকৰা ছোৱালীজনী লগত লৈ অহা হ'লে সিহঁতৰ কি অসুবিধা হ'লহেঁতেন কোৱাচোন?

কৌশল্যাই লগে লগে কোনো উত্তৰ নিদিলে। মহীধৰে তাইৰ মুখলৈ চাই দেখিলে মুখৰ বং কিছু সলনি হৈছে। কিবা ভাবি তাই যেন বিমোৰত পৰিছে।

হয়, তাই কাম কৰিবলৈ বেয়া নাপায়। কিন্তু আজিকালি কোনোবাই যদি তাইলৈ বুলি সহায়ৰ হাত এখন আগবঢ়াই তেনেহ'লে ভাল লাগে। মনৰ ভাব লুকুৱাই কৌশল্যাই আনফালে চালে। পিচত লাহে লাহে ক'লে—

ঃ এই বাতিপুৱাতে আজিনো আপোনাক কিহে পাইছে? নে নতুনকৈ মোলৈ মৰম উপজিছে। যাৰ বাবে বোৱাৰীজনীৰ দোষ খুচৰি আছে?

কৌশল্যা ৰ'ল। মহীধৰৰো চাহ খোৱা হৈছিল। খালি কাপটো কৌশল্যালৈ আগবঢ়াই দিলে। সেইটো লৈ কৌশল্যাই আকৌ ক'লে,

ঃ মানুহজনী আহি ঘৰখনত ভৰি থোৱাৰ দুটা দিনো পাৰ হোৱা নাই। ইয়াৰ মাজতে তাইৰ দোষ দেখা পালেই। মানুহে এনেয়ে নকয় বোলে — 'বুঢ়া হ'লে পৰকিতি লৰে'। ছোৱালীজনীক ইয়ালৈ ননাৰ আচল কাৰণ কি আপুনি জানেনে?

মহীধৰে কৌশল্যাৰ চকুত চকু থাপি সুধিলে—

ঃ কি?

ঃ কাম কৰা ছোৱালীজনী লগত লৈয়ে বোৱাৰী আহিব খুজিছিল। পিচে তাইহে নাহিল। বহুদিন হ'ল তাই মাকৰ ঘৰলৈ যোৱা নাই হেনো। ইহঁত ইয়ালৈ আহিল বাবে তাইও মাকৰ ঘৰলৈ গ'ল।

কৌশল্যাৰ কথাকে বিশ্বাস কৰা যেন দেখুৱাই মহীধৰে মূৰ জোকাৰিলে। তথাপি তাৰ ক'বলৈ মন হৈছিল— ল'ৰা-ছোৱালীৰ আলপৈচান ধৰিবলৈ, বুঢ়া-বুঢ়ী কৰি ভাতসাজ সময় মতে খুৱাবলৈ কামকৰা ছোৱালীজনীৰ দৰে তুমি ইয়াত আছাতো। কিন্তু মুখ ফুটাই নক'লে। কৌশল্যাই মনত দুখ পাব বুলি মনে মনে ৰ'ল।

সি মনে মনে থকা দেখি কৌশল্যাই সুধিলে,

ঃ আপোনাক এবাৰ কথা সোধোনে?

ঃ কি কথা?

ঃ সিদিনাখে মহেন্দ্ৰ আৰু যতীনহঁতৰ বিচাৰখন হৈছিল, পিছত কি হ'ল?

ঃ কি হ'ব আৰু। মহীধৰে নিৰসভাবে ক'লে, বিচাৰৰ শেষত মহেন্দ্ৰই বাজীৰক ত্যজ্য পুত্ৰ কৰিলে। তাৰ পিছতেই বাইজে বাজীৱ আৰু জয়মতীৰ বিয়াপাতি দিলে।

মহীধৰৰ মুখৰ নিৰস উত্তৰটো শুনি কৌশল্যাই ভাল নাপালে। তাই কিবা ভাবি নিজৰ মাজতে মগ্ন হৈ পৰিল। হাতৰ খালি কাপটোলৈহে চাই ৰ'ল। কাপটোৰ ভিতৰত যেন নেদেখিব লগা কিবা এটা দেখিলে। সেইটো বিচাৰি কাপটোৰ ভিতৰলৈ তৰ্জনী আৰু বুঢ়া আঙুলিটো ভৰাই দিলে। কিবাটো বুটলি আনিব খুজি দুবাৰো বিফল হ'ল। কাপৰ তলিত থকা চাহখিনিয়েহে নখ আৰু আঙুলিৰ পাব কেইটা তিয়ালে।

মহীধৰে তাইৰ মনত উদয় হোৱা তাৰ চিন্তাৰ পৰা মুক্ত কৰিবলৈ বুলি সুধিলে—

ঃ কাপটোৰ তলত ইমানকৈ কি বিচাৰিছা?

ঃ কিবা এটা পৰি থকা যেন দেখিলো।

ঃ যি আছে থাকক দিয়া। সেইটো চোন ধুবই লাগিব।

ঃ ন-হয়।

মহীধৰে বুজিলে, কৌশল্যাৰ মনত কিবা এটি ভয়ে ধুমুহাৰ সৃষ্টি কৰিছে। হয়তো

ৰাজীৱ আৰু জয়মতীৰ মাজত পাতি দিয়া বিয়াখনকে তাই স্বীকৃতি দিব পৰা নাই। ভালপোৱা নাই শুদিবৰ ছোৱালী এজনী ব্ৰাহ্মণৰ বোৱাৰী হৈ ঘৰ পতা কথাত।

: কি ভাবি আছানো।

মহীধৰে আকৌ সুধিলে।

: নাই। একো ভবা নাই।

এইবাৰো যেন কৌশল্যাই নিজকে লুকুৱাব বিচাৰিলে।

: কোৱাচোন কি ভাবি আছা। মোক লুকুৱাব নেলাগে।

মহীধৰে অকণ জোৰ দি কোৱাত কৌশল্যাই লাহে লাহে ক'লে-

: জুইৰ ওচৰত ঘিঁ থাকিলে গলিবই। আমাৰ পবিত্ৰকো সাৱধান কৰি দিব লাগিব। মই তাক মানিক দাসৰ ঘৰলৈ যাবলৈ মানা কৰিম। আপুনিও ক'ব। লাহে লাহে সিহঁতৰ লগত সম্পৰ্ক এৰাটোৱে উচিত হ'ব।

*মহীধৰৰ বুকুখনে যেন ঢংকৈ কিবা এটা অবুজ বাজনাহে বজালে। সি উচপ খায় উঠিল।

তাৰ মানে?

পবিত্ৰ আৰু পল্লৱীৰ মাজত গঢ়ি উঠা সম্পৰ্কটোত কৌশল্যাই সন্দেহ কৰিব লৈছে নেকি? নে সিহঁতকো এদিন ....

নাই, নাই, এনে কাম পবিত্ৰই কৰিব নোৱাৰে। পবিত্ৰ তাৰ সন্তান। পবিত্ৰৰ সমান বয়সত সিও সুদূৰ বঙ্গদেশৰ গোলনা কালীগঞ্জত প্ৰতিমা নামৰ অপৰূপা গাভৰু এজনীৰ ওচৰ চাপিছিল। তাইৰ প্ৰেমত হাবুডুবু খাইছিল। কিন্তু সিতো প্ৰতিমাক তাৰ দেহৰ সুখানুভূতিবোৰ উজাৰি দিয়া নাছিল। প্ৰতিমাৰ সতীত্বত আঘাত কৰা নাছিল। প্ৰতিমাইও চোন তাৰ পৰা এইবোৰ দাবী কৰা নাছিল। বৰঞ্চ তাক সাৱধানহে কৰি দিছিল যাতে ভৰি নিপিছলে।

যদি পবিত্ৰ তাৰ ঔৰসজাত সন্তান হয় সেই সন্তানে যদি মাক দেউতাকৰ চৰিত্ৰ বহন কৰে তেনেহ'লে পবিত্ৰই ৰাজীৱৰ চৰিত্ৰ কিয় ল'ব?

হয় সি স্বীকাৰ কৰে মানুহৰ জীৱনলৈ যেতিয়া যৌৱন আহে তেতিয়া প্ৰতিজন মানুহৰে, পুৰুষেই হওঁক বা নাৰীয়েই হওঁক সকলোৰে অন্তৰত বিপৰীত লিংগৰ প্ৰতি ভালপোৱা ভাব এটাই ক্ৰিয়া কৰে। কিন্তু ভালপোৱা মানেতো অকল দেহজাত সুখৰ নিবৃত্তি নুবুজায়। নিজৰ সতীত্ব পুৰুষ বা নাৰীয়ে য'তে ত'তে যেতিয়াই তেতিয়াই উটুৱাই দিয়াতো নুবুজাই। ভালপোৱাৰ খাতিৰত যদি আত্মসন্মান হেৰুৱাব লগা হয়, তেনেহ'লে সেই প্ৰেমৰ অৰ্থ কি? ভালপোৱাই বেছি মহত্ত্ব লাভ কৰে ত্যাগৰ আদৰ্শ দেখুৱাব পাৰিলেহে। এনে ত্যাগত অৰিহণা যোগাব পাৰে আত্মসংযম থকা পুৰুষ বা নাৰীয়েহে।

নিজৰ কল্পনা জগতত বিচৰণ কৰি থাকোঁতে কেতিয়াবা কৌশল্যা তাৰ কাষৰ পৰা আঁতৰি গৈছে মহীধৰে উমান কৰিব নোৱাৰিলে।

মাঘ মাহৰ দুপৰীয়া।

ভটিয়নী সোঁতত উটি গৈও বেলিটোৱে ছটিওৱা ৰ'দালিয়ে চোতালত উম সিঁচিব এৰা নাছিল।

এনে ৰ'দ মহীধৰৰ ভাল লাগে। ভাল লাগে দুপৰীয়াৰ ভাত খাই উঠি পিঠিত এনে ৰ'দ লগাই বহিবলৈ।

আজি কিন্তু বহিব নোৱাৰিলে। অৰ্দ্ধসমাপ্ত কৰ্মৰাজিয়ে টানি লৈ গ'ল মূৰ্তি সজা চালিখনৰ তললৈ।

চালিখনৰ তলত থিয় হৈ মূৰ্তি সমূহত চকু ফুৰালে। খেৰ, বচী, বাঁহ, মাটি গোবৰ বং আদিৰ দ্বাৰা সাজি উলিওৱা এইবোৰ মূৰ্তিতে এদিন পূজাৰীয়ে মন্ত্ৰ পাঠ কৰি প্ৰাণ প্ৰতিষ্ঠা কৰিব। পিচত এই মূৰ্তিসমূহৰ সমুখতে ভক্তসকলে মূৰ দোৱাব। গদ্ গদ্ ভক্তিৰে প্ৰাৰ্থনা জনাব, সিহঁতৰ দৈনন্দিন জীৱনত দেখা দিয়া অপায় অমঙ্গল আৰু আহুকালসমূহ আঁতৰাই যশ, মান, ধন-ধানেৰে সমাজত প্ৰতিষ্ঠা বিচাৰি।

মহীধৰ মূৰ্তি এটাৰ কাষ চাপিল। ওচৰতে থকা বেতৰ মোৰাটো আনি মূৰ্তিটোৰ সমুখতে বহিল। থিক তেনেতে তাৰ অনুভৱ হ'ল চালিখনৰ ভিতৰলৈ যেন কোনোবা এটি সোমাই আহিছে।

ঘূৰি চালে সি।

কৌশল্যা আহিছে। তাই তাৰ পিছফালে থিয় হৈ ৰ'ল।

ঃ আকৌ যে আহিলা? কিয়?

লগে লগে কৌশল্যাই কোনো উত্তৰ নিদিলে। লগে লগে মহীধৰেও 'একো নকলাচোন' বুলি নুসুধিলে। কাৰণ সি মূৰ্তি সাজি থাকিলে পাকঘৰৰ কাম কাজ সামৰি কৌশল্যাই প্ৰায়ে চালিখনৰ তললৈ আহে। ভালেমান সময় নীৰৱ নিশ্চলাহৈ থাকি মূৰ্তি সমূহলৈ চাই ৰয়। মন গ'লে চুই চাই আলফুলে দেহৰ অঙ্গবোৰত মৰমৰপৰশ বুলাই। অৱশ্যে তাই এনে কৰে মূৰ্তিবোৰত বং সনাৰ আগতেহে।

আৰু চকুৰে মহীধৰে কৌশল্যালৈ চালে।

দুয়োৰে চকুৰে চকুৰে মিলিল। ভেতিয়াহে কৌশল্যাৰ যেন কিবা কথা আহিল। তাই মহীধৰক সুধিলে—

ঃ আপুনি মোক কিবা সুধিছিল?

ঃ বোলো আকৌ কিয় আহিলা?

ঃ এবাৰ কথা ক'ব খুজিছিলো।

ঃ কি কথা?

ঃ পৰাশক ক'বচোন, পবিত্ৰক তাৰ লগত লৈ যাবলৈ। পবিত্ৰ আৰু ইয়াত থাকিব নেলাগে।

মহীধৰে কৌশল্যালৈ চালে। তাইৰ চকু মুখত দৃষ্টি থপাৰ পিছত এনে ভাব হ'ল মানুহজনীয়ে যেন ভয় খাইছে। সেই ভয়ৰ আবৰ্তৰ পৰা ওলাই আহিব নোৱাৰি হতাশ হৈ পৰিছে। তাইৰ হতাশাত আঘাত নকৰো বুলি ভাবিও মহীধৰ পিছুৱাই আহিব নোৱাৰিলে। হঠাৎ তাৰ মুখৰ পৰা ওলাই গ'ল এবাৰি মনে নিবিচৰা কথা।

ঃ পবিত্ৰ যাব জানো? তুমি যি কথা অতি সহজভাবে ভাবিছা পৰাশৰ আৰু পবিত্ৰৰ মাজৰ সম্পৰ্ক এতিয়া সিমান সহজ হৈ থকা নাই।

মহীধৰৰ কথা শুনি কৌশল্যাই একো নকৈ মজিয়াত দৃষ্টি থাপি থিয় হৈ ৰ'ল। হঠাৎ তাইৰ বুকুৰ পৰা বিষাদৰ হুমুনিয়াহ এটি ওলাই আহিল। কৌশল্যাৰ অৱস্থা দেখি মহীধৰৰ বুকুখনো গধুৰ হ'ল। তাৰ আৰু কৌশল্যাৰ বুকুৰ মাজত দ'ম বন্ধা বিষাদ আঁতৰক বুলিয়েই সি ক'লে—

ঃ বুজিছা কৌশল্যা। মানুহক চিনা বৰ কঠিন। বেছি কঠিন সেই মানুহ যদি বঙহৰ মঙহ হয়। নিজ বঙহৰ মঙহক বিশ্বাস নকৰিলেও নহয় আৰু কৰিলে কেতিয়াবা মূলটোও ঘূৰি নাহে। আন মানুহে বিশ্বাসত কুঠাৰাঘাত কৰিব বুলি মানুহ সদায় সাৱধান হৈ থাকে। কিন্তু বঙহৰ মানুহৰ ক্ষেত্ৰত তেনেদৰে কোনেও সাৱধান নহয়। আৰু বিশ্বাসঘাটকে সেই সুযোগকে লয়।

ঃ তাৰ মানে?

কৌশল্যাই মহীধৰৰ কথা বুজিব নোৱাৰি চিএৰাৰ দৰেকৈ সুধিলে।

ঃ মানেৰ অৰ্থ এই মুহূৰ্তত তোমাক বুজাই ক'ব নোৱাৰিম। মুঠতে তুমি মনত ভৰা কথাটো হৈ নুঠিবগৈ।

কৌশল্যা যেন আকৌ হতাশ হ'ল। তাৰ পিচতো সুধিলে—

ঃ কিয় নুঠিব উঠিব। সিহঁত আন কোনো নহয়। আমাৰ দুয়োৰে তেজ মঙহৰ পৰা জন্ম পোৱা সন্তানহে। অলপ বুজালেই.......

কথাখিনি কৈ কৌশল্যাই আনফালে চালে।

মহীধৰে বুজিলে এইসময়ত কৌশল্যাৰ বুকুৰ বেদনা গধুৰ হৈছে। চকু সেমেকিছে। সেমেকা চকুৰ পৰা লোকত বৰ। কাৰণ কোনো মাতৃয়ে সহিব নোৱাৰে, নিজৰ সন্তানৰ মাজত দেখা দিয়া কাজিয়া। সকলো মাতৃয়ে বিচাৰে তেওঁৰ সন্তানসকল এক মন এক প্ৰাণহৈ কুশলে থাকক।

মহীধৰে একো নমতা দেখি কৌশল্যাই আকৌ ক'লে—

ঃ মই যদি এতিয়াই পবিত্ৰক মাতি আনি আপোনাক গটাই দিওঁ তাক কৈ মেলি ককায়েকৰ লগত থাকিবলৈ যাবলৈ সন্মত কৰিব পাৰিবনে?

কথা সামৰি আশাভৰা দৃষ্টিৰে কৌশল্যাই ভালে চালে।

ঃ তাক ক'ব পাৰিম। বুজাই চাব পাৰিম। কিন্তু.....

হঠাৎ যেন কৌশল্যা আশাহত হ'ল। তাৰ মুখত কিন্তু শব্দটো শুনাৰ পিছত তাই তাৰ

ওচৰত নৰ'ল। এজাক ধুমুহাৰ দৰে হৃদমূৰ্বকে তাৰ কাৰৰ পৰা আঁতৰি গ'ল। কিবা ভাবি মহীধৰে চাই ৰ'ল কৌশল্যাৰ গতি পথলৈ।

কিমান সময় গ'ল মহীধৰে উমান ল'ব নোৱাৰিলে।

হঠাৎ তাৰ অনুভৱ হ'ল তাৰ চাৰিও পাশৰ বতাহখিনি কিবা এক অবুজ বেদনাত যেন চঞ্চল হৈ উঠিছে। আৰু সেই বেদনা বিধুৰ পৰিবেশত কৌশল্যা বৈ আছে। চকু মুখত বিয়পি আছে উৎকণ্ঠাত জৰ্জৰিত বিষাদৰ ছাঁ। তাইৰ মুখলৈ চাই মহীধৰে সুধিলে-

: আকৌ আহিলা যে?

: পবিত্ৰ তাৰ কোঠাত নাই।

মহীধৰৰ বুকুখনো দেই যোৱা যেন লাগিল। মুখৰ মাতষাৰো নোলাব বুলি ভয় খালে। তথাপি স্থিৰ হ'ল। কৌশল্যাৰ ওচৰত নিজৰ মনৰ বেদনা প্ৰকাশ নকৰাৰ সিদ্ধান্ত লৈ ক'লে।

: তুমি চিন্তা কৰিব নালাগে যোৱা। সি ইয়াতে ক'ৰবাত আছে। এই দুপৰীয়া সিনো ক'লৈ যাব?

মহীধৰৰ কথাত কৌশল্যাই বোধহয় ভৰসা নাপালে। তাই বুকুভৰা বেদনাৰ সিক্ত কণ্ঠেৰে ক'লে,

: মোৰ কথা মিছা নহয়। মূৰ্তি কেইটা সন্মুখত লৈ আপুনি এনেদৰে বহি থাকিলে নচলিব। আপোনাৰ দুটি সন্তান। সিহঁত দুয়োৰে সদনাম বা বদনামে অকল মোকে নুচুৰে। চুৰ আপোনাকো। মানুহে হয়তো ক'ব মাকজনীয়ে লাই দি দি ল'ৰাটোক নষ্ট কৰিছে। কিন্তু আপুনি যে মোক বা সিহঁতক শাসন কৰিব পৰা নাই, এজন ভাল পিতৃ হ'ব পৰা নাই এই কথা ভাবি চাইছেনে? আপোনাৰ বদনাম হওঁক এই কথা মই কাহানিবা ভাবিব পাৰোনে?

কথাখিনি কৌশল্যাই খঙেৰে ক'লে যদিও শেষলৈ তাই উচুপি উঠিল। উচুপি থকা কৌশল্যালৈ চাই মহীধৰে সুধিলে –

: ক'লৈনো যাব পাৰে সি?

: ক'লৈ যাব আৰু? সি হয়তো মানিক দাসৰ ঘৰ পাইছেগৈ।

হঠাৎ মহীধৰৰ মস্তিস্কৰ মাজেৰে যেন এসোঁতা গৰম তেজ বৈ গ'ল। একেকোবে বহাৰ পৰা উঠিল। কৌশল্যাৰ মুখলৈ নোচোৱাকৈয়ে মূৰ্তি সজা চালিখনৰ পৰা ওলাল আৰু হনহনকৈ পদূলিৰ দিশে আগবাঢ়িল। বাৰে বাৰে তাৰ মনলৈ এটা কথাই আহিল।

: পবিত্ৰক সি ক্ষমা নকৰে। যদি কৌশল্যাই ভৰা কথা সঁচা হয় তেনেহ'লে আজিয়েই কিবা এটা কৰিব। হয় ইপাৰ নহয় সিপাৰ।

(৪৩)

হনহনকৈ আগবাঢ়িল মহীধৰ।

মূৰৰ ওপৰত মাৰমহীয়া বেলিটো। বেলিটোৰ পোহৰে সকলোতে জুই আহিল।

কিছুসময় আগতে এই বেলিটোৱে বিলোৱা ৰ'দৰ উমখিনিক বৰ ভাল লাগিছিল। সেই উম পিঠিত লগাই অকণ বহিবলৈ মন হৈছিল।

কিন্তু পথত ভৰি দিয়াৰ পিচত?

পথত ভৰি দিয়াৰ পিচত ৰ'দে যেন তাৰ দেহটো পুৰিবলৈ ধৰিলে। দেহ মনত কিবা এক যন্ত্ৰণা দিবলৈ ধৰিলে। এনে যন্ত্ৰণা লৈও সি কিন্তু থমকি নৰ'ল। আগবাঢ়িহে থাকিল।

হঠাৎ মহীধৰৰ এনে অনুভৱ হ'ল যেন কিছুমান ধোঁৱা। ধোঁৱাবোৰে পথটোক ছানি ধৰিছে। যাৰ বাবে পথটো মনিব নোৱাৰা হৈছে।

মনত পৰিল ল'ৰালি দিনৰ কথা।

সেই দিনত প্ৰতিবছৰেই পুহ মাঘ মহীয়া দিনত মাকে তাক লগাইছিল কলাখাৰ তৈয়াৰ কৰাত। বাৰীত থকা থোক পৰা অথচ কলপাৰি নিয়াৰ পিছত চোপত থকা কলগছ কাটি আনি দোনাবোৰ সৰু সৰুকৈ ফালি-ছিৰি ৰ'দত শুকাবলৈ দিছিল। সেইবোৰ সম্পূৰ্ণকৈ শুকালে বাটতে দ'ম কৰি পুৰিছিল। তেনেদৰে পোৰোতে ওলোৱা ধোঁৱাই পথটো আবৰি ধৰিছিল। তেনেদৰে আবৰি ধৰা ধোঁৱাৰ মাজেৰে সমনীয়াৰ সৈতে কিৰিলিয়াই কিৰিলিয়াই দৌৰি দৌৰি ইজনে সিজনক ধৰিবলৈ বিচাৰি বৰ আনন্দ পাইছিল সি।

আজিও বাৰু কোনোবাই কলাখাৰ তৈয়াৰ কৰিব লৈ শুকান কলৰ দোনাত জুই দিছে নেকি?

থিয় হ'ল মহীধৰ।

নাই তাৰ সমুখখন ধূঁৱলি-কুঁৱলিহে মাথো।

দুহাতেৰে দুচকু মোহাৰিলে ধোঁৱাবোৰ আঁতৰি গ'ল। দৃষ্টিয়ে ঢুকি পোৱা দূৰত্বলৈ চালে সি। ক'তো কোনেও কলাখাৰ পুৰিবলৈ লোৱা নাই।

আকৌ আগবাঢ়িল।

সমুখত পাগলদিয়া নৈখন। ককাল কোচাইহে যেন নৈখন শুই আছে।

সি পানীত নামিল। নৈ পাৰ হ'ল। মথাউৰিত উঠাৰ পিচত আকৌ এবাৰ থমকি ৰ'ব লগা হ'ল। বুকুখনে ধপধপাইছিল। কেইবাৰমান দীঘল দীঘলকৈ উশাহ লোৱাৰ পিচতহে বুকুৰ ধপধপনিটো কমিল।

তাতেই বৈ পশ্চিমপাৰ ডিংডিঙিৰ চুবুৰীটোলৈ চালে। চাই থাকোঁতে এনে লাগিল, চুবুৰীটোৰ ভূমিখণ্ড গছ-গছনি যেন বহু তললৈ বহি গৈছে। আৰু সেই বহি যোৱা ভূমিখণ্ডলৈ মথাউৰিৰ ওপৰৰ পৰা নামি গৈছে এটি এঢলীয়া পথ।

ভৰিত খোপনি দি মহীধৰে সাৱধানে মথাউৰিৰ পৰা চুবুৰীটোলৈ যোৱা এঢলীয়া পথটোৰে নামিবলৈ ধৰিলে। এনে লাগিল যেন তললৈ বুলি তাক গতিয়াইহে নিছে। এঢলীয়া পথটো শেষ হোৱাৰ পিচতহে স্থিৰ হ'ব পাৰিলে।

আকৌ আগবাঢ়িল।

এই চুবুৰীটোলৈ সি পৰাপক্ষত নাহে। কাৰ ঘৰ ক'ত সেইয়াও নেজানে। কিছুবছৰৰ

আগতে ধুমুহা বৰষুণৰ পিচদিনা পুৱা পৱিত্ৰক বিচাৰি মানিক দাসৰ ঘৰলৈ আহিছিল। তাৰ পিচত আহিছিল মানিকৰ ঘৰত পতা উৎসৱত এদিন নে দুদিন সন্ধিয়া।

পথৰ দুয়োকাষৰ ঘৰবোৰলৈ আজিহে সি ভালদৰে চালে। সকলোবে বস্তিবোৰক আৱৰি আছে নিজৰ নিজৰ জেওৰা একোখনে। ঘৰবোৰৰ প্ৰায়ভাগেই খেৰৰ। দুই এজনৰহে টিনপাতৰ। প্ৰতিঘৰৰে সোমোৱা পথত ভলুকা বাঁহৰ খুটা কাটি দিয়া সলখা। চাৰি চুকীয়া চোতালত চাৰিও দিশে ঘৰ নতুবা বাঁহৰ চেঁচেৰে দিয়া চোতাল আৱৰা বেৰ। পিচপিনে তামোলপাণৰ বাৰী, আগপিনে ৰবিশস্যৰ বাবে ৰখা খেতি পথাৰ।

মহীধৰৰ চকুত পৰিল মানিক দাসৰ ঘৰটো। থমকি ৰ'ল সি। সলখা গুচাই ভিতৰ সোমায় আকৌ সলখা লগালে।

চোতালত উঠিলগৈ।

উকা চোতালখনত থিয় হোৱাৰ পিচতেই কাণত পৰিল ঘৰৰ ভিতৰত কোনোবাই ভুনভুনকৈ কথা পাতি থকা।

মহীধৰৰ যেন কিবা এটা হ'ল। নিজৰ ঘৰত কৌশল্যাৰ কথা শুনাৰ পিচত উঠা খংটোৱে তাৰ মূৰত আকৌ এবাৰ যেন খোঁচ এটাহে মাৰিলে। খন্তেকে ভাব হ'ল পৱিত্ৰই হয়তো মানিক দাসৰ ছোৱালীজনীৰ সতে এনেদৰে কথা পাতি আছে।

: মানিক ঘৰত আছনে?

খন্তত বিকৃতহৈ ওলোৱা মহীধৰৰ মাত শুনি লগে লগে ঘৰৰ ভিতৰত ভুনভুনাই পাতি থকা কথা বন্ধ হৈ গ'ল। যেনিবা ধৰণীত হোৱা বজ্ৰপাতৰ পিছত নীৰৱতা। যেনিবা ক'তো একো নাই। সকলো গভীৰ টোপনিত।

পৃথিবী যেন নিশাৰ নীৰৱতাৰ পিছত সাৰ পালে। ঘৰৰ ভিতৰৰ পৰা ভাঁহি আহিল এটি শব্দ।

: কোন?

: মই। সিপাৰ ডিংডিঙিৰ মহীধৰ।

: অ' ককাইদেউ।

চিএৰ মৰাৰ দৰে 'ককাইদেউ' বুলি কৈ মানিক দাস ঘৰৰ পৰা ওলাই আহিল। তাৰ পিচে পিচে আহি দুৱাৰৰ আঁৰতে ৰৈ গ'ল নাৰীৰ হাতৰ খাৰুৰ কাজুন শব্দ।

মানিক দাসক দেখাৰ লগে লগে মহীধৰৰ খংটো আকৌ চৰিল। খন্তত একো নাই হৈ সি সুধিলে,

: পৱিত্ৰ ক'ত?

এক গভীৰ ৰহস্যৰ আৱৰ্তত ক্ষণিকৰ বাবে মানিক দাসে যেন ককবকাব লগা হ'ল। মহীধৰ তাৰ ঘৰলৈ অহাৰ আনন্দত আহ্লাদিত হৈ বিজন মানিক বাহিৰলৈ ওলাই আহিছিল মহীধৰৰ মুখৰ বং আৰু কথা কোৱাৰ ধৰণ দেখি বিমৰ্ষ হৈ পৰিল। ভালেমান সময়ৰ মূৰতহে চিন্তাৰ চাকনৈয়াত থাউনি পালে মানিক দাসে। নিজৰ মনক প্ৰকৃতিস্থ কৰি

বিনম্ৰভাবে মহীধৰক সুধিলে—

: পবিত্ৰ ঘৰত নাই নেকি, ককাইদেউ?

মহীধৰৰ খং আকৌ চৰিল। পবিত্ৰক তাৰ বোষৰ পৰা বচাবলৈ মানিক দাসে যত্ন কৰা বুলি ভাবি ল'লে। পিচত এনে সুৰেৰে ক'লে—

: ঘৰত থকা হ'লে পবিত্ৰক বিচাৰি আহিলোহেঁতেন নে? তোমাৰ কথা বুজিলো। সি ইয়ালৈ অহা নাই। কিন্তু তোমাৰ চেনেহৰ জীয়ৰী পল্লৱী? তাই ক'ত আছে?

এই কথা শুনাৰ পিছতহে মানিক দাস বাস্তৱলৈ উভতি আহিল। উৰহীৰ গুৰিনো ক'ত এইবাৰহে বুজিলে। বুজি উঠিও বিনম্ৰভাৱে ক'লে,

: ককাইদেউ। আপুনি মিছাতে খং খাই আছে। ঘৰৰ ভিতৰত বহো আহক। চোতালত বৈ থাকিব নেলাগে। তাতেই সকলো ক'ম।

: নাই নবহোঁ। মই বহিবলৈ অহা নাই। কোবা পল্লৱী ক'ত আছে?

মানিক দাসৰো খং উঠিছিল। সি নিৰস কণ্ঠেৰে ক'লে—

: তাই ঘৰত নাই। যোৱা কালিয়েই কালাগৰ মাহীয়েকৰ ঘৰলৈ গৈছে।

হঠাৎ মহীধৰৰ খঙটো জামৰি চেঁচা হ'ল। সি তলমূৰ কৰিলে। বুকুখনো খালি খালি লাগিল। তাৰ পিচত দুবাৰ মান ধপধপালে।

: ক'লৈ যাব পাৰে বাৰু সি?

মহীধৰে খৰধৰকৈ চিন্তা কৰিলে। হঠাৎ মহীধৰৰ মনলৈ যেন কিবা এটা আহিল।

: কালাগ। কালাগ নামৰ গাওঁখন ডিংডিঙি গাঁৱৰ পূব দিশত। দুয়োখন গাঁৱৰ মাজতে আছে ডিঙাডিঙৰি বিলৰ অৱশিষ্ট দ' পথাৰ এখন আৰু মথুৰা চলা পথ।

দূৰ অতীতত এই মথুৰা চলা পথেৰে কালাপাহৰ নামৰ এজন হিন্দুবিদ্বেষী লোক হেনো কামৰূপলৈ আহিছিল। কালাগ নামৰ গাওঁখনতে চাউনি পাতি ওচৰে-পাজৰে থকা হিন্দু মানুহখিনিক অত্যাচাৰ কৰিছিল। হিন্দুৰ মঠ-মন্দিৰ নামঘৰ আদি ভাঙি তচ্‌নচ্ কৰিছিল। কালাপাহাৰে চাউনি পতা গাওঁ বাবেই শেষলৈ অঞ্চলটোৰ লোকে ঠাইখনক বুলিছিল কালিকা লগা গাওঁ। শেষলৈ কালাগ হ'ল। এতিয়াও বৰভাগৰ মানুহে কালাগৰ মানুহক 'কাল' বুলি কয়। কিশোৰহঁতেতো ফকৰাই বচিছে—

: কালেগা কাল,
মালোপাৰৰ মাল,
বৰভাগৰ মানুহ
সকলোতে ভাল।'

কালাগ গাওঁখন তাৰ ঘৰৰ পিচপিনে। বাৰীৰ জেওৰা পাৰহৈ দ' পথাৰখন পাৰ হ'লেই কালাগত উঠিব পাৰি। তেনেদৰে কালাগলৈ গ'লে কাৰো চকুত নপৰে।

প্ৰেমত বলিয়া মানুহে আনৰ দৃষ্টিত নপৰাকৈ প্ৰেমিক বা প্ৰেমিকাৰ সতে কথা পাতি

ভাল পায়। এই একে কাৰণতে পৰিৱাই হয়তো বাবীৰ জেওবা পাবহে কালাগলে গৈছে।

: চালা অধম। এজনী ছোৱালীৰ বাবে এই দুপৰীয়াখনত.......' বিৰবিৰালে মহীধৰে।

: ককাইদেউ কিবা কৈছে?

মানিক দাসে সোধা প্ৰশ্নৰ উত্তৰ নিদি মহীধৰ ঘূৰিল। অহাবাটে উভতি বেগাই খোজ দি চুবুৰীটো এৰালে। এচলীয়া পথেৰে মথাউৰিটোত উঠাৰ পিছতহে ভাগৰ লাগিল। জিৰাবলৈ মন হ'ল।

বুকুখনে ধপধপাইছিল। উশাহবোৰ খৰ হৈছিল। আঠু দুটাও টনটনাইছিল। এইবোৰৰ পৰা উপশম পাবলৈ সি থিয় হ'ল। সমুখলৈ চালে।

পূব আৰু পশ্চিমপাৰৰ মথাউৰি দুটাৰ মাজত বৈ থকা পাগলদিয়া নৈখন চকুত পৰিল। শীতৰ বাবে নৈখন জীৰ্ণশীৰ্ণ হৈ পৰিছে। নৈখনলৈ চাই থাকোঁতে এনে লাগিল, সেইখন যেন অতীতৰ চিনাকি নৈখন নহয়। শীতৰ দিনত নোখোৱা নোবোৱাকৈ কুছি মুছি মাটিৰ তলত বৈ থকা আৰু বাৰিষাৰ পানী দেখিলেই লেউ-লেউকৈ ওলাই আহি মানুহৰ তেজ শুহিবলৈ বৈ থকা এডাল চেলাপতি জোকহে।

(৪৪)

নৈৰ ঘাটটোলৈ যোৱা এচলীয়া পথটোৰে মহীধৰ অতি সাৱধানে মথাউৰীটোৰ পৰা নামিল। সাৱধান এইকাৰণেই হ'ব লগা হ'ল, কিয়নো ভৰি দুখন কঁপিছিল। শুকান মাটিও পিছল পিছল লাগিছিল।

হঠাৎ মনটো নিৰাশাৰে ভৰি পৰিল। মনলৈ আহিল পৰাশৰৰ কথা।

পৰাশৰ ঘৰলৈ আহিছে যদিও সি আজি মাক-দেউতাকৰ বাবে অহা নাই। অহাৰ কাৰণ হ'ল মহাপ্ৰভু জয়পাল। জয়পাল দেৱালয়ত মহাৰুদ্ৰ যজ্ঞ অনুষ্ঠিত হ'ব। সেই যজ্ঞত উপস্থিত থাকি মহাৰুদ্ৰৰ আশীৰ্বাদ ল'ব। এয়াই সিহঁতৰ মনোকামনা।

অথচ কিমান আশাৰে যে মহীধৰে তাক ডাঙৰ-দীঘল কৰিছিল। যোৱাবীয়েক অহল্যাক নিজৰ ঘৰলৈ আনি জীয়ৰীৰ দৰে মৰম কৰিছিল। কিন্তু এতিয়া সিহঁতে এই সকলোবোৰ.....।

মহীধৰৰ খোজবোৰ ঢিলা হ'ল।

মানিক দাসৰ ঘৰ বুলি ওলাওঁতে ভৰিত যিমান বল আছিল এতিয়া যেন আধাও নাই।

মনত পৰিল যোৱাবীয়েক অহল্যাই পৰাশৰৰ আগত কোৱা কিছুমান কথা। এইবোৰ কথা হয়তো কৌশল্যাই নেজানে। জনাহেঁতেন, নিজৰ জীয়ৰীতকৈও বেছি মৰম কৰা অহল্যা অহাৰ পিছত....।

হয় সিদিনা কিবা কাৰণত পৰাশৰ আৰু অহল্যাৰ মাজত কথা কটা-কটি হৈছিল। নিজৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰিবলৈ অহল্যাই কৈছিল—

: মই চহৰত ওপজা ছোৱালী। তোমাৰ দৰে খোঁৱোট গাঁৱত নহয়। মোৰ পৰিয়ালটো

হ'ল চহৰৰ এটা অভিজাত পৰিয়াল। সেই পৰিয়াল বংশ পৰম্পৰাৰ লগত তোমালোকৰ পৰিয়ালৰ অকণো মিল নাই। অৱশ্যে এই কথা মই অস্বীকাৰ নকৰো যে তুমি বোকাৰ পদুম নহয়। তোমাক লৈ গৰ্ব কৰিব পাৰি। কিন্তু মোৰ শৈশৱ, মোৰ কৈশোৰ আৰু যৌৱনত যি পৰিবেশ পাইছো সেইবোৰৰ কিবা এটা বাকু এইখন ঘৰত আছেনে?

কেঁচা ভেটিৰ ওপৰত টিনৰ চাল। পুখুৰীৰ নামত এটা খাল। বাঁহৰ চাঙৰ ওপৰত সজা পায়খানা। বাঁহৰ চোঁচৰ বেৰেৰে আবৰা বাথৰুম। কেইদিনমান বৰষুণ দিলেই এইবোৰৰ অৱস্থা কেনে হয় তুমি নিশ্চয় জানা। জোক, মহ, সাপ, বেঙৰ কথা নক'লোৱেই বা।

এটা সুস্থ পৰিবেশ নহ'লে মানুহে জানো অকল মৰমকে লৈ জীয়াই থাকিব পাৰে?'

অহল্যা ৰৈ গৈছিল।

পৰাশৰেও একো মতা নাছিল।

হয়তো পত্নীয়ে তাৰ সমুখত পিতৃৰ ঘৰখনৰ দৈন্য প্ৰকাশ কৰাৰ বাবে লাজ পাইছিল। প্ৰতিবাদ কৰি কথা ক'বলৈ সাহস কৰিব নোৱাৰি বোবা হৈ ৰৈছিল। নতুবা এক অপ্ৰীতিকৰ পৰিবেশে গা কৰি উঠিব বুলি ভয় খাইছিল।

অহল্যাই আকৌ কৈছিল—

ঃ মই জানো, এইবোৰ তুমি নুই কৰিব নোৱাৰা। আজি চাৰিবছৰে আমাৰ বংশৰ পৰম্পৰা আৰু তোমাৰ মান সন্মানলৈ চাই সকলো সহি আছিলো। কিন্তু এতিয়া নোৱাৰো।

অহল্যাৰ কথা নীৰৱে শুনি থকা পৰাশৰৰ দৰে মহীধৰেও শুনি আছিল। এবাৰ তাৰ ভাব হৈছিল— অহল্যাৰ কথাৰ প্ৰতিবাদ কৰিবলৈ। ভাৰতীয় সতী নাৰীসকলৰ উদাহৰণ দি ক'বলৈ মন হৈছিল পতি সেৱাইহে নাৰীৰ মূল ধৰ্ম। কিন্তু নোৱাৰিলে। মনলৈ আহিল এবাৰ কথা। নাৰীও মানুহ। নাৰীৰো নিজা মন এটা আছে। সেই মনৰ ইচ্ছাত বাধা দিয়াৰ অধিকাৰ কাৰো নাই। নাৰীৰ যিটো দেহক বিয়াৰ পিছত পুৰুষে নিজৰ বুলি ভাবি সকলো অধিকাৰ সাব্যস্ত কৰিব বিচাৰে সেই দেহৰ সুখ-দুখৰ প্ৰতিও পুৰুষজনে লক্ষ্য কৰা উচিত।

মহীধৰৰ ভাৱত যতি পেলাই ইয়াৰ পিচত অহল্যাই যি কথা ক'লে সেই কথা শুনিহে মহীধৰ উচপ্ খাই উঠিল। অহল্যাই কৈ উঠিলঃ আৰু শুনা। মোৰ নিজৰ অসুবিধা যিয়েই নহওক কিয় এইবোৰ মই সহ্য কৰি থাকিলোহেঁতেন। কিন্তু এতিয়া যিহেতু ঘৰৰ জনা-শুনা মানুহেই নিজৰ মান-সন্মানৰ কথা নাভাবি নকৰিবলগীয়া কাম কৰিবলৈ ওলাইছে, এতিয়া আৰু নোৱাৰিম। কাৰণ ইয়াৰ পিচত এই অঞ্চলৰ মানুহে মোকেই জগৰীয়া কৰিব।

ঃ তুমি এইবোৰ কি কৈছা অহল্যা? মই একো বুজা নাই।

পৰাশৰে কৈছিল।

ঃ তুমি নুবুজিবাই। কাৰণ তুমিনো ঘৰখনত কিমান সময় থাকা?

ঃ ভালদৰে কোৱাচোন?

ঃ পৱিত্ৰই ন-বোৱাৰী আনিব- তোমাক আৰু মোক উপেক্ষা কৰি।

ঃ কি?

: ওঁ।

: ক'ৰ পৰা? আৰু কাৰ ছোৱালী?

: পশ্চিম পাৰ ডিংডিঙিৰ। বাপেকৰ নাম মানিক দাস আৰু ছোৱালীজনীৰ নাম পল্লবী।

: সঁচাই?

: তোমাক মিছা ক'বলৈ মোৰ কি হৈছে?

: আমাৰ ঘৰত অসবৰ্ণ বিবাহ?

: হেঃ আমাৰ ঘৰ। তুমি এইয়া কি কৈছা? এইখন ঘৰ আৰু তোমাৰ ঘৰ হৈ থকা নাই। সেই অধিকাৰ তুমি কেতিয়াবাই হেৰুৱাইছা। বিশেষকৈ পবিত্ৰই ভেটেৰিনাৰী ডাক্তৰ হৈ অহাৰে পৰা। তাৰ কথামতেহে এতিয়া ঘৰখন চলে। তুমি গুৱাহাটীতহে অফিচাৰ এইখন ঘৰত নহয়। পশুৰ হ'লেও পবিত্ৰ সকলোতে ডাক্তৰ।

অহল্যাৰ শেষৰ কথাখিনি কাণত পৰাত মহীধৰে পুতেক বোৱাৰীয়েকৰ কথা শুনি থাকিব নোৱাৰিলে। নিজকে চোৰ চোৰ লাগিল। দুখ আৰু লাজত আঁতৰি পৰিল।

সমুখলৈ চালে মহীধৰে। আগত পাগলদিয়া নৈৰ পূব পাৰৰ মথাউৰিটো। ঘৰখনৰ কথা ভাবি ভাবি কেতিয়াযে নৈখন পাৰ হৈ আহিল ধৰিবকে নোৱাৰিলে। তেতিয়াই তাৰ মনত দোলা দিবলৈ ধৰিলে— বৈষ্ণৱ গুৰু এজনে ৰচনা কৰা বৰগীত এটাৰ সুৰ এটিয়ে—

মনৰ চিন্তা আঁতৰক বুলি গুণগুণালে—

: পাৱে পৰিহৰি কৰোহো কাতৰি  
প্ৰাণ ৰাখবি মোৰ।  
অথিৰ ধনজন জীৱন যৌৱন  
অথিৰ এহু সংসাৰ  
পুত্ৰ পৰিবাৰ সবহু অসাৰ  
কৰবু কাহেৰি সাৰ  
প্ৰাণ ৰাখবি মোৰ..........

(৪৫)

জয়পাল দেৱালয়ত মহাৰুদ্ৰ যজ্ঞ শেষ হ'ল।

তাৰ পিচৰ নিশা। ভালেমান পৰলৈ মহীধৰৰ টোপনি অহা নাছিল। কাণত পৰিল পৰাশৰ আৰু অহল্যাৰ কথোপকথন।

: জানা সোন। মায়ে আজি মোক কি কৈছে?

: কি?

: ৰৰাত পূজাৰ সময়ত মই হেনো আকৌ আহিব লাগে।

: তুমি কি ক'লা? আহিবানে?

: নাহো বুলিনো মাক কেনেকৈ কওঁ। অসুবিধা নহ'লে আহিম বুলি কৈছো। কিন্তু নাহোঁ।

: কিয়?

আজিকালিৰ নাৰীয়ে এই পূজা কৰাৰ কোনো অৰ্থ নাই।

: কিয় তেনেকৈ কৈছা? মই জনামতে এই পূজা অকল নাৰীৰহে। তোমালোকৰ দৰে মহিলাসকলে যদি এইবোৰ জীয়াই নাৰাখা এদিন এই নাৰী সংস্কৃতি সমাজৰ পৰাই লোপ পাব।

: পাওক লোপ। তাত মোৰ কোনো আপত্তি নাই। মাইত হ'ল আগৰ দিনৰ মানুহ। তেওঁলোকে অতীতক পাহৰিব পৰা নাই। সেয়ে অতীতৰ সংস্কৃতি এটাকে খামুচি আছে। এটি লুপ্তপ্ৰায় সংস্কৃতিক আমি ধৰি ৰাখিব খুজিলে হ'বনে?

: সংস্কৃতিটো লোপ পাব ধৰাত মাইতৰ দৰে নাৰীৰ কোনো দোষ নাই। দোষ তোমালোকৰ দৰে নাৰীসকলৰহে। যিসকলে আধুনিক যুগৰ বুলি কৈ নিজৰ অতীতক পাহৰিব বিচাৰে, অথচ পশ্চিমীয়া নাৰীসংস্কৃতিক আপোন কৰি ল'বলৈ মনে-প্ৰাণে কামনা কৰো।

পৰাশৰৰ কথা শুনি অহল্যা জাঙুৰ খাই উঠিল। চেপা কণ্ঠেৰে চিঞঁৰাৰ দৰেকৈ ক'লে,-

: তুমি তেনেকৈ ক'লে নহ'ব নহয়। যি সময়ত মানুহে মহাকাশত খোজ কাঢ়িছে, কল্পনা ছাওলাৰ দৰে নাৰীয়ে দিনৰ পিছত দিন মহাকাশত কটাইছে, সেই সময়ত অসমৰ নাৰীয়ে ধৰ্ম আৰু সংস্কৃতিৰ নামত অৰ্থহীন কিছুমান কাম কৰি সময় পাৰ কৰিবনে? সুভচেনী পূজা, ৰৰাত পূজা, অপেশ্বৰীৰ নাম, দধিমথন, পচেতি উঃ আৰু ক'ত কি যে নাৰী সংস্কৃতি। তাতে আকৌ যিমানবোৰ পালিবলগীয়া নিয়ম। ভাবিলেই বুকু কঁপে। হাত ভৰি কোচ খায়।

: কি নিয়মনো মাইতে পালে?

: শুনিবা? যিবোৰহে পালিবলগীয়া নিয়ম। ক'বলৈ ঘিন লাগে।

: ঘিন লাগে?

: তেনেকুৱাই।

: কোৱাচোন।

: বুজিছা। এনেয়ে আমাৰ মহিলাসকলে এই সংস্কৃতি এৰা নাই। এৰিছে মনৰ বিৰক্তিত। কওঁ শুনা। ৰৰাত পূজা কৰা নাৰীসকলে পূজাৰ সাতদিন আগৰ পৰা ব্ৰতত থাকিব লাগে। এই সাতদিনত গা তিয়াবহে পাৰে, চাবোন-চেম্পু আদি ব্যৱহাৰ কৰিব নোৱাৰে। গা-মূৰত তেল ঘঁহি, মূৰ আচুৰিব নোৱাৰে। নৈ বা পুখুৰীৰ পানীত মুখ চোৱাৰ

বাহিৰে আইনাত মুখ চাব নোৱাৰে। প্ৰতিদিনে নিৰামিষ আহাৰ খাব লাগে। এইবোৰৰ বাহিৰেও ব্ৰতীয়ে এই সাতদিনত নিজৰ গিৰিয়েকৰ লগতো শুব নোৱাৰে।'

অহল্যা ৰ'ল। নিশাৰ নীৰৱতাই দুয়োৰে কথোপকথনৰ মাজত যেন এখন পৰ্দাহে আঁৰি দিলে। কন্তেক বিৰতিৰ পিছত পৰ্দাখন আঁতৰাবলৈ মাতত উৎসুকতা সানি পৰাশৰে সুধিলেঃ

ঃ কোৱা আকৌ। ৰৈ গ'লা যে।

ঃ মুৰ্খ ক'ৰবাৰ....।

মহীধৰ অহল্যাৰ কথা শুনি উচপ্ খাই উঠিল। ভাবি উলিয়াব নোৱাৰিলে কথাৰ মাজতে তাই 'মুৰ্খ ক'ৰবাৰ' শব্দ দুটা কাৰ ক্ষেত্ৰত প্ৰয়োগ কৰিলে। ব্ৰতীৰ ক্ষেত্ৰত নে পৰাশৰৰ ক্ষেত্ৰত? যদিহে ধৰ্মান্ধ হৈ ব্ৰতীসকলে এইবোৰ কৰা বাবে শব্দ দুটা ব্যৱহাৰ কৰিছে, তেনেহ'লে ভাবিবলগীয়া একো নাই। কিন্তু......

মহীধৰ সজাগ হৈ ৰ'ল।

অহল্যাই আকৌ ক'লে।

ঃ তুমি যে কি মানুহ। দুটাকৈ সন্তানৰ বাপেকী হ'লা, অথচ এতিয়াও দকৈ একো ভাবি নোচোৱা। মইতো মাৰ দৰে যৌৱনে লগ এৰা তিৰোতা নহয় যে সাতদিন ধৰি শুকান কাঠ এডালৰ দৰে পৰি থাকিম। মোৰ দেহমনত সঞ্চিত কামনা বাসনাৰ কথা মাইতে কি বুজিব? এটা কথা জানি থোৱা, মই এনে ব্ৰত কৰিবও নোৱাৰো আৰু তোমাক এৰি অকলে শুবও নোৱাৰো।'

মহীধৰ আকৌ এবাৰ উচপ্ খাই উঠিল।

এইজনী বাৰু কি ধৰণৰ নাৰী? নিজৰ গিৰিয়েকৰ লগত সাতোটি নিশা শুব নোৱাৰিলে বুলিয়ে, সাতটা দিন দেহজাত কামনা-বাসনাৰ উপশম ঘটাব নোৱাৰিলে বুলিয়েই জানো যুগ যুগ ধৰি নাৰীসকলে পালন কৰি অহা পূজা বা ব্ৰতক ঘিন কৰিব পাৰে? কামনা-বাসনাত লালায়িত ঘৈণীয়েকৰ মনৰ ভাব বুজিব নোৱাৰিলে বুলিয়েই পৰাশৰ মুৰ্খ হ'বনে?

হয়। পৰাশৰ আৰু অহল্যাৰ মাজত প্ৰেম হৈছিল। বিয়াৰ আগতে প্ৰেম হ'লে সেই প্ৰেম সেই স্থায়ী হ'লে ইজনে সিজনৰ হেনো পৰম মিত্ৰ হয়। মিত্ৰতাৰ আপাহতে গঢ় লয় এখন সুখৰ সংসাৰৰ। তাৰ পিচতো জানো উপভোগ্য যৌৱনক লৈ মুৰ্খতাৰ অৱকাশ থাকে?

ভাৰতীয় দৰ্শনমতে পতিয়ে পত্নীক আৰু পত্নীয়ে পতিক সন্মান কৰা উচিত। এইয়াই সংসাৰ ধৰ্মৰ মূল কথা। অথচ পৰাশৰৰ ক্ষেত্ৰত আজি অহল্যাই বি কৰিলে...

হঠাৎ মহীধৰৰ মনত পৰিল কৌশল্যালৈ।

বিয়াৰ পিচতো সি কৌশল্যাক পত্নীৰ মৰ্যদা দিব বিচৰা নাছিল। তেতিয়াও তাৰ হৃদয় মন্দিৰত প্ৰেম পূজাৰ অধিকাৰিণী হৈ আছিল গোলনা কালীগঞ্জৰ প্ৰতিমা। সেইজনী প্ৰতিমাক আঁতৰাই কৌশল্যাই তাৰ বুকুৰ মাজত ঠাই ল'লে। দুটি সন্তানৰ মাতৃও হ'ল। কিন্তু আজিলৈ কৌশল্যাই ভুলতেও তাৰ দোষ খুচৰা নাই। এক অনাবিল ভালপোৱা আৰু বন্ধুত্বৰ দাবীৰে

প্ৰতিটো পলতে কৌশল্যাই প্ৰেমৰ বন্তিগছি জ্বলাই ৰাখিছে। নাতি-নাতিনীক কোচত লৈও তাক কোনোদিনেই তুমি বুলি সম্বোধন কৰা নাই। হেজাৰ আনন্দ হেজাৰ বিষাদৰ মাজতো তাক সন্মান যাচি আপুনি বুলিহে সম্বোধন কৰে।

কিন্তু পৰাশৰ আৰু অহল্যাৰ মাজত আজি কি ঘটিছে? আজি তুমি কাইলে তই আৰু শেষত যদি। মহীধৰৰ ভাৱনাত কেনা লাগিল।

আকৌ তাৰ মনলৈ আহিল, কৌশল্যাৰ অতিকৈ ওচৰ চপাৰ কিছুদিন পিছৰ নিশা এটিৰ কথা।

প্ৰতিনিশাৰ দৰে সিদিনাও সি আগতে শুইছিল। শোঁওতে ভাবিছিল অইন দিনৰ দৰে কাম কাজ সামৰি কৌশল্যাই কুকৰি কুকৰি তাৰ বুকুৰ মাজত সোমাবহি। কিন্তু সিদিনা সি ভবাৰ দৰে নহ'ল। শেষত তাৰ অপেক্ষাকৃত মনৰ বেদনা আঁতৰাই তাই আহিল। চাকিগছি নুমুৱাই বিছনাত উঠিল যদিও সিদিনা তাই বুকুৰ মাজত সোমাব নিবিচাৰিলে। তাৰ পিনে পিঠি দিহে শুলে।

কৌশল্যাৰ ব্যৱহাৰত মহীধৰ আচৰিত হ'ল। ইমান সময়ে তাৰ দেহমন পুৰি থকা জ্বলা জুইকুৰাত কৌশল্যাই যেন পানীহে ঢালিলে। শীতলতাত শিহৰি উঠিল। মুখত চুণ দিয়া জোকৰ দৰে প্ৰতিটো অঙ্গই কোচ খাই গ'ল।

এন্ধাৰৰ নীৰৱতাৰ মাজত সময়বোৰ পাৰ হ'ব ধৰিলে। হঠাৎ অনুভৱ হ'ল জগা কাঠৰ দৰে পৰি থকা কৌশল্যাৰ হতদুখন যেন লৰিছে। হাতৰ ঠাৰিৰ খাৰু কেঁইপাতৰ ৰুণজুন শব্দ উঠিছে। সেই শব্দ বন্ধ কৰিবলৈ এখনৰ পিছত আনখন হাতেৰে খাৰু কেঁইপাত পিছলাই কিলাকুটিৰ পিনে ঠেলি দিছে। দেহাটো লৰাইছে, মানুহজনী ঘূৰিছে তালৈ মুখ কৰি, তাৰ বুকুৰ মাজলৈ লক্ষ্য কৰি চুচৰি চুচৰি আগবাঢ়ি আহিছে। এসময়ত তাই তাৰ বুকুৰ মাজত সোমায় পৰিল। সিও ৰ'ব নোৱাৰিলে। দুয়ো দুয়োৰে বাহুৰ মাজত বান্ধ খায় পৰিল।

: সোনটো মোৰ।

: কৌশল্যা......।

: মই আপোনাক এবাৰ কথা কওঁনে?

: কোৱা সোন।

: আজিৰ পিচত আৰু সাতদিন আপুনি মোলৈ অপেক্ষা নকৰিব।

কৌশল্যাৰ কথা শুনি মহীধৰৰ এনে লাগিল, সিহঁত শুই থকা বিছনাখনে যেন টলমল কৰি কঁপিব ধৰিছে। তাই যেন তাৰ ওপৰত প্ৰতিশোধ ল'ব খুজিছে। মনত সাহস গোটাই সি সুধিলে,

: সোণজনী মোৰ। দুটি দেহ, দুটি মন এক হোৱাৰ পিচতো তুমি মোক কিয় কষ্ট দিব খুজিছা?

: শুনিবনে?

: কিয় নুশুনিম?

: এইবাৰ মই ৰবাত পূজা কৰিব খুজিছো। ৰবাতৰ 'ধাঁঠ' কাইলৈৰ পৰা আৰম্ভ হ'ব। সেয়ে কাইলৈৰ পৰা আপোনাৰ সতে শুবও নোৱাৰিম।

কৌশল্যাৰ কথা শুনাৰ পিচত মহীধৰৰ বুকুৰ মাজত ডাঠমৰা বেদনাখিনি কিছু পাতলিল। সি সুধিলে,

: ধাঁঠ বাৰু লাগিব। ৰবাত পূজাও তুমি কৰিবা। কিন্তু কাইলৈৰ পৰা মোৰ সতে কিয় শুব নোৱাৰা?

: এইয়া মাৰ আদেশ।

: নিজৰ পতিৰ সতে পত্নীয়ে শুব নোৱাৰা ব্ৰত আৰু পূজা নকৰিলেনো আমাৰ কি হ'ব?

হঠাৎ কৌশল্যা চমকি উঠিল। তাইৰ কোমল আঙুলি কেইটাৰে তাৰ মুখখন জপাই ধৰি ক'লে—

: সোনটো মোৰ তেনেকৈ নক'ব। মহামায়া বনদুৰ্গা উকনি বুঢ়ীয়ে আমাৰ দোষ ধৰিব। এটা কথা ভাবি চাওকচোন বছৰৰ মাত্ৰ সাতটা দিনতো যদি আমি যৌনসুখ উপভোগ নকৰাকৈ থাকিব নোৱাৰো, তেনেহ'লে আপদ-বিপদৰ দিনত আমি বাৰু কি কৰিম? আমাৰ চৰিত্ৰ আৰু সুচিতাত তেতিয়া কেৰোণ লগাৰ সম্ভাৱনা নাথাকিবনে?

মাই কোৱা মতে এই ব্ৰতৰ দ্বাৰা নাৰীসকল হেনো সংযমী হ'ব পাৰে। হ'ব পাৰে সতীত্বৰ অধিকাৰী। গতিকে সোন। এই দিন কেইটাত অধৈৰ্য্য হৈ আপুনি মোৰ ব্ৰতত বিঘিনি নঘটাব।

ইয়াৰ পিচত আৰু মহীধৰে একো কোৱা নাছিল। কিন্তু ৰবাতপূজা শেষ নোহোৱালৈ সেই সাতটা দিন সাতটা ৰাতি তাৰ নাবায় নুপুৰাই যেন লাগিছিল।

অথচ বোৱাৰীয়েক অহল্যা?

আজি সি তাইৰ মুখত কি শুনিছে?

মহীধৰৰ মন নহ'ল — কৌশল্যাৰ সতে অহল্যাক তুলনা কৰিবলৈ। নিদ্ৰাক আহ্বান কৰি গালে—

: ওম শয়নে পদ্ম নাভশ্চ......

(৪৬)

মাঘী প্ৰভাতী ৰ'দে চোতাল চেলেকিছিল।

প্ৰাতঃকৃত্য সমাপন কৰি বাৰান্দাৰ চকীত বহিল মহীধৰ। এনেদৰে বহাৰ পিছতে কৌশল্যাই চাহকাপ দি যায়হি। আজিও চাহকাপৰ অপেক্ষা কৰি ৰ'দে চেলেকা চোতালখনলৈ চাই ৰ'ল।

বৰ বেছি সময় ৰ'ব লগা নহ'ল। কৌশল্যা আহিল। হাতত চাহকাপ তুলি দিলে।

চাহকাপ লওঁতে কৌশল্যালৈ চালে। চাবি চকুৰ মিলনত বহুত কিবা কিবি যেন দুয়ো বুজি পালে।

কৌশল্যা গ'লগৈ।

চোতালত পিয়াপি দি থকা প্ৰভাতী ৰ'দৰ সোণালী আভাই চাই চাই চাহৰ কাপত চুমুক দিলে মহীধৰে। ঠিক তাৰ পাছতে চোতালত থিয় হ'লহি নাতিয়েক পঙ্কজ।

তাৰ সোঁহাতত এখন মোনা। মোনাখন সামগ্ৰীৰে ভৰা। ওজনো হয়তো বেছি আছে। কাৰণ মোনাখন কঢ়িয়াওতে তাৰ দেহটো বাওপিনে হালি পৰিছে। সি মাজ চোতালত। হাতৰ বেগখন মাটিত থ'লে। তাৰ পিচত চিঞঁৰি উঠিল।

ঃ আইতা, মোনাখনত এইবোৰ কি দিছা। ইমান বেছি ওজন হৈছে। ডাঙিবকে নোৱাৰি।

চিঞঁৰি থাকিয়েই হাতৰ তলুৱাখনলৈ চালে। কোমল হাতৰ তলুৱাখন ৰঙা পৰিছে। সেইখনলৈ সি ৰ লাগি চালে কিছুসময়।

নাতিয়েকৰ অৱস্থা দেখি মহীধৰৰ মনটোৱে হাঁহিলে। মনলৈ ভাব আহিল অধিক মৰম পালে যৌৱন কালত মানুহৰ গাল-মুখ ৰঙা পৰে। আজি পঙ্কজৰ আইতাকে পুত্ৰ-বোৱাৰী নাতি-নাতিনীৰ মৰমত মোনাখনত অধিক বস্তু ভৰাই দি পঠোৱা বাবে তাৰ হাতৰ তলুৱা ৰঙা পৰিছে।

মহীধৰৰ মনলৈ আহিল কৌশল্যাৰ কথা।

কৌশল্যাই জানো, পুত্ৰ-বোৱাৰী, নাতি-নাতিনীৰ পৰা আৱশ্যকৰ সময়ত এধানি মৰম পাব? মানুহৰ কৰ্মক্ষমতা আঁতৰি গ'লেই, পৰমাত্মীয় সকলোচোন পৰ হোৱা যেন লাগে। বুঢ়া হ'লেই বোজা বুলি ভাবে।

'ধপ'কৈ উঠা শব্দ এটি পদূলি মুখৰ পৰা ভাঁহি আহিল। হঠাৎ শব্দটো শুনি মহীধৰ উচপ খাই উঠিল। কিছু চিন্তা কৰাৰ পিছতহে বুজিব পাৰিলে যে পঙ্কজে মোনাখন গাড়ীৰ 'ডিকি'ত থৈ ডিকিখন বন্ধ কৰিছে।

চাহৰ কাপত শেষ শোহাটো মৰাৰ আগতে পঙ্কজ আকৌ উভতি আহিল। চোতালত থিয় হৈ চিঞঁৰি সুধিলে,

ঃ আইতা, গুৱাহাটীলৈ নিবলৈ আৰু কিবা আছে নেকি?

ঃ আছে, আছে। লৈ যা আহি।

নাতিয়েকক ক'বলৈ বুলি কৌশল্যা যেনিবা বৈ হে আছিল তেনে ভাব হ'ল।

আকৌ এবাৰ মহীধৰ চমকি উঠিল।

তাৰ কাণৰ ভিতৰত যেন পোক এটিহে সোমাল। ঝিটিকা পোকৰ দৰে ঝিটিকি ৰহাৰ পৰা উঠিল। তাৰ পিচতো কাণ পাতি শুনালে।

হয় সি বহি থকা ঠাইৰ পিছপিনৰ কোঠাটোত বেৰৰ সিপাৰে পৰাশৰ আৰু অহল্যাই ফিচ্‌ফিচ্‌কৈ কথা পাতিছে। কিবা যেন গোপন কথা।

কথাবোৰ শুনিব বুলি ভয় লাগিল। আজি আৰু সিহঁতৰ কথা শুনিব নিবিচাৰে। শুনি বুকুৰ বেদনা বঢ়াব নোখোজে। এইবোৰ কথা শুনাৰ আগতে সিহঁত গুৱাহাটীলৈ যাওঁকগৈ।

চাদৰ খালি কাপটো থ'লে সি।

খৰধৰকৈ বাৰান্দাৰ পৰা চোতাললৈ বুলি নামিল। তাৰ সন্মানত অস্থিৰহে চোতালত স্থবিৰ হৈ বৈ থকা বতাহখিনিও যেন চঞ্চল হ'ল। আহাৰ বিচাৰি চোতালত চৰি ফুৰা পাৰজোৰে ভয়ত উৰা মাৰিলে। গোলাপজুপিৰ তলত হাতোৰা মেলি ৰ'দৰ উমলৈ থকা মেকুৰীটোৱে উঠি দৌৰ মাৰিলে।

অলপ পিচতহে মহীধৰৰ ভাব হ'ল সি বাৰু এতিয়া ক'লৈ যাব? থমকি ৰ'ল। চিন্তা কৰিলে খৰধৰকৈ। তাৰ পিচত ঠিক কৰিলে মূৰ্তি সজা চালিখনৰ তললৈ যোৱাৰ।

কেইটামান মুহূৰ্ত।

কাবোবাৰ বাবে অকন সময়। সেইকণ সময়ৰ পিচতে সি চালিখনৰ তল পালে। যিখন চালিৰ তলত তাৰ কৰ্মময় জীৱনৰ বহুসময় বহুদিন পাৰ হৈছে। যিখনৰ তলত সোমালে তাৰ সময়ৰ অভাৱ হয়। যিখনৰ তলতে তাৰ হাতৰ পৰশত প্ৰাণ পাব খোজে জড় পদাৰ্থৰে সৃষ্ট মূৰ্তিসমূহে। সিহঁতে কথা ক'ব খোজে, কিন্তু ক'ব নোৱাৰে। সিহঁতে হাঁহে কিন্তু শব্দ নুঠে।

মহীধৰ মোৰাটোত বহিল।

তাৰ সমুখত দেৱী সৰস্বতীৰ মূৰ্তি এটা।

মূৰ্তিটোৰ পদতলত এটি ৰাজহংস। হাঁহটোৱে যেন পাখিমেলি উৰি যাব খুজিও দেৱীৰ আদেশলৈ অপেক্ষা কৰিছে।

পদ্মাসনত উপবিষ্ট দেৱীৰ ভৰি এখন হাঁহটোৰ পিঠিত। দেৱীৰ লাৱনি কোমল ৰক্ত চন্দন মাখিত ভৰি পতাত তিৰবিৰোৱা এধাৰি পায়েল।

মহীধৰে দৃষ্টি উজাই নিলে।

শুভ্ৰ বস্ত্ৰ পৰিহিত দেৱীৰ ভৰিৰ কলাফুলৰ পৰা উৰুলৈকে, হাতীৰ শুৰৰ দৰে ক্ৰমান্বয়ে ডাঙৰ হৈ গৈ জিলিকি আছে। তাৰ ওপৰতে জতৰা আৰু চিয়া কৰকালখন। পিচত পিনোৰত বক্ষ। বহল কান্ধৰ ওপৰত হংসগ্ৰীৱা অতিক্ৰমী, কিৰীটি আৰু কুণ্ডল শুশোভিত পৰম স্নেহময়ী পৰম মমতাময়ী মুখমণ্ডল। বীণা পুস্তক শুশোভিত লাহী হাতৰ ঠাৰি আৰু লিহিৰী আঙুলি।

মূৰ্তিটোৱে যেন চেনেহভৰা মোহনীয়া হাঁহিৰে আলে চাই ৰহি আছে। নম্ৰ হাঁহে হাঁহেহে কৰিছে অথচ হাঁহ নাই, মাতে মাতো কৰিছে অথচ মাত নাই। হাতত থকা বীণাৰ তাঁৰত লিহিৰী আঙুলি বুলাইছে, কিন্তু সুমধুৰ সুৰৰ মূৰ্চ্ছনাই তাৰ কাণত হেপোলানি তোলা নাই।

মন্ত্ৰাবিষ্টৰ দৰে মহীধৰে মূৰ্তিটোলৈ চাই ৰ'ল। তেনেদৰে চাই থাকোঁতেই কোনোবাই যেন কাণৰ কাষত আহি গুণগুণাই গালে,-

ঃ এ মুখেৰ পানে

চাহিয়া ৰয়েচ

কেন গো অমন কৰে

তুমি চিনিতে নাৰিবে

বুঝিতে নাৰিবে মোৰে।'

হঠাৎ মহীধৰৰ মনত কিবা এক খেলি-মেলিৰ ভাবৰ সৃষ্টি হ'ল। এনে লাগিল সমুখৰ মূৰ্তিটো যেন সৰ্বলোকৰ জ্ঞান-দায়িনী দেৱী সৰস্বতীৰ মূৰ্তি নহয়। পূৰ্ববঙ্গৰ ৰংপুৰ জিলাৰ গোলনা কালীগঞ্জৰ প্ৰতিমাৰ খনিকৰ সূৰ্যকান্ত সম্মানিতৰ জীয়ৰী প্ৰতিমাৰহে।

মূৰ্তিটোৰ মাজতে প্ৰতিমাক বিচাৰি চাই ৰ'ল এক মনে এক ধ্যানে নয়ন জুৰোৱাকৈ-- হৃদয় ভৰালৈকে।

ঃ ককা। অ ককা।

মহীধৰ যেন গভীৰ টোপনিত। সেই টোপনিৰ আলজাল আঁতৰাই কাৰোবাৰ মাতত কাঁৰোবাৰ আকুল আহ্বানত জাগি উঠিবলগীয়া হৈছে। গোলনা কালীগঞ্জৰ প্ৰতিমাই নিজৰ অপৰূপ মায়াজালেৰে অৱশ কৰি তাক ধৰি ৰাখিব নোৱাৰা হৈছে। বিফল হৈ তাই আঁতৰি যাব খুজিছে। মহীধৰেহে দৃষ্টিৰ পৰিসৰৰ ভিতৰৰ পৰা প্ৰতিমাক আঁতৰি যাব দিয়া নাই। অথচ ককা ককাকৈ চিঞৰি মতা মাতটোৱে দৃষ্টিৰ আৱৰ্তৰ সীমা ভাঙি চূৰ্ণ-বিচূৰ্ণ কৰিব বিচাৰিছে। টানি আনিব বিচাৰিছে সপোন জগতৰ পৰা বাস্তৱৰ জগতখনলৈ।

হঠাৎ প্ৰতিমা হেৰাই গ'ল।

সমুখত ৰৈ থাকিল সি সজা সৰস্বতীৰ মূৰ্তিটো। পিছফালে নাতিয়েক পঙ্কজ। পঙ্কজে তাৰ কান্ধত ধৰি জোকাৰি মাতিছে সুধিছে,

ঃ ককা, অ ককা, মূৰ্তিটোলৈ চাই ইমান তন্ময় হৈ কি ভাবি আছা?

বাস্তৱলৈ উভতি আহিল মহীধৰ।

চালে, নাতিয়েকৰ মুখলৈ। কৈশোৰ পাৰ কৰিব খোজা বয়সৰ নাতিয়েকৰ স্বভাৱ যেন এতিয়াও শৈশৱৰ দেওনাতে আছে। অলপ হেচুকি দিলেই ধৈৰ্য্যহাৰা হ'ব।

পঙ্কজক নিৰাশ নকৰিবলৈ সি নিজৰ মনৰ ভাব লুকুৱালে। দুই ওঠত মৃদু হাঁহি বিৰিঙাই ক'লে—

ঃ কিনো ভাবিম অ'। মূৰ্তিটোৰ দেহত ক'ত কেনে অলঙ্কাৰ দিলে শুৱাব তাকে ভাবি চাই বহি আছো।

ঃ ককা।

ঃ হোঁ।

ঃ এই মূৰ্তিবোৰ ইমান ধুনীয়াকৈ কেনেকৈ সজোৱা? চাই থাকিলেচোন হেপাহ নপলায় আৰু সঁচা সঁচাযেন লাগে। আচল কথাটো কোৱাচোন ককা।

পঙ্কজৰ শিশুসুলভ কথা শুনি মহীধৰৰ হাঁহি উঠিল। হাঁহি সামৰি ক'লে,

ঃ মইতো ধুনীয়া কৰিব নোৱাৰো। ধুনীয়া নিজে নিজেই হয়। আৰু পিচত সেইবোৰ মানুহৰ চকুত ধৰা দিয়ে।

ঃ মই যদি যত্ন কৰো, ধুনীয়া মূৰ্তি সজাব পাৰিমনে?

ঃ ও পাৰিবাতো। যত্ন তথা চেষ্টাৰ অসাধ্য একো নাই।

ঃ কিন্তু ককা।

মহীধৰে দেখিলে পঙ্কজৰ মুখখনক যেন বিষাদৰ ছাঁ এটিয়ে আৱৰি ধৰিলে। কিয় এনে হ'ল জানিবলৈ বুলি মহীধৰে সুধিলে.....

ঃ পঙ্কজ। কিন্তু বুলি কৈ তুমি যে বৈ গ'লা, কিয়?

ঃ জানা ককা আপোনাৰ দৰে প্ৰতিমাৰ খনিকৰ এজন হ'বলৈ মোৰ বৰ হাবিয়াস আছিল। কিন্তু মাই মোক মাটি চুবলৈকে নিদিয়ে সদায়ে কয় এইবোৰ হেনো সৰু মানুহৰহে কাম। আপুনি হেনো মূৰ্তি সাজি জীৱনত একো কৰিব নোৱাৰিলে। আনকি থকা ঘৰটোও ভালকৈ সজাব নোৱাৰিলে। অকল পেটৰ ভাতকেইটাহে বোলে খাবলৈ পাইছে।

পঙ্কজৰ কথা শুনি মহীধৰৰ বুকুখনো বেদনাত গধুৰ হৈ পৰিল আৰু এসময়ত চিঞঁৰি চিঞঁৰি ক'বৰ মন হ'লঃ হয়নে, এই প্ৰতিমা সজা কাম সৰু মানুহে অকল পেটৰ ভাত মোকলোৱাৰ বাবেহে কৰেনে? তই মাৰক সুধিবিচোন পৰাশৰে আজি কাৰ টকাৰে পঢ়ি শুনি অফিচাৰ হৈছে? পবিত্ৰক কোনে গুৱাহাটী পশু চিকিৎসা মহাবিদ্যালয়ত পঢ়ুৱাই ডাক্তৰ কৰিলে? মূৰ্তি সাজি পোৱা ধনখিনি পৰাশৰ আৰু পবিত্ৰৰ পঢ়াশুনাৰ নামত খৰচ কৰিব নলগা হ'লে তিনি চাৰিটা পকা ভেটিৰ ঘৰ পায়খানা বাথৰুম আদি সাজিব পাৰিলোহেঁতেন নে নাই?'

কিন্তু মহীধৰে একো নামাতি মনে মনে ৰ'ল। সি নিমাতে থকা দেখি পঙ্কজে আকৌ ক'লেঃ

ঃ ককা, মাই আকৌ কি কয় জানে? কয় বোলে পঢ়ি শুনিহে বোলে মানুহ হ'ব পাৰি। সেয়ে পুৱাৰে পৰা গধূলিলৈ কেৱল পঢ়াৰ কথাহে কৈ থাকে। বেছি পঢ়িলেহে মই হেনো দেউতাতকৈ ডাঙৰ মানুহ হ'ব পাৰিম।

ঃ কথাবোৰ মিছা নহয়।

কওঁ নকওঁকৈ মহীধৰে পঙ্কজৰ মাকৰ কথাতে সমৰ্থন জনালে। মাতৃ আৰু পুত্ৰৰ মাজত যাতে বিভেদৰ সৃষ্টি নহয় সেই কামনাৰে পঙ্কজৰ মুখলৈ চাই ৰ'ল।

ঃ কিন্তু ককা মোৰো যে মন এটা আছে সেই কথা বাৰু মাই কিয় নাভাবে?

এইবাৰ নিমাত হৈ ৰ'ল মহীধৰ। উদাস দৃষ্টিৰে পঙ্কজৰ মুখলৈ পৰখি চালে।

কৈশোৰক ঠেলি আঁতৰাবলৈ যৌৱনে পঙ্কজৰ দেহত সাৰ-পানী ছটিয়াবলৈ আৰম্ভ কৰিছে। নাকৰ তলত সোনবৰণীয়া গোঁফ খুটিয়াবলৈ আৰম্ভ কৰিছে। যোৱতী নৈৰ দুকুৰেলি বাঢ়ি আহিব ধৰা জলধাৰাৰ দৰে পিতৃ পুৰুষৰ পৰা পাব পৰা সকলো ৰূপ তাৰ দেহত প্ৰকট হ'বলৈ ধৰিছে। সুযোগ-সুবিধা পালে জন্মসূত্ৰে পূৰ্বপুৰুষৰ পৰা পোৱা প্ৰতিভাও সি

প্ৰকাশ কৰি দেখুৱাব পাৰিলেহেঁতেন। কিন্তু এতিয়া তাৰ সকলো গুণ তথা প্ৰতিভা চোক থকা কটাৰী এখন বহুদিন মাটিত পেলাই থোৱাৰ পিছত মামৰে ধৰাৰ ফলত নকটা হোৱাৰ দৰে হৈছে। কাৰণ পঙ্কজৰ মন আৰু প্ৰাণৰ কথা বুজিবলৈ আজি তাৰ অভিভাৱকৰ সময় নাই।

অকল পঙ্কজৰ ক্ষেত্ৰত কিয়?

আজিৰ যুগটোৱেই এনেদৰে গতি লৈছে। সকলো অভিভাৱকেই মাউথে উটিবলৈ লৈছে। কোনো এজনে কিবা এটা কামত সফলতা লভা দেখিলেই তাৰ বেয়া ভাল নিবিচাৰি নিজৰ সন্তানে পাৰিবনে নোৱাৰে এইবোৰ বিচাৰ নকৰাকৈয়ে সন্তানসকলৰ মনক কেইদিন মানলৈ সেইপিনে আকৰ্ষিত কৰোৱাই সেই বিদ্যা আহৰণ কৰিবলৈ লগাই দিয়ে। শেষত প্ৰায়ভাগৰ ক্ষেত্ৰতে সেই সন্তানসকলৰ বাবে সেই বিদ্যা বুমেৰাঙৰ দৰে হৈ পৰে।

মহীধৰে নিমাতে থকা দেখি পঙ্কজে আকৌ ক'লে,

ঃ ককা। আমি আজি গুৱাহাটীলৈ যাম নহয়।

ঃ মই অনুমান কৰিছো।

কথাষাৰ মহীধৰে নিস্পৃহভাৱে ক'লে যদিও একেসময়তে কিবা এটি বেদনাত বুকুখন দেই যোৱা যেন পালে। মনত পৰিল গোলনা কালীগঞ্জত মুখস্থ কৰা কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ এফাঁকি কবিতা—

ঃ যাৰ কাছে আসি<br>
তাৰ কাছে শুধু<br>
হাঁহাকাৰ ৰেখে যায়।'

(৪৭)

পঙ্কজ তাৰ কাষৰ পৰা গ'লগৈ।

মহীধৰে মূৰ্তিৰ কাম কৰো বুলি ভাবিলে যদিও মন বহুৱাব নোৱাৰিলে। বাৰে বাৰে খোকোজা লাগিল।

অহল্যা আৰু কৌশল্যাৰ মুখ দুখন সমুখেৰে অহা-যোৱা কৰিব ধৰিলে।

দুয়োজনীয়েই নাৰী। দুয়োজনীয়েই মাতৃ। অথচ দুয়োজনীৰ মানসিকতাত কিমান যে প্ৰভেদ। কিয় এনে হয় বাৰু? সকলো নাৰীয়েই একেদৰে সন্তান সম্ভৱা হয়। একে ধৰণেৰে সন্তানক জনম দিয়ে। সন্তানক ডাঙৰ দীঘল কৰাতো একেই কষ্ট। তাৰ পিছতো এজনীয়ে ল'ব পাৰে বিশ্বমাতৃত্বৰ ভাব আৰু এজনী কিয় স্বাৰ্থপৰ হয়। কিয়? কিয়??

বহুসময় ধৰি ভাবিলেহে ভাবিলে উত্তৰ হ'লে নাপালে।

মনত পৰিল কিছুদিন আগৰ এটি ঘটনা।

হয় সিদিনাও সি ব্রাহ্মমুহূৰ্ত্তে বিছনা এৰিছিল। প্ৰাতঃকৃত্য সমাপন কৰি সোমাইছিলহি এইখন চালিৰ তলতে।

সময় আগবাঢ়িল, কামো আগবাঢ়িবলৈ ধৰিলে। তেতিয়াই কাণত পৰিলহি বাঢ়নীৰ সৰৌপ সৰৌপ শব্দ। সি কাণপাতি শুনালে সেই শব্দ। কাৰ হাতৰ বাঢ়নীৰ শব্দ সেইয়া? কৌশল্যা নে অহল্যাৰ? শব্দৰ প্ৰখৰতা বৃদ্ধি পোৱাত বুজিব পাৰিলে, সেইজনী তাৰ পত্নী কৌশল্যাহে, বোৱাৰীয়েক অহল্যা নহয়।

এইখন ঘৰলৈ বোৱাৰী হৈ আহি অহল্যাই যে এইবোৰ কাম কৰা নাছিল এনে নহয়। কৰিছিল, কিন্তু পিছলৈ বাদ দিলে। পৰাশৰেই কাম কৰা ছোৱালী এজনী আনি দিলে। কিন্তু অহল্যা গুৱাহাটীলৈ যোৱাৰ সময়ত তাইকো লগত লৈ গ'ল। পিচত ঘৰখনৰ সকলো কাম কৰিবলগীয়া হ'ল কৌশল্যাই।

হাতৰ বাঢ়নীপাতৰ সতে কৌশল্যা চালিখনৰ তললৈ আহি তাক আঁতৰাই মজিয়াখন সাৰিলে। ভুঁহৰাখিনি বাহিৰত পেলাই আকৌ তাৰ কাষ চাপিল। সমুখত থকা মূৰ্তিটোত দৃষ্টি থাপি ক'লে—

: মোক শুৱলৈ দি আপুনি কেতিয়াবাই বিছনা এৰিছে— নহয়নে? মোকো মাতি দিলে কিনো মহাভাৰতখন অশুদ্ধ হ'লহেঁতেন? মইহে জানো ঘৰখনত কিমান কাম।

কৌশল্যাৰ কথা শুনি মহীধৰ আচৰিত হ'ল। মানুহজনীয়ে টোপনিৰ পৰা জগাই নিদিয়া বাবে তাৰ ওচৰত অভিযোগ দিছে যদিও কাম কৰিব লগা বাবে আক্ষেপ কৰা নাই। তাইৰ কথাত মন্তব্য নিদি সি এনেয়ে মাতিলে—

: কৌশল্যা।

: হু।

মূৰ্তিটোলৈ চাই থাকিয়েই তাই সিয়াঁৰিলে

: তুমি মোক

কৌশল্যাই একো নুবুজি খকামকাকৈ সুধিলে

: আপোনাক কিবা লাগিব?

: নেলাগে।

: তেনেহ'লে?

: বোৱাৰীজনী ঘৰতে আছে। দুয়ো কামবোৰ ভগাই নকৰা কিয়? নে কিবা...?

লগে লগে কৌশল্যাই কোনো উত্তৰ নিদিলে। এজনী মূৰ্খ তিৰোতাৰ দৰে ভেবা লাগি তাৰ চকুলৈ চাই থাকিল। পিচত বিৰবিৰকৈ ক'লে,

: তাই আপোনাৰ হে বোৱাৰী, মোৰ কিন্তু নহয়। এটি কথা ভাবকচোন তাই বিয়েনীৰ উদৰত থিতাপি নলৈ যদি মোৰ উদৰত থিতাপি ল'লেহেঁতেন আৰু পৰাশৰ যদি....। আৰু আজি সিহঁত আমাৰ ঘৰলৈ পুত্ৰ-বোৱাৰী হৈ নাহি নাতি-নাতিনীৰ সতে জী-জোঁৱাই হৈ আহিলহেঁতেন। তেতিয়া?

বচ। তাৰপিছত মহীধৰে কৌশল্যাক আৰু একো নক'লে। অৱশ্যে কৌশল্যাৰ আগত যে ক'ব পৰা কথা নাছিল এনে নহয়। পৰাশৰ আৰু অহল্যাই গভীৰ নিশা পতা কথাবোৰ উগাৰিব পাৰিলেহেঁতেন। কিন্তু একো নক'লে। এইবোৰ কৈ কৌশল্যাৰ মহান মাতৃহৃদয়ত বেদনাৰ দাগ বহুৱাব নিবিচাৰিলে।

ঃ ককা অ ককা।

উভতি চালে মহীধৰে। তাৰ পিছপিনে বৈ মাতিছেহি নাতিনীয়েক অঞ্জনাই। তাইৰ দেহটোক আবৰি আছে এটি ফুটফুটীয়া ফ্ৰকে। মহীধৰৰ উত্তৰলৈ অপেক্ষা নকৰি তাই কৈ গ'ল।

ঃ ককা। আমি গুৱাহাটীৰ ঘৰলৈ যাবলৈ ওলাইছো। তুমি আমাৰ ঘৰলৈ যাবা দেই। আইতাকো লৈ যাবা। পবিত্ৰ খুড়াক নেপালো। ক'লৈ বা গৈছে। আহিলে আমি যোৱা বুলি ক'বা আৰু......বুলি কৈ অঞ্জনা বৈ গ'ল। কিবা যেন ভাবিলে। তাৰ পিচত ক'লে,

ঃ থাকক দিয়া। কিবা এটা ক'ম বুলি ভাবিছিলো। পিচে পাহৰি গ'লো। আমাৰ ঘৰলৈ যাবা দেই...।

চালিখনৰ তলৰ পৰা ওলাই তাই দৌৰ মাৰিলে।

বকবককৈ অকনো নোবোৱাকৈ অঞ্জনাই কথা কৈ থকা দেখি তাৰ ভালেই লাগিছিল। কিন্তু যোৱাৰ পিচতহে বুকুখন গধুৰ হ'ল। দুবাৰো উচ্চাৰণ কৰা 'আমাৰ ঘৰ' শব্দটোৱে মনটোক যেন উতলা পানীত হে ডুবাই থৈ গ'ল। যি বুজিলে, অঞ্জনাক হয়তো কাহানিও কোনেও কোৱা নাই যে ডিংডিঙি গাঁৱৰ এইখন ঘৰো তাইৰ নিজা ঘৰ।

মহীধৰ উঠিল।

চালিখনৰ তলৰ পৰা ওলাল।

চোতালত কৌশল্যা আৰু অহল্যা। পৰাশৰ আৰু পঙ্কজকহে চকুত নপৰিল। কৌশল্যা আৰু অহল্যাই নিজৰ মাজতে কথাপাতি আছে। তাক দেখি শাহু-বোৱাৰী পদূলিৰ দিশে আগবাঢ়িল। সিও সিহঁতৰ পিছে পিছে অগ্ৰসৰ হ'ল।

পৰাশৰ পংকজ আৰু অঞ্জনা গাড়ীৰ কাষতে বৈ আছিল। কৌশল্যাই বোৱাৰীয়েকক এৰি সিহঁতৰ কাষ চাপিল। দুয়োকে বুকুৰ মাজত চপাই লৈ কপালত ওঠ থৈ চুমা খালে। পিচত ক'লে—

ঃ মই মাৰক কৈছো। ৰবাত পূজাৰ সময়ত আকৌ আহিবি। আজি যাগৈ। মহামায়া, অন্নপূৰ্ণা উকনিবুঢ়ীয়ে তহঁতক ভালে ৰাখক।

কথাখিনি কৈ থাকোঁতে কৌশল্যাৰ চকু চলচলীয়া হ'ল। শেষৰ শব্দকেইটা থোকাথুকি হৈ ওলাল। ওঁঠ দুটাও কঁপিলে। কঁপি থকা দুই ওঁঠ দাঁতেৰে কামুৰি চাদৰৰ আচলেৰে দুচকু মোহাৰিলে। কৌশল্যাই তেনে কৰাত মহীধৰৰ বুকুখনো গধুৰ হৈ পৰিল। অনুভৱ হ'ল তাৰ দুচকুও যেন সেমেকিছে। সেমেকা চকুহালি সকলোৰে পৰা লুকুৱাবলৈ মহীধৰে আকাশলৈ চালে।

মূৰৰ ওপৰত এখন নীলা আকাশ।

মাঘমহীয়া সুৰুযে সেই আকাশত সোনসেৰীয়া পোহৰ সিঁচিছে। মহীধৰৰ এনে লাগিল কৌশল্যাৰ চকুৰ পানীৰ শীতলতাই সুৰুযৰ প্ৰখৰ উত্তাপকো সেমেকাই তুলিছে।

পৰাশৰে গাড়ী ষ্টাৰ্ট দিলে।

পংকজ আৰু অঞ্জনাই গাড়ীৰ পিছপিনৰ দুৱাৰ খুলি ভিতৰ সোমাল। দুয়ো দুফালেৰে। দুৱাৰ দুখন বন্ধ কৰোঁতে ধপ ধপকৈ শব্দ উঠিল। সেই শব্দত তাল মিলাই মহীধৰ বুকুখনেও ধপধপাবলৈ আৰম্ভ কৰিলে।

ক'ৰবাৰ পৰা বতাহ এজাক লৰৰি আহিল। বতাহজাকে পদূলিমুখৰ বকুলজোপাৰ পাতবোৰ কঁপাই গ'ল। কঁপি উঠা পাতৰ শব্দ শুনি থাকিব নোৱাৰিলে মহীধৰে।

গাড়ীৰ চকা ঘূৰাৰ লগে লগে তললৈ মূৰ কৰিলে।

(৪৮)

হাঁহাকাৰ।

পৰিবেশৰ হাঁহাকাৰ। মনৰ হাঁহাকাৰ। প্ৰাণৰ হাঁহাকাৰ। পৃথিৱীত পাগলসকলৰ বাহিৰে বোধহয় এনে কোনো এজনো মানুহ নাই, যিজনাই ক্ষণিকৰ বাবে হ'লেও হাঁহাকাৰৰ সন্মুখীন হোৱা নাই। সুখৰ বা দুখৰ হাঁহাকাৰে ক্ষণিকৰ বাবে হ'লেও প্ৰতিজন মানুহক এবাৰ হ'লেও জোকাৰি গৈছে।

এইয়াই প্ৰকৃতিৰ নিয়ম।

অহা আৰু যোৱা। দিয়া আৰু নিয়া।

সুখ দিয়ে দুখ দিয়ে।

গতিশীল পৃথিৱীত স্থায়িত্ব একোৱে নাই। গতিত সময় বান্ধ খাই আছে। গতিয়ে সকলো আনে আৰু গতিয়েই সকলো দিয়ে। গতিত সংগতি ৰাখি সময়ে মাথো উপলব্ধি কৰিবলৈ দিয়ে- সুখ, দুখ, বিৰহ, মিলন আৰু পোৱা-নোপোৱাৰ হাঁহাকাৰৰ হিচাব।

কোনোবাই এনে হাঁহাকাৰ নীৰৱে সহে আৰু কোনোৱে হাঁহাকাৰ কৰি আনক জনায়।

নতুনকৈ পোৱা সুখে পুৰণি দুখ আঁতৰাই। দুখ সুখ স্মৃতি হয়। বেদনাৰ হাঁহাকাৰে অতীত খুচৰিবলৈ মানুহৰ মনক উদগনি দিয়ে। পাৰ হৈ যোৱা জীৱনত কি পালে কি নাপালে সেইবোৰৰ হিচাব কৰে।

পৰাশৰহঁত উভতি গ'ল।

জয়পাল দেৱালয়ত অনুষ্ঠিত কৰা যজ্ঞ উপলক্ষে সিহঁত তিনিদিন গাঁৱৰ ঘৰখনলৈ আহিছিল। আলহীৰ সতে সিহঁত থকা দিনকেইটাত ঘৰখন ভৰি আছিল, কিন্তু সিহঁত যোৱাৰ পিছত ঘৰখনক আকৌ নীৰৱতাৰ হাঁহাকাৰে জুমি ধৰিলে। গাঁৱৰ কোনোবা আহিলে ঘৰখনত মানুহ থকা যেন লাগে আৰু মহীধৰে শালগ্ৰাম নাৰায়ণৰ পূজাত বজোৱা ঘণ্টা ধ্বনি শঙ্খ আৰু ঘৰকাঁহ বজালে মানুহ থকাৰ অস্তিত্ব পোৱা যায়।

মহীধৰ আৰু কৌশল্যাৰ বাহিৰেও পবিত্ৰ নামৰ এজন যুৱক ঘৰখনত আছে হয়, কিন্তু কেতিয়া সি ঘৰত সোমাই আৰু কেতিয়া ওলাই যায় তাৰ কোনো ঠিকনা নাই।

সৰস্বতী পূজাৰ আগৰ দিনটোৰ কথা।

চালিখনৰ তলত মহীধৰে মূৰ্তিত ৰং দি আছিল। ৰৰভাগ অঞ্চলৰ সৰহসংখ্যক স্কুলৰ প্ৰতিমা সজাৰ ভাৰ মহীধৰে পাইছিল বাবে বহুত কাম ওলাইছিল। সেই সকলোবোৰ সময়মতে সামৰিবলৈ টানো হৈছিল। তথাপি মহীধৰে হাৰ মানিব খোজা নাছিল। মনে মনে কামনা কৰিছিল পবিত্ৰই তাক অকণ হাত ধৰি দিয়াত। কাৰণ মূৰ্তি সজা কামত পবিত্ৰৰ হাত নথকা নহয়। এটা বয়সত পবিত্ৰই এই বিদ্যা আহৰণ কৰিবলৈ উদগ্ৰীৱ হৈ পৰিছিল। কিন্তু তাৰ মনৰ এই ইচ্ছাত কি ঘৰ কি পৰ কোনেও সঁহাৰি নিদিলে। পঢ়ি শুনি ডাক্তৰ হ'বলৈ হে সপোন ৰচালে।

ফলত সি পথভ্ৰষ্ট হ'ল।

সপোন ভাগিল। আৰু কঠিন বাস্তৱে জীৱনৰ গতিত খেলি-মেলি লগাই বিধি পথালি দিলে।

হাঁ এটি পিছপিনৰ পৰা আহি মহীধৰৰ সমুখৰ মূৰ্তিটোত পৰিল। সি ঘূৰি চালে। আচৰিত হ'ল মহীধৰ। চুচুক-চামাক কৈ পবিত্ৰ আহি দুৱাৰ মুখত বৈ আছেহি। এক আচৰিত মনো সংযোগৰ পৰিণাম বুলি ভাবি মহীধৰে কামত লাগিল।

ঃ দেউতা।

কেইটামান মুহূৰ্ত নীৰৱে পাৰ হ'ল। মহীধৰৰ ইচ্ছা হৈছিল লগে লগে পবিত্ৰক সঁহাৰি দিবলৈ। কিন্তু অন্তৰ ভৰা ক্ষোভৰ বাবে পিছুৱালে। পুত্ৰ স্নেহ আৰু মনোকামনাই তাৰ ক্ষোভৰ আগস্থান ল'ব নোৱাৰিলে।

ঃ দেউতা কিবা কৰিব লাগিব নেকি?

এইবাৰ কিন্তু মহীধৰে নোৱাৰিলে। অন্তৰৰ ক্ষোভে তাৰ মনক বান্ধি ৰাখিব নোৱাৰিলে। হাতৰ কাম এৰি পবিত্ৰলৈ ঘূৰি চালে। পিচত সুধিলে,

ঃ তোৰ অইন কাম নাই?

ঃ নাই। পাগলদিয়াৰ পাৰত এবাল দিয়া গাইজনীৰ খুটি লৰাই দি আহিছো। ইয়াত যদি কিবা কৰিবলগীয়া আছে।

মহীধৰ বুৰিল। সমুখৰ মূৰ্তিটোত দৃষ্টি থাপিলে। পিচত নিজৰ গাম্ভীৰ্য্য ৰাখি নিকস কণ্ঠেৰে ক'লে,

ঃ কৰিবলগীয়া কাম বহুত আছে।

ঃ কি কৰিম?

ঃ আপাততঃ মূৰ্তিবোৰৰ হাত আৰু ভৰিৰ.....

মহীধৰৰ কথা শেষ নৌহওঁতেই পবিত্ৰ বঙৰ বাতি থকা ঠাইখিনিলৈ আগবাঢ়ি গ'ল। বঙা বঙৰ বাতিটো হাতত তুলি ল'লে। ৰখিনিলৈ চালে। কিবা ভাবি বাতিটো আকৌ

মাটিত থ'লে। তুলি থোৱা বাকচটোৰ কাষ চাপিল। তাৰ পৰা তুলি এডাল আনি আঙুলিৰে পিটিকি চালে।

আকৌ আহিল ৰঙৰ বাতিটোৰ কাষলৈ। বাতিটো লৈ তুলিডাল ৰঙত জুবুৰিয়ালে। তুলিডালেৰে ৰংখিনি ঘূৰাই ঘূৰাই কিছুসময় ঘোটালিলে। পিচত তুলিডাল ডাঙি তাৰ পৰা টোপ টোপকৈ ৰঙ বাতিটোত পৰিবলৈ দি ৰঙৰ ঘনত্ব অনুমান কৰিলে।

সি আগবাঢ়িল সমুখৰ মূৰ্ত্তি এটালৈ।

ঘুণে খোৱা কাঠৰ দৰে মহীধৰৰ মনটো পৱিত্ৰৰ চিন্তাত জৰ্জৰিত হৈ আছিল। পৱিত্ৰই ৰং সানিবলৈ আৰম্ভ কৰাৰ পিচতো তাৰ বিশ্বাস হোৱা নাছিল, সঁচাকৈয়ে সি দেউতাকক সহায় কৰিবলৈ আহিছনে নাই? নে মহীধৰৰ মন আহ্লাদিত কৰি তাৰ মনৰ গোপন উদ্দেশ্য পূৰণ কৰাৰ বাবে ওচৰ চাপিছে? নে সিদিনা ভৰ দুপৰীয়া বাৰীৰ জেওৰা পাৰহৈ ক'লৈ গৈছিল, কি কৰিছিল সেই কথা কাম কৰি দিয়া চেলু লৈ তাৰ আগত ক'বলৈ আহিছে? সিদিনা সি তেনে কৰাৰ পিছত ঘৰখনত কি ঘটিছিল নজনাকৈ থকা নাই। হয়তো তাৰ ভূলৰ কথা উপলব্ধি কৰিব পাৰি তাৰ ওচৰত....

মহীধৰে মনক স্থিৰ কৰিলে। সিদ্ধান্ত ল'লে, পৱিত্ৰক সিদিনাৰ ঘটনা সম্পৰ্কে একো নোসোধাৰ। নিজে যি ভাল দেখে তাকে কৰি থাকক।

জোৰ জুলুম কৰি আনৰ মনৰ কথা জানিব নোৱাৰি। তেনে কৰিলে মানুহে পৰাপক্ষত সঁচা নকয়। সত্য উপলব্ধি নহ'লে মনৰ গোপন কথা কোনেও কাৰো আগত প্ৰকাশ নকৰে। লাগে দ্বিতীয় ব্যক্তিজন তেওঁৰ যিমানেই আপোন নহওঁক কিয়? সুস্থ মস্তিষ্কৰ সকলো মানুহ উপলব্ধিৰ দাস। এনে দাসত্বৰ শিকলি ছিগা বৰ কঠিন। শিকলি ছিগিব পাৰিলেহে দুই ব্যক্তিৰ মাজত মনৰ গোপন কথা প্ৰকাশ হয়। তাৰ পিচতহে গঢ় লয় বন্ধুত্বৰ।

পৱিত্ৰ এতিয়াও মহীধৰৰ বন্ধু হ'ব পৰা নাই। এতিয়াও সিহঁতৰ মাজত বৰ্ত্তি আছে পিতাপুত্ৰৰ সম্পৰ্ক। এই সম্পৰ্কক জোৰা লগাইছে 'পৰমাত্মীয়' নামৰ অদৃশ্য দলং এখনে। আত্মীয়তাত আছে তেজৰ সম্পৰ্ক।

মহীধৰে চাও নেচাওকৈ চালে পৱিত্ৰলৈ।

পশ্চিম আকাশত আসন লোৱা বেলিৰ ৰশ্মি বেৰৰ জলঙাৰে সৰকি আহি তাৰ পিঠি আৰু গলধনত পৰিছে। সেই ৰশ্মিৰ আভাই তাৰ যৌৱন পুষ্ট দেহটো উজ্জ্বলাই তুলিছে। এইবোৰলৈ তাৰ খেয়াল নাই। একাগ্ৰহে হাতৰ কাম কৰি আছে।

পৱিত্ৰৰ কাম দেখি মহীধৰৰ মনত সন্দেহ হ'ল। প্ৰশ্ন হ'ল কিয় তাৰ মানসিকতাত এনে আমূল পৰিবৰ্ত্তন আহিছে? নে তাৰ মনত এনে এটা ভয়ৰ ভাব উপজিছে যে তাৰ আৰ্জিত বিদ্যাৰে ৰবভাগত থাকি পেটৰ ভাত মোকলাবলৈ উপৰুৱা উপাৰ্জন কৰিবই লাগিব। নে তাৰ মহীধৰৰ প্ৰতি ভয় উপজিছে আৰু উপলব্ধি কৰিছে যে, মালিক দাসৰ ছোৱালী পল্লৱীক ভাল পালেও অনুমতি নহ'লে তাইক এইখন ঘৰত সুমুৱাব নোৱাৰিব?

অনেক প্ৰশ্ন উদয় হ'ল মহীধৰৰ মনত। এটাৰো সদুত্তৰ নাপালে। তথাপিতো আৰবীয়া ৰতৰৰ শেৰত অলপ অলপকৈ আকাশৰ মেঘ আঁতৰি যোৱাৰ দৰে মিবোৰ কেঁয়াভাৰে

মনটোক আবৰি ৰাখিছিল সেইবোৰ ভাব ধীৰে ধীৰে আঁতৰি যাবলৈ ধৰিলে।

কৰ্মত মগ্ন হৈ থকা পবিত্ৰৰ প্ৰতি স্নেহৰ ফল্গুধাৰা বʼবলৈ লোৱাত সি ভাবিবলৈ বাধ্য হʼল 'কোন মানুহে নো ভুল নকৰে। ভুল কৰিলে দোষ নহয়, যদিহে কোনোবাই উপলব্ধি কৰিব পাৰে যে তেওঁৰ ভুল হৈছিল।

পবিত্ৰই যদি ভুল পথ এৰি শুদ্ধ পথ নিৰ্বাচন কৰি লʼব পাৰে, তেনেহʼলে সি কিয় ক্ষমাৰ অযোগ্য হৈ থাকিব।

(৪৯)

উপযুক্ত সময়ত আৱশ্যকীয় কাম আৰু সময়ৰ কাম, লক্ষ্যৰ সময়ত শেষ হʼলেহে মহীধৰৰ আনন্দ লাগে। ইয়াৰ বাবে আৱশ্যক হʼলে দিন ৰাতিৰ কথাও পাহৰি যায়। কাৰণ তাঁৰ মনে সদায় কয় দৃষ্টি থাকিলে লক্ষ্য নেহেৰায়।

পৃথিৱীলৈ এন্ধাৰ নমাৰ আগে আগে মহীধৰে মূৰ্তিৰ কাম শেষ কৰিলে। এতিয়া তাৰ কাম হʼল মূৰ্তিসমূহ প্ৰতিখন স্কুলকে গতাই দিয়া। তথাপিতো মূৰ্তিসমূহৰ কোনোবাটোত কিবা কৰিবলৈ বৈ গʼল নেকি পৰখি চালে। নাই ভবা ধৰণেই সকলো কৰা হৈছে।

মূৰ্তিসমূহৰ সমুখৰ পৰা কেইখোজ মান পিছুৱাই আহিল সি। আকৌ আগুৱালে। আকৌ পিছুৱালে অলপ দূৰলৈ। তেনেদৰে মূৰ্তিসমূহলৈ চালে। চাওঁতে এনে অনুভৱ হʼল, সিহঁতে যেন তালৈ চাই হাঁহিছে। সেই হাঁহি দেখি তাৰ মন উৰি গʼল বহুবছৰ আগলৈ।

এনে এচাম মূৰ্তিৰ মাজৰ পৰাই এদিন গোলনা কালীগঞ্জৰ প্ৰতিমা নামৰ গাভৰুজনী ওলাই আহিছিল। তাৰ মুখলৈ চাই এনেদৰেই হাঁহিছিল। তাইৰ হাঁহি আৰু দেহ-সৌন্দৰ্য দেখি তাৰ মুখৰ মাত হেৰাইছিল। তথাপিতো তাইৰ গৰ্ব-খৰ্ব কৰিবলৈ তাইক ভুতুনী বুলি কৈ জোকাইছিল।

হঠাৎ মহীধৰৰ পদূলিমুখ খোল, জুৰি তালৰ শব্দেৰে ৰজন জনাই উঠিল। তাৰ লগতে হাত চাপৰিৰ কটপ্ কটপ্ শব্দ। হঠাৎ হোৱা এনে শব্দত সি উচপ্ খাই উঠিল। লগে লগে প্ৰতিমাৰ মুখখনো মানস পটৰ পৰা হেৰাই গʼল।

ক্ষন্তেকৰ বাবে বাজনা স্তব্ধ হʼল। তাৰ পিছতেই পদূলিমুখতে সিহঁতে সংকীৰ্তন গাবলৈ আৰম্ভ কৰিলে—

ঃ আহা বীনাপাণি

দুখীয়া দুৱাৰে

তোমাৰ সন্তান আমি

মাতিছো কাতৰে।।

সংকীৰ্তন গাই গাই বিশ-পচিশজনীয়া ছাত্ৰৰ এটি দল চালিখনৰ সমুখলৈ সোমাই আহিল। সিহঁতলৈ চালে মহীধৰে। ছাত্ৰৰ দলটি দেখি বুজি পালে, কোনখন স্কুলৰ ছাত্ৰ।

মূর্তিবোৰ হস্তান্তৰ কৰাৰ সময়ত মহীধৰৰ আৱশ্যক হয় এজন নিজৰ মানুহৰ। আজি কেবাবছৰ ধৰি এই কামত তাক সহায়ৰ হাত আগবঢ়াই আহিছে, প্ৰভাত নামৰ পবিত্ৰৰ সমনীয়া যুৱকজনে। আজি পুৱাতেই মহীধৰে প্ৰভাতক কথাবাৰ সোঁৱৰাই থৈছিল।

সংকীৰ্তনৰ শব্দ শুনি তাক সহায় কৰিবলৈ প্ৰভাত আহিল।

তাৰ পিচত মহীধৰ আৰু প্ৰভাতে ভালেমান সময়লৈ আহৰি নেপালে। ইখনৰ পিচত সিখন স্কুলৰ ছাত্ৰ আহিল। সংকীৰ্তন গাই গাই মূৰ্তি লৈ গ'ল।

এসময়ত চালিখনৰ তলি উদং হৈ পৰিল। মজিয়াখনত ব'ল মাথো বস্তৰ বাভিবোৰহে।

বাভিবোৰলৈ চালে মহীধৰে। বাভিবোৰৰ বুকুত আছে একো একোডালকৈ তুলি। তুলিবোৰ আঁতৰাই চফা কৰি তুলিৰ বাকচত ভৰালে। বস্তৰ বাভিবোৰ বেৰৰ কাষলৈ নি গোটাই থ'বলৈ লওঁতেই–

প্ৰভাত সোমাই আহি তাৰ কাষ চাপিল।

ঃ কিবা কৰি?

প্ৰভাতে মূৰ জোকাৰি তাৰ কথাত হয়ভৰ দিলে।

ঃ ক কি ক'ব খুজিছ।

প্ৰভাতে একো নকৈ তাৰ চকুলৈ কিছুসময় চাই থাকিল। কিবা যেন বুজিবলৈ চেষ্টা কৰিলে। এবাৰ চোলাৰ মোনাত হাত ভৰালে। তাৰ হাতত উঠি আহিল এখন কাকত।

কাকতখনলৈ এপলক চালে সি। পিছত সেইখন মহীধৰলৈ আগবঢ়াই দি হনহনকৈ আঁতৰি গ'ল।

সেইখন হাতত লৈ মহীধৰে চালে।

কাকতখন উকা নহয়। এখন চিঠিহে। তালৈ সম্বোধন কৰিয়েই পবিত্ৰই চিঠিখন লিখিছে।

চিঠিত লিখা প্ৰতিটো শব্দই মহীধৰে মন দি পঢ়িলে। চিঠিখন পঢ়ি থাকোঁতে এনে লাগিল, যেন পুতেকে বাপেকলৈ লিখা চিঠি পঢ়া নাই। প্ৰতিটো শব্দৰ শেষত পান কৰি আছে এধানি এধানিকৈ কালকূট বিষ। এই বিষ পান কৰাৰ ফলত মস্তিষ্ক অকামিলা হ'ব খুজিছে, হাত ভৰি অৱশ হ'বলৈ লৈছে, চকুৱে ধোঁৱা কোঁৱা দেখিছে আৰু ভৰিৰ তলৰ পৃথিৱীখন টলমল, টলমল কৰিব ধৰিছে।

ঃ পবিত্ৰক কোনেও ওভটাই আনিব যাব নেলাগে। আজিয়েই সি ঘৰৰ মায়া ত্যাগ কৰিছে। কাইলৈ পুৱাতে কামাখ্যা মন্দিৰত মানিক দাসৰ ছোৱালীক বিয়া কৰাব। বিখন বিয়াক মহীধৰে কোনোদিনে স্বীকৃতি দিব নোৱাৰে।

এইয়াই চিঠিখনৰ সাৰ কথা।

কি কৰিলে ভাল হ'ব, এই চিন্তা কৰিয়েই ভালেমান সময় মহীধৰে চালিখনৰ তলত থিয় হৈ ব'ল। এবাৰ ভাবিলে কৌশল্যাক কথাটো কৈ মনৰ দুখ পাতলাব। কিন্তু এনে এটা খবৰ পাই কৌশল্যা যে স্থিৰেৰে থাকিব নোৱাৰিব, এই কথা ভাবি সি কৌশল্যাক নোকোৱাৰহে সিদ্ধান্ত ল'লে।

চালিৰ তলৰ লাইট নুমাই ঘৰ পালেগৈ।

কৌশল্যা তেতিয়া পাকঘৰত। ওচৰ চাপি দেখিলে ৰাদ্ধিবাঢ়ি তাই তাৰেই অপেক্ষা কৰি আছে। খাবলৈ পাতত বহি হাত ধুই উঠিল। কৌশল্যাই সি কিয় এনে কৰিলে জানিব বিচাৰিছিল। পেট ফুলি থকা বুলি ক'লে। কৌশল্যাই খালে নে নাখালে চাবলৈ তাইৰ বাবে বৈ থাকিবলৈ মন নহ'ল। বিছনাত উঠিল সি।

আকৌ এটি উজাগৰী নিশা পাৰ হ'ল মহীধৰৰ জীৱনত।

ৰাতি পুৱাল। পোহৰ হ'ল।

প্ৰতিদিনৰ দৰে কৰ্মত নিজকে ব্যস্ত ৰাখিলে। পৰাপক্ষত গাঁৱৰ মানুহখিনি এৰাই চলিলে। কাৰোপৰা যাতে পৱিত্ৰৰ সম্পৰ্কে একো নুশুনে সেইটোতহে অধিক গুৰুত্ব দিলে।

কিন্তু ঘটা ঘটনাক নঘটা কৰিব নোৱাৰি।

কোনোবাই আহি কৌশল্যাক জনালেহি, পৱিত্ৰই কামাখ্যা ধামত পল্লৱীক বিয়া কৰোৱাৰ কথা। যেতিয়াই এই কথা শুনিলে তেতিয়াৰে পৰা তাই উচুপি থাকিল। মহীধৰকো একো নুসুধিলে। একো নক'লে।

সন্ধিয়া প্ৰভাত আহিল। সিয়ে মহীধৰক কৈ গ'ল, পৱিত্ৰই পল্লৱীক তাইৰ মাক-দেউতাকৰ সমুখতে কামাখ্যা ধামত বিয়া কৰালে সঁচা, কিন্তু পৱিত্ৰই হেনো শহৰ শাহুৰেকৰ সতে পশ্চিমপাৰ ডিংডিঙিলৈ ওভতি অহা নাই। সিহঁতক গাঁৱলৈ পঠাই সি গৈছে খানাপাৰাৰ হোষ্টেললৈ। নিজৰ উপাৰ্জনৰ পথ এটা নোহোৱালৈ সি পল্লৱীৰ লগত নেথাকে। সমাজত যাতে তাৰ বিপক্ষে কোনেও পল্লৱীক সাঙুৰি বদনাম ৰটিব নোৱাৰে, সেইবাবেহে বিয়াখন পাতি থ'লে।

প্ৰভাতে কোৱা কথা শুনি মহীধৰে কোনো মন্তব্য নিদিলে।

সমাগত নিশাটো কেনেদৰে পাৰ কৰিব চিন্তাতহে ব্যাকুল হৈ থাকিল। বাৰে বাৰে তাৰ মনলৈ আহিল সেই একেষাৰি কথাঃ খাই বৈ জীয়াই থকা সহজ, সহজ মনে বিচৰা ধৰণৰ নাৰী এগৰাকী চপাই সংসাৰ পতা, সহজ পতি-পত্নী নিৰোগী হ'লে সন্তান জন্ম দিয়া কিন্তু অতি কঠিন সন্তানক মনোমত আৰু সমাজত মানুহ হিচাবে গঢ় দিয়া। যিজনলৈ কোনেও কেতিয়াও দোষ খুচৰি আঙুলি টোঁৱাব নোৱাৰে।

কৌশল্যা পাকঘৰত নোসোমাল।

মহীধৰেও একো নক'লে।

সন্ধিয়াৰে পৰা বিছনাত পৰিছিল, তেনেদৰেই শুই থাকিল।

অশান্ত মন এটি লৈ মহীধৰ বাৰান্দাত কিছু সময় বহিছিল যদিও নিশাৰ নীৰৱতাই গাওঁখনক গ্ৰাস কৰাত সিও বিছনাত উঠিলগৈ। বিছনাত পৰাৰ পিছত নিজক হে দোষী দোষী লাগিল। মনতে ভাবিলে.....

এসময়ত তাৰ হৃদয়ত প্ৰতিমা নামৰ গাভৰু এজনীক স্থান দিছিল। তাইক নিজৰ কৰি ল'বলৈ সি সাহস গোটাব নোৱাৰিলে। পৱিত্ৰই কিন্তু সাহস কৰিলে তাক দোষ দিলে কি

হ'ব? কিন্তু সমাজখন......??

(৫০)

প্ৰকৃতি স্বাধীন।

প্ৰকৃতিক আয়ত্বাধীন কৰিবলৈ মানুহে যিমানেই যত্ন নকৰক কিয় নোৱাৰে। প্ৰকৃতি বৈ নাথাকে। প্ৰতিটো ক্ষণ প্ৰতিটো পলক চলমান প্ৰকৃতিয়ে নিজৰ বহনেৰে সজাবই।

প্ৰকৃতিৰ গতিতে এটি নিশাৰ অন্ত পৰিল। দিনৰ পোহৰ দেখি চৰাই-চিৰিকতিয়ে মাতিলে। মানুহ কৰ্মব্যস্ত হ'ল।

বৈ নাথাকিল মহীধৰক ভালপোৱা নতুবা বেয়া পোৱা মানুহবোৰো। কোনোবাই খবৰ ল'বলৈ আহিল। কোনোবা আহিল খবৰ দিবলৈ। কিছুমানক মহীধৰে পদূলিমুখতে বিদায় দিলে। যিসকলে চোতালত ভৰি থৈছিল, সেই সকলৰ কথাৰ শেষতো ওঁ-আ-ওঁ-আ কৰি বিদায় দিলে।

তাৰ মাজতে কোনোবাই পবিত্ৰক বেয়া বুলিলে। কোনোবাই মানিক দাসৰ ঘৰখন আৰু জোৱালীজনীক দুষিলে। কোনো-কোনোৱে আকৌ দূৰদৰ্শন, চিনেমা আদি দেখি ল'ৰা-ছোৱালীবোৰ বেয়া হোৱা বুলি কৈ মহীধৰক সান্ত্বনা দিব বিচাৰিলে। দুই এজনে আকৌ মহীধৰৰ দুৰ্ভাগ্য আছিল বাবেই এইবোৰ হ'বলৈ পালে বুলি কৈ আঁতৰি গ'ল।

কিন্তু দুপৰীয়া সময়ত যিজন মানুহ আহি উপস্থিত হ'ল তেওঁক দেখিহে মহীধৰ আচৰিত হ'ল। সেইয়া আনকোনো নহয় উকীল বীৰেণ শৰ্মা। বহবছৰৰ মূৰত মানুহজন ডিংডিঙি গাঁৱলৈ আহিছে, আহিছে হেনো আকৌ মহীধৰৰ ঘৰলৈয়ে।

বীৰেণ শৰ্মা ডিংডিঙি গাঁৱতে ওপজিছিল। স্কুল-কলেজত পঢ়া সময়লৈ এইখন গাঁৱতে আছিল। ওকালতি পাছ কৰি উকীল হ'ল। গুৱাহাটীৰ আদালতত ওকালতি কৰি খানাপাৰাত মাটি অকণ লৈ ঘৰ এটি সাজিলে। তালৈকে মাক-দেউতাকক লৈ গ'ল, তাতেই বিয়া কৰাই থাকিবলৈ ল'লে। ডিংডিঙি গাঁৱৰ মাটিখিনি খুড়াকহঁতৰ সম্পত্তি হ'ল। তাৰ পিছত জয়পাল দেৱালয়লৈ ঘৰে ঘৰোৱাহে দুই এবাৰ আহিছিল যদিও পুৰণি চামৰ কেইজনমানৰ বাহিৰে তেওঁক আজিকালিৰ ডিংডিঙিৰ মানুহে চিনি নাপায়। পৰাশৰে বেলতলাত থকা বাবে আৰু চৰকাৰী অফিচাৰ হোৱা বাবে সিহঁতৰ মাজত নতুনকৈ যাতায়াত হৈছে, তথা পুৰণি গাঁৱৰ মানুহ বুলি সম্পৰ্ক এটি গঢ়ি উঠিছে।

মহীধৰে এখন গাড়ী আহি পদূলিত ৰোৱা শব্দ শুনিছিল। সেই শব্দ শুনি এবাৰ ভাবিছিল– 'কোননো আহিল চাওঁগে বুলি'। শেষত থমকিল। চোতালতে ভগৰ আৰু গোলাপ জুপিলৈ চাই বৈ থাকিল। বীৰেণ শৰ্মাই চ'ৰাঘৰ এৰি চোতালত ভৰি থোৱাৰ সময়তে মহীধৰে ঘূৰি চালে।

চাৰি চকুৰ মিলন হ'ল।

কেইটামান মুহূৰ্ত নীৰৱে পাৰ হ'ল। নীৰৱতা আঁতৰাই শেষত মহীধৰেই সুধিলে।

: কচোন। তই আকৌ কিয় আহিলি?

মহীধৰৰ খাবাংখাচ প্ৰশ্ন শুনি বীৰেণে লগে লগে কোনো উত্তৰ নিদি ইফালে, সিফালে কিবা কিবি যেন চালে। কি চালে মহীধৰে বুজিব নোৱাৰি একো নুসুধি বীৰেণলৈ চাই ৰ'ল। অলপ পিছতে মুৰটো তললৈ কৰি বীৰেণে ক'লে,

: ককাইদেউ। পৰাশৰৰ লগত আলোচনা কৰিয়েই মই ইয়ালৈ আহিছো।

বীৰেণৰ পৰা চিধা উত্তৰ নাপাই মহীধৰৰ বিষাদগ্ৰস্ত মনটো খঙেৰে ভৰি উঠিল। খঙত ক'লে–

: তহঁতে কি আলোচনা কৰিছ বা নকৰিছ সেইয়া তহঁতৰ নিজা কথা। কিন্তু গুৱাহাটীৰ পৰায়ে হওঁক বা আন ক'ৰবাৰ পৰায়েই হওঁক এইখন ঘৰলৈ পুৰণা বা নতুন কোনো মানুহ নাহিলেই মই যোৱাকালিৰ পৰা ভাল পোৱা হৈছো। তই এইখন গাঁৱত আগতে আছিলি এতিয়া গুৱাহাটীত থাকিছগৈ। তাতেই নিজৰ খেয়াল খুচিমতে থাক। যি ভাল দেখ তাকে কৰি থাক। সেই কথাত মই আপত্তি নকৰো। কেৱল আত্মীয় বুলি দাবী কৰি আমাৰ ওচৰলৈ নাহিবি। আজি আহিছ যেতিয়া অকণ বহ। পানী এগিলাচ আনি দিওঁ। তাকে খাই যাগৈ।

: ককাইদেউ মই পানী খাবলৈ অহা নাই।

: তেনেহ'লে যাব পাৰ।

নিৰসভাৱে ক'লে মহীধৰে। তাৰ পিচতো বীৰেণ নলৰিল। কিছুসময় নীৰৱে থাকি ক'লে-

: ককাইদেউ। পবিত্ৰৰ খবৰ আপুনি পাইনে?

: পবিত্ৰ। কোন পবিত্ৰ? ক'ৰ পবিত্ৰ? কাৰ খবৰ তই মোক সুধিবলৈ আহিছ? তই গুৱাহাটীৰ কোৰ্টৰ উকীল। সকলো উকীল তথা হাকিমৰ লগত তোৰ সম্পৰ্ক আছে। গুৱাহাটীৰ ক'ত কি হয়, ক'ত কি ঘটে, সকলো খবৰ পাৱ। ইচ্ছা কৰিলে তই বহুত কিবা-কিবিয়েই কৰিব পাৰ। এতিয়া তই হয়তো ক'ব আহিছ, তহঁতৰ এই সুসম্পৰ্কৰ সহায়ত পবিত্ৰ শৰ্মা আৰু পল্লবী দাসৰ মাজত যিখন বিয়া অনুষ্ঠিত হৈছে, সেইখন নোহোৱা কৰি দিব পাৰিবি নহয়নে?

পিচে সেইবোৰ কৰিব নেলাগে বা। পৰাশৰক কগৈ, আৰু তইও এইটো জানি ল'বি যে, পবিত্ৰ নামেৰে মোৰ দ্বিতীয় এজন ল'ৰা আছিল হয়, কিন্তু কাহানিবাই ঢুকাল।

একে লেঠাৰিয়ে মহীধৰে কথাবোৰ ক'লে যদিও 'কাহানিবাই ঢুকাল' বুলি কোৱাৰ সময়ত মুখখন আনফালে ঘূৰালে। ধুতিখনৰ লোচ এটা মুখৰ ওচৰলৈ উঠাই নি দুচকু মোহাৰিলে।

ঠিক তেতিয়াই ঘৰৰ মূধচত থোৱা কাউৰী এটি পৰিলহি। কাউৰীটোৱে বীৰেণ আৰু মহীধৰলৈ মুখ কৰি কৰ্কশ স্বৰেৰে চিএৰিব ধৰিলে–

: কাঁ....কাঁ.....কাঁ...।

কাউৰীটোৰ চিঞৰত মহীধৰ চমকি উঠিল। চোতালখনত কিবা বিচাৰি যেন ইফালে সিফালে চালে। অলপ আঁতৰত পৰি থকা দলি চপৰা এটা দেখি সেইটো বুটলি লৈ কাউৰীটোলৈ দলিয়াই চিঞৰি উঠিল।

ঃ যা ঐ ইয়াৰ পৰা। চৰাই-চিৰিকতিকে আদি কৰি সকলোৱে মোক হাঁহিব আহিছ নহয়নে? কিনো দুখ দিছিলো অ, তহঁতক?

দলিচপৰাটোৰ ভয়ত কাউৰীটো উৰি পলাল। উৰি যোৱাৰ সময়তো কাউৰীটোৱে কৰ্কশ স্বৰে চিঞৰি গ'ল।

ঃ ককাইদেউ অকণ বহোঁ আঁহক।

কাউৰীটোৰ চিঞৰ নুশুনা হোৱাত বীৰেণে ক'লে

ঃ ব'ল বহোঁগে।

মহীধৰ যেনিবা অলপ সহজ হ'ল।

দুয়ো বাৰান্দাত বহিল। বীৰেণলৈ চাই মহীধৰে ক'লে—

ঃ কচোন। তোৰ কি ক'বলগীয়া আছে।

ঃ ককাইদেউ আপুনি মোক ভুল নুবুজিব। মই পবিত্ৰৰ বিয়াৰ কথা ক'বলৈ অহা নাই।

ঃ তেনেহ'লে কিয় আহিছ?

ঃ যোৱাকালি ৰাতি খানাপাৰাত এটি ঘটনা ঘটিল। আপোনালোকে বা শুনিছেনে নাই? মানে, মানে এখন তেল কঢ়িওৱা টেংকাৰ ব্লাষ্ট হৈ জ্বলিল। সেই জুইয়ে খানাপাৰাৰ ভেটেৰিনাৰী কলেজৰ হোষ্টেলকো আওৰি ধৰিলে। ওচৰ-পাজৰৰ কেইঘৰ মান মানুহৰ ঘৰো জ্বলিল। ভালেমান মানুহক সেই জুইৰ লেলিহান শিখাই পুৰি আহত কৰিলে।

বীৰেণ ৰ'ল। তাৰ মাজতে সি মহীধৰলৈ লক্ষ্য কৰিলে। তাৰ এনে অনুভৱ হ'ল— মহীধৰে নীৰৱে তাৰ কথা শুনি আছে যদিও অইন কিবাহে যেন চিন্তা কৰি আছে। তথাপিতো বীৰেণে কৈ গ'ল—

ঃ ইয়াৰ উপৰিও কি হ'ল জানে ককাইদেউ? হোষ্টেলৰ কেবাজনো ছাত্ৰকে ধৰি ঘৰপোৱা জুইয়ে শুই থকা কেবাজনো আবাসীকো পুৰি মাৰিলে।

হঠাৎ যেন মহীধৰ জিকাৰ খাই উঠিল। তাৰ বুকুখনে ঢেঁকীয়ে ধান-বনাৰ দৰে ধকধকাবলৈ ধৰিলে।

মান সন্মানৰ চিন্তাত ওৰে নিশা নাথায় নলৈ উজাগৰে থকাৰ পিচতো সি বিয়ান দুৰ্বল হোৱা নাছিল, পলকতে যেন তাওকে বেছি দুৰ্বল হৈ পৰিল। কেন বহি থাকিবও নোৱাৰা হ'ল। মনৰ মাজত পবিত্ৰৰ বিষয়ে জাগি উঠা প্ৰশ্নবোৰ বুকুৰ মাজৰ দগমগাই থকা বেদনাটোৱে বাহিৰলৈ ওলাই আহিব নিদিয়া হ'ল। ভেলেঙী লগা পহুৰ দৰে সি বীৰেণৰ মুখলৈ চাই ৰ'ল। এনে অৱস্থা দেখি বীৰেণো ভালেমান সময় নিমাতে ৰ'ল। তাৰ পিচত লাহেকৈ মাত দিলে—

ঃ ককাইদেউ।

বীৰেশৰ মাত শুনি মহীধৰৰ যেন চমক ভাঙিল। তালৈ চাই সুধিলে-

: হোঁ...অ। বীৰেশ। তই পবিত্ৰৰ বিষয়ে কিবা জান নেকি?

: ওঁ।

: কি জান?

: তাকো জুয়ে পুৰিলে।

: এতিয়া সি ক'ত আছে?

: মেডিকেল কলেজত।

: মেডিকেল কলেজত?

: ওঁ।

: কেনে আছে?

মহীধৰৰ প্ৰশ্ন শুনি বীৰেশে তলমূৰ কৰি নীৰৱে ৰ'ল। এইবাৰহে মহীধৰক একো ক'ব নোৱাৰা হ'ল। কোন সতেনো সি বাৰু পুতেকৰ মৃত্যুৰ কথা বাপেকৰ আগত কয়? সি তললৈ মূৰ কৰি বহি থকা দেখি মহীধৰে কিবা এটি বুজিলে। তাৰ পিছতেই পবিত্ৰ ঐ তই........ বুলি হুকহুকাই কান্দি উঠিল।

মহীধৰৰ কান্দোন শুনি কৌশল্যাও ভিতৰৰ পৰা ওলাই আহিল। বীৰেশক সমুখতলৈ কান্দি থকা মহীধৰলৈ চাই তাঁইও যেন কিবা বুজিলে।

হয়, পুত্ৰহাৰা মাতৃৰ অন্তৰৰ দুখক কোনো পৰিবেশেই বান্ধি ৰাখিব নোৱাৰে। যদিহে মাতৃজনী নিজেই ঘাতকী নহয়। কৌশল্যাইও বিনাই বিনাই কান্দিব ধৰিলে।

মহীধৰ আৰু কৌশল্যাৰ কান্দোন শুনি গাঁৱৰ মানুহ লৰৰি আহিল। সিহঁতৰ চোতালত থুপ খালে।

ইয়াৰ পিছত হে বীৰেশে সাহস পালে। বিজনেই তাক ঘটনাটোনো কি বুলি সুধিলে তাকে সি খানাপাবাৰ ঘটনাটো বৰ্ণাই পবিত্ৰৰ মৃত্যুৰ বাতৰিটি দিলে। লগতে এই কথাটোও ক'লে যে, যদিহে মহীধৰ তথা গাঁৱৰ মানুহে বিচাৰে, পৰাশৰলৈ ফোন কৰি পোষ্টমৰ্টেম কৰাৰ পিছত পবিত্ৰৰ মৃতদেহটো সংকাৰৰ বাবে গাঁৱলৈ লৈ অনাব।

গাঁৱৰ মানুহে পবিত্ৰৰ শবদেহ গাঁৱতে সংকাৰ কৰিবলৈ আনিব কোৱাত বীৰেশেও সেই সিদ্ধান্তত সম্মতি জনালে। পৰাশৰলৈ সকলো জনাই ফোন কৰিলে।

গাঁৱৰ মানুহ ব্যস্ত হ'ল শবদাহৰ বাবে আৱশ্যকীয় বস্তুৰ জা-যোগাৰত।

বিষাদৰ দিনৰ সময় নাযায়, নুপুৰাই।

শবদাহ কাৰ্য্যৰ বাবে আৱশ্যকীয় দ্ৰব্য সমূহৰ যোগাৰ কৰিও ডিঙিভিঙি গাঁৱত অপেক্ষা কৰি থকা মানুহবিলাকৰ উৎসুক্য আঁতৰাবলৈ পবিত্ৰৰ শবদেহ আহি নাপায় হে নাপায়। জুম বান্ধি বৈ থকা মানুহৰ মনে নামানে নীৰৱ হৈ থাকিবলৈ। কথা পাতি ভাল পায়, আলোচনা কৰি ভাল পায়।

কোনোবা এজনে প্ৰশ্ন উত্থাপন কৰিলে— পবিত্ৰৰ মুখাগ্নি কোনে কৰিব? যিহেতু পবিত্ৰ নিসন্তান অথচ বিবাহিত। সেউভাক মহীধৰ নে ককায়েক পৰাশৰে, নে তাৰ সদ্য বিবাহিত পত্নী পল্লৱীয়ে?

কোনোবা এজনে লগে লগে প্ৰতিবাদ কৰি উঠি ক'লে, পল্লৱীয়ে মুখাগ্নিৰ অধিকাৰ পাবই নোৱাৰে। কাৰণ বৰভাগৰ সমাজ ব্যৱস্থাত নাৰীৰ দ্বাৰা সেই কাৰ্য্য এতিয়াও কৰা হোৱা নাই। দ্বিতীয়তে এইয়া শুনা কথাহে যে পবিত্ৰই পল্লৱীক কামাখ্যা ধামত বিয়াহে কৰাইছে, তাইৰ লগত ঘৰ পতা নাই।

জুমটো কন্তেকৰ বাবে নীৰৱ হ'ল। পিচতে কোনোবা এজনে প্ৰশ্ন কৰিলে— পবিত্ৰই যদি পল্লৱীক বিয়া কৰোৱাটো সঁচা হয়, পবিত্ৰৰ মৃতদেহটো ডিংডিঙি গাঁৱলৈ অনাৰ পিচত তাইক সেইটো দেখুৱাবলৈ মাতিবনে? মাতক বা নামাতক তাই বাক অন্যপেহীৰ দৰে বৈধব্য ব্ৰত পালন কৰি আজীৱন কটাবনে? বিয়াৰ পিচতো তাই যিহেতু ব্ৰাহ্মণ সমাজত সংসাৰ কৰি সমাজভুক্ত হোৱা নাই তাইক মহীধৰৰ বিধবা বোৱাৰী বুলি কোনোবাই ক'বনে?

বিভিন্নজনে বিভিন্ন যুক্তি দৰ্শাই পল্লৱীৰ কথা ক'লে যদিও কি কৰিলে ভাল হ'ব, সমাজত পল্লৱীৰ অধিকাৰ কিমান, তাই বিধবা হ'বনে নহয় এই বিষয়ে কোনেও এটা স্থিৰ সিদ্ধান্ত দিব নোৱাৰিলে।

সকলোৱে অধীৰ আগ্ৰহেৰে তাৰ পিচতো অপেক্ষি ৰ'ল পৰাশৰে পবিত্ৰৰ শবদেহটো লৈ অহালৈ।

(৫১)

সন্ধিয়াৰ আগে আগে সকলোৱে অপেক্ষাৰ অন্ত পেলাই, মৃতদেহ কঢ়িওৱা গাড়ী এখন মহীধৰৰ পদূলিত ব'লহি।

আকৌ কান্দোনৰ ৰোল উঠিল।

যিখন ঘৰত বিয়াৰ পিছদিনা হাঁহিৰ জোৱাৰ উঠিব লাগিছিল, সেইখন ঘৰত আজি উঠিছে কান্দোনৰ ৰোল। যিখন ঘৰত নৱবিবাহিতা পত্নীৰ হাতৰ খাৰুৱে কাজুন শব্দ তুলিব লাগিছিল, যিখন ঘৰৰ আঁৰে-বেৰে তেল সেন্দুৰে বহন চৰাব লাগিছিল, সেইখন ঘৰত আজি চলাব লগা হৈছে হাতৰ খাৰু ভাঙি চলোৱা উকা কপালৰ প্ৰস্তুতি।

চোতালৰ তুলসীৰ আগত কোনোবা এজনে ভগা চাৰি এখন পাৰি দিলে। তাতেই পবিত্ৰৰ শবদেহ উত্তৰলৈ মূৰ কৰি থ'লে। তাৰ শবদেহলৈ চাই সকলো মূক হৈ পৰিল। ভৰি পতা আৰু ভৰিৰ আঙুলি কেইটাৰ বাহিৰে দেহটোৰ সৰ্বাঙ্গই দগ্ধ হৈছে। কোনো এটি অংশকে জুইয়ে নেচেলেকাকৈ থকা নাই।

হঠাৎ মানুহৰ জুমটো উচপ খাই উঠিল, বেভিয়া তাত বৈ থকা কোনোবা এজনে মন্তব্য কৰিলে যে পবিত্ৰৰ এনে সককণ মৃত্যুৰ বাবে দায়ী হ'ল পশ্চিমপাৰ ডিংডিঙিৰ মানিক

দাসৰ ঘৰখন। মানিকৰ ছোৱালী পল্লৱীৰ বৈধব্য যোগ। পল্লৱীৰ ওপৰত মনসা দেৱীৰ অভিশাপ আছে যাৰ বাবে চান্দসদাগৰৰ জীয়ৰী বেউলাৰ দৰে বিয়াৰ নিশাতে তাই বিধবা হ'ল। গতিকে পল্লৱীক আনি পবিত্ৰৰ চিতাত তুলি দিব লাগে। দুয়ো একেলগে স্বৰ্গলৈ যাওঁক।

কথাবাৰ বতাহৰ দৰে মানুহবোৰৰ মাজত বিয়পি পৰিল। কিছুমানে মানুহজনৰ কথাত সন্মত হ'ল আৰু লগে লগে পল্লৱীক আনিবলৈ ওলাল। ঠিক কৰিলে পবিত্ৰৰ মৃতদেহটো দেখুৱাবলৈ বুলি মাতি অনাৰ চলেৰে মাতি আনি চিতাত তুলি দিবলৈ।

কোনে জানো কথাবাৰ মহীধৰৰ কাণ চোৱালে।

পুত্ৰ বিয়োগৰ দুখতকৈও পল্লৱীক পবিত্ৰৰ চিতাত তুলি দি পুৰি মাৰিবলৈ ওলোৱা কথা শুনি আগতকৈও বেছিকৈ ভাগি পৰিল। চকু মুখ মোহাৰি সি উঠিল। মানুহৰ জুমটোলৈ চাই হাতজোৰ কৰি ক'লে—

ঃ পুত্ৰ সন্তান হেৰুৱাইছো মই। পল্লৱী নামৰ কাৰবাৰ ছোৱালী এজনী বিধবা হৈছে নে নাই, এই কথা আপোনালোকক মই কোৱা নাই। পবিত্ৰই যে তাইক বিয়া কৰাইছিল সেই প্ৰমাণো আপোনালোকৰ বা মোৰ ওচৰত নাই। গতিকে ছোৱালীজনীৰ বৈধব্য যোগক সাৰথি কৰি আপোনালোকে তাইক পুৰি মৰাৰ অধিকাৰ ক'ত পালে?

আপোনালোকে এটা সঁচা কথা জানি থওঁক। পবিত্ৰ সঁচাকৈয়ে দেহ আৰু মনেৰে পবিত্ৰ আছিল। সেয়েহে তাৰ নিজতকৈও হীন সংস্কাৰযুক্ত ছোৱালী এজনীক লৈ মহামায়া কামাখ্যাৰ আগত বিবাহত বহিল যদিও, দেহসংযোগৰ দ্বাৰা তাৰ দেহটো অপবিত্ৰ হোৱাৰ আগতে এই ধৰাধামৰ পৰা আঁতৰি গ'ল।

যোৱা নিশা যিকুঁৱা জুয়ে তাক পুৰি মাৰিলে সেই জুইকুঁৱা সি কেবাবছৰ আগতে পাগলদিয়াৰ পাৰত দেখিছিল। এই জুই দেখাটোকে আমি তাৰ মনৰ ৰোগ বুলি ভাবিছিলো। এইয়া আমাৰ ভুল ধাৰণা আছিল। তাৰ দেহ মনৰ পবিত্ৰতাৰ বাবেই সি জুইকুঁৱাই খেদি অহা বহুদিন আগতেই দেখিছিল।

হয়তো সি কাহানিবাই পাপেৰে ভৰা পৃথিৱীখনৰ পৰা আঁতৰি গ'লহেঁতেন। কিন্তু মায়াৰে আবৰা পৃথিৱীখনত মানুহৰ মায়া এৰা সহজ নহয়। সহজ নহয়, পিতৃ-মাতৃ-ভাই-বন্ধুৰ মায়া ছিঙি আঁতৰি যোৱা।

পৰহি নিশাহে সি আমাৰ মায়ামোহ ছিগি যাব পাৰিছে। মোলৈ এইকথা জনাই চিঠি এখনো দি গৈছে।

মহীধৰৰ কথা শুনি মানুহবোৰ শান্ত হ'ল।

পাগলদিয়া নৈৰ পাৰত পতা চিতাত পবিত্ৰৰ শবদেহটো তুলি দি পৰাশৰে মুখাগ্নি কৰিলে। চাই থাকোঁতেই পবিত্ৰৰ নশ্বৰ দেহক আকৌ এবাৰ জুয়ে গ্ৰাস কৰিলে।

তাৰ পিচত বেদোক্ত প্ৰথা অনুসৰি পৰাশৰেই পবিত্ৰৰ শ্ৰাদ্ধ আদি কৰি গুৱাহাটীলৈ উভতি গ'ল।

পৰাশৰ আৰু পবিত্ৰৰ অনুপস্থিতি ঘৰখনলৈ নামি আহিল এক গভীৰ শূণ্যতা। এক নিদাৰুণ নীৰৱতা। এনে অৱস্থাত পবিত্ৰৰ কথাবোৰে মহীধৰৰ মনত তোলপাৰ লগাই থকা হ'ল। অকণ শান্তি বিচাৰি হাবাথুৰি খাব লগা হ'ল। শান্তিৰ কথা মনলৈ আহিলেও তাৰ মনত পৰা হ'ল পবিত্ৰৰ কথা।

পবিত্ৰই মুক্তিকামী সংগঠনৰ সদস্য হোৱাৰ পিছত এদিন মহীধৰেই খঙৰ ভমকত পবিত্ৰক সুধিছিল—

: তই মোক কচোন, মানুহৰ পৰা ধন কাঢ়ি আনি তইঁতেই আকৌ কেনেকৈ এইখন সমাজত শান্তি স্থাপন কৰিবি? সেইসকলৰ অঙহী-বঙহীয়ে জানো শেষলৈ তইঁতক সেই পথত অগ্ৰসৰ হ'বলৈ দিব?

তাৰ কথাৰ মূৰত পবিত্ৰই কৈছিল—

: দেউতা চাওক। মই আপোনাৰ সমুখত মোৰ জ্ঞান উজাৰিব নোখোজো। কিন্তু এতিয়ালৈ যিখিনি বুজিছো তাকেহে ক'ম।

মহাভাৰতৰ যুদ্ধৰ সময়ত শ্ৰীকৃষ্ণই অস্ত্ৰধাৰণ নকৰো বুলি কৰা প্ৰতিজ্ঞাৰ কথা আপুনি হয়তো জানেই। এসময়ত সেইজনা শ্ৰীকৃষ্ণয়ে শান্তি স্থাপনৰ স্বাৰ্থত কুৰুক্ষেত্ৰৰ বুকুতে অৰ্জুনৰ ৰথৰ সাৰথি হৈ অস্ত্ৰ ধাৰণ কৰিছিল। আমাৰ সংগঠনৰ আদি সদস্যসকলেও প্ৰথম অৱস্থাত ভবা নাছিল অস্ত্ৰ ধাৰণ কৰাৰ কথা। কিন্তু শাসকেই যেতিয়া ঘাটক হ'বলৈ আৰম্ভ কৰিলে এওঁলোকে হাতত অস্ত্ৰ তুলি ল'বলৈ বাধ্য হ'ল।

দ্বিতীয় কথা হ'ল সংগঠনৰ যুৱকসকলে কাক শাস্তি দিয়ে? কাৰ পৰা ধন দাবী কৰে? কিয় কৰে তেওঁলোকক সেই দাবী আপোনাক এটা উদাহৰণ দিওঁ, ধৰি লওক আমাৰ ককাইদেউৰ কথা। ককাইদেউ হ'ল এজন চৰকাৰী বিষয়া। তেওঁ দৰমহা কিমান পায়? বৰ্তমান সময়ত তেওঁ যিমান স্থাৱৰ বা অস্থাৱৰ সম্পত্তি কৰিছে সেইখিনি সৎ উপাৰ্জনেৰে সম্ভৱ হ'লহেঁতেন নে? ঠিক তেনেদৰে মন্ত্ৰী বিধায়কসকলে বা ব্যৱসায়ী সকলৰ ক্ষেত্ৰতো একেই কথা। কিন্তু এই সকলক অসৎ উপাৰ্জনৰ পথ দেখুওৱাসকল হ'ল চৰকাৰী বিষয়াসকল। মন্ত্ৰী বিধায়কসকলৰ সমুখত এই সকল বিষয়াই নেজ পেলোৱা কুকুৰৰ দৰে হৈ নিজৰ উপাৰ্জনৰ পথ সুগম কৰি লয়।

কিন্তু দেউতা। ইমানবোৰ ধন সম্পত্তি আহৰণ কৰিও কোনোৱাই দৈহিক সুখৰ বাহিৰে মানসিক সুখ বা শান্তি আহৰণ কৰিব পাৰিছেনে? ধন-সম্পত্তিক আমি তুলাচনীৰে বা হিচাবেৰে জুখিব পাৰো। শান্তি জানো তুলাচনীৰে জুখিব পাৰি? মোৰ বোধেৰে শান্তিৰ ওজন ধন-সম্পত্তিৰ ওজনতকৈ বহু বেছি।

মই জানো, মই কোৱা কথাবোৰে আপোনাকো অশান্তি দিছে। একেজনী মাতৃৰ সন্তানহৈও ককাইদেউক সাঙুৰি কোৱা বাবে আপোনালোকৰ দৰে মানুহে মোক হয়তো পাগল আখ্যা দিব। শিক্ষা-দীক্ষা থকাৰ পিছতো এনেদৰে অকৰ্মণ্য হৈ ঘূৰি আনক সমালোচনা কৰাৰ অধিকাৰ নাই বুলি মোক পেলোই কৰি হাঁহিব। পাগলৰ প্ৰলাপ বুলি মই কোৱা কথাবোৰ হাঁহি উৰুৱাই দিব।

কিন্তু দেউতা, মই কোবা কথাবোৰ জানো জিন্নু?

সিদিনা মহীধৰে পবিত্ৰই কোবা কথাবোৰৰ ওপৰত কোনো মন্তব্য দিয়া নাছিল নীৰৱ হৈ থাকিহে তাৰ কথাবোৰ ভাবিছিল। মহীধৰৰ নীৰৱ ভূমিকাত ক্ষুণ্ণ হৈ পবিত্ৰ আঁতৰি গৈছিল।

তাৰ কিছুদিন পিছতেই.....

পবিত্ৰ কাষ চাপিছিল পল্লবীৰ।

পবিত্ৰৰ মৃত্যুৰ পিছত পল্লবীয়ে হেনো বৈধব্য ব্ৰত পালন কৰিছে। এই কথা আৰ তাৰ মুখ বাগৰি তাৰ কাণত পৰিছে। কিন্তু মহীধৰৰ এই কথাত বিশ্বাস হোৱা নাই।

ব্ৰাহ্মণ বিধবাৰ যন্ত্ৰণা সি বুজে।

অন্নপেহীয়ে কোবা কথাবোৰ মনত পৰিলেই আজিও ভয় খায়। মদনৰ মাকৰ বৈধব্য জীৱনত অহা দুৰ্যোগবোৰৰ দৰে পল্লবীৰ জীৱনলৈও যে দুৰ্যোগ নাহিব এই কথা সি কেনেকৈ ভাবি নোৱাৰে। কাৰণ অন্নপেহীয়ে বৈধব্য দিন কটোৱা যুগটো আছিল বেলেগ। এতিয়া আৰু সেই দিন নাই। নাই, সেই দিনৰ মানুহো।

নীৰৱতাই স্থান লোৱা ঘৰখনত দিনবোৰ বাগৰি যাব ধৰাৰ লগে লগে কৌশল্যাও যেন পৰিবৰ্তন হ'বলৈ ধৰিলে। ঘনে ঘনে তাই আনমনা হৈ পৰা হ'ল। হাতৰ কামত স্থবিৰতা আহিল। য'তেই বহে তাতেই কিবা কিবি ভাবি থকা হ'ল। বিজনী কৌশল্যাই প্ৰতিটো মুহূৰ্ততে তাৰ মনৰ খবৰ ৰাখিছিল, সেইজনী কৌশল্যাৰ খবৰ মহীধৰেহে ল'বলগীয়া হ'ল।

তাইৰ তেনে অৱস্থা দেখি ভয় খালে মহীধৰে।

পৰাশৰক খবৰ দিলে।

সি আহিল। নাতি-নাতিনীৰ সতে থাকিলে কৌশল্যাই পবিত্ৰৰ দুখ পাহৰিব বুলি দুয়ো ভাবিলে। গুৱাহাটীৰ ঘৰখনলৈ কৌশল্যাক লৈ যোৱাবো থিৰ কৰিলে।

সিহঁতৰ ধাৰণা শুদ্ধ হ'ল।

পঙ্কজ আৰু অঞ্জনাক পোৱাৰ পিছত কৌশল্যা আগৰ দৰে উজ্জ্বলি উঠিল। মনৰ সুখত, পুত্ৰ-বোৱাৰী, নাতি-নাতিনীৰ সকলো কামকে তাই সামৰি ল'লে।

মহীধৰবো বুকুৰ ভিতৰখন পাতল পাতল লগা হ'ল।

কিন্তু সময় নিষ্ঠুৰ। সময়েহে উদঙাই সঁচা কি? মানুহৰ মনৰ মাজত প্ৰবাহিত সুখৰ ধাৰা কিমান দিনলৈ বৈ থাকিব পাৰে?

আজি কৌশল্যাই চুপি চুপি তাৰ কাষ চাপি যেতিয়া ক'লে ডিংডিঙিলৈ যাওঁ ব'লা বুলি তেতিয়াহে সি উচপ খাই উঠিল। তাৰ মানে কৌশল্যাই.......।

সি সিদ্ধান্ত ল'লে ডিংডিঙি গাঁৱলৈ উভতি যোৱাৰ। এই সিদ্ধান্ত কাৰ্য্যকৰী নকৰাকে নেথাকে।

ঘনচিৰিকা চৰায়ে 'কিচিৰ-মিচিৰ' কৰি মতা শব্দত মহীধৰ উচপ খাই উঠিল। কোঠাটোত এন্ধাৰে এতিয়াও পিতপিতাই আছে। পাতল পোহৰ এচেৰেঙাইছে যেন এন্ধাৰক আঁতৰাবলৈ খেদি ফুৰিছে। পোহৰক অনুসৰণ কৰি তাৰ চকু গ'ল ভেন্টিলেটৰখনলৈ। কুঁৰলীয়ে আৱৰা যেন লগা পোহৰে ভেন্টিলেটৰখন ছানি ধৰিছে। মহীধৰে বুজিলে ৰাতি পুৱাল। লগতে এইটোও অনুভৱ হ'ল যে, বিছনাত উঠাৰ পিছৰে পৰা অতীতত বিচৰণ কৰি এটি সম্পূৰ্ণ উজাগৰী নিশা পাৰ কৰিলে।

কৌশল্যালৈ চালে মহীধৰে।

মানুহজনী গভীৰ টোপনিত। বয়সে আঁচোৰা মুখমণ্ডলত অৱসাদৰ ছাপ। হয়তো কেবাদিনো কৰা কামৰ বাবেই ক্লান্ত হৈ পৰিছে। তাইক জগাবলৈ মন নগ'ল।

অকণো শব্দ নোহোৱাকৈ সি উঠিল।

অতি সাৱধানে আঠুবাখন ডাঙিলে। তাৰ তলেৰে ভৰিদুখন পাৰ কৰি প্ৰথমে সোঁভৰিখন মাটিত থৈ পৃথিৱীক প্ৰণাম কৰি ক্ষমা মাগিলে। পিচত বাওঁ ভৰিখন থৈ হাৱাই চেণ্ডেলজোৰ পিন্ধি ল'লে। তাৰ পিচতহে আঠুৱাৰ তলৰ পৰা মূৰটো উলিয়াই থিয় হ'ল। ঘূৰি, মহ সোমাব নোৱাৰাকৈ আকৌ আঠুৱাখন খুচি থ'লে।

বাথৰূমত সোমাই মুখ ধুই গাটোও তিয়ালে। তাৰ পৰা ওলায়ে দেখিলে আঠুৱা তুলি বিছনাখন পৰিপাটিকৈ পাৰি কৌশল্যা বহি আছে। তালৈ চাই কৌশল্যাই সুধিলে-

ঃ আপুনি গা ধুলেই নেকি?

ঃ ওঁ ধুলো। তুমিও ধুই লোৱা। ধুই তোমাৰ আৰু মোৰ কাপোৰখিনি বেগত ভৰোৱা। মই কালিয়েই পৰাশৰক কৈ থৈছো যে আজিয়েই আমি ডিংডিঙিলৈ যাম। সি যদি গাড়ীখন দিয়ে, তাতেই যাম। নহ'লে বাছত। বুজিছা। শুভস্য শীঘ্ৰম।

মহীধৰৰ কথা কৌশল্যাই মনদি শুনিলে যদিও একো নামাতি বাথৰূমত সোমাল।

মহীধৰে পকাচুলিৰে ভৰা মূৰটো আচুৰি নিজৰ কাপোৰখিনি আলনাৰ পৰা নমাই জাপি-জুপি বিছনাৰ একাৰত থ'লে।

আলনাত থকা বাকীখিনি কৌশল্যাৰ কাপোৰ। এবাৰ ভাবিলে সেইখিনিও জাপি থওঁ বুলি। কিন্তু নথ'লে। কাৰণ কৌশল্যাই পিন্ধা কাপোৰত সি হাত দিয়াটো নিবিচাৰে। কোনে জানো তাইৰ মূৰত এটা অন্ধ বিশ্বাস সুমুৱাই দিছে। তিৰোতাই আগতে পিন্ধা কাপোৰ মূৰৰ ওপৰলৈ গ'লে বা তিৰোতাই ওপৰত থোৱা কাপোৰৰ তলেৰে পুৰুষ গ'লে সেইজন পুৰুষৰ হেনো আয়ুস ক্ষয় হয়। প্ৰথম অৱস্থাত তাইৰ এনে অন্ধ বিশ্বাস আঁতৰাবলৈ সি বৰ যত্ন কৰিছিল। আগতে কামবোৰ কৰি পিছতহে কৌশল্যাক কৈছিল। শেষলৈ তাই প্ৰতিবাদ নকৰা হৈছিল যদিও তাক মাতিবলৈও এৰিছিল আৰু মহীধৰৰ জীৱনলৈ যাতে কোনো অপায় অমঙ্গল নাহে আৰু যাতে দীৰ্ঘজীৱন লাভ কৰে সেই কামনাৰে ব্ৰত ধৰা আৰম্ভ কৰিছিল। প্ৰতি সোমবাৰে দিনৰ দিনটো লঘোণে থাকি নিশাহে একসিদ্ধ খাদ্য খাইছিল।

তাইৰ শাৰীৰিক কষ্টৰ কথা ভাবিয়েই শেষলৈ মহীধৰে কৌশল্যাই পিন্ধা কাপোৰৰ তলেৰে পৰাপক্ষত নগৈছিল বা নুচুইছিল।

মহীধৰ বাহিৰলৈ ওলাল।

পুত্তেক বোৱাৰীয়েকৰ শোৱা কোঠালৈ চালে। সিহঁত এতিয়াও উঠা নাই। কাম কৰা ছোৱালীজনী শোৱা কোঠাটোৰো দুৱাৰখন বন্ধ।

নিমাও মাও চোতালখনত বৈ থাকিবৰ মন নহ'ল মহীধৰৰ। পদূলি মুখলৈ বুলি আগবাঢ়িল। অইন দিনা পুৱা সি প্ৰাতঃভ্ৰমণ কৰে। চিনাকি অচিনাকি বহু মানুহক এইখিনি সময়ত লগ পোৱা যায়। দুই চাৰি-আষাৰ কথা পাতি ভাল লাগে।

আজি গেটখুলি বাহিৰলৈ ওলাই যাবলৈ মনে নক'লে। গেটখনৰ কাষত থিয় হৈ দৃষ্টিত ধৰা দিয়া দূৰত্বলৈ ৰাস্তাটোকে চালে। থিক তেতিয়াই তীব্ৰবেগেৰে গাড়ী এখন আহি পশ্চিমলৈ বুলি ধাৱমান হ'ল। গাড়ীখনৰ তীব্ৰ বেগ সহিব নোৱাৰি পথৰ ধূলিবোৰ ওপৰলৈ উঠিল। মহীধৰে তৰ্কিব পৰাৰ আগতেই ধূলিবোৰে আৱৰি ধৰিলে। ধোৱা গাটোত ধূলিৰ চামনি এটা পৰিব বুলি ভয় পাই পলকতে পিছুৱাই আকৌ চোতাল পালে।

পৰাশৰ, অহল্যা আৰু কনকৰা ছোৱালীজনীয়ে নিজৰ নিজৰ কোঠাৰ দুৱাৰ খুলিছিল। সি বাৰান্দাত বহিলগৈ।

কৌশল্যাই চাহ আনিছিল তাক দিবলৈ বুলি। আগবাঢ়ি আহোঁতেই সি সুধিলে—

ঃ তোমাৰ কাপোৰখিনি থিক কৰিলানে?

ঃ হয়। ভি আই পিটোত ভৰালো।

চেপা কণ্ঠেৰে উত্তৰ দি তাই আঁতৰি গ'ল।

পৰাশৰে চাহ খাই উঠাৰ সময় অনুমান কৰি মহীধৰ কাষ চাপিল।

পৰাশৰে তালৈ চাইছিল। সেই সুযোগতে মহীধৰে গম্ভীৰ স্বৰেৰে সুধিলে—

ঃ আমি আজি পুৱাবেলাতে গাঁৱৰ ঘৰলৈ যাম বুলি ঠিক কৰিছো। মাৰইও কাপোৰ কানি বান্ধিছে। তই আমাক নিজে থৈ আহিবি নে আন গাড়ীত পঠাবি? নে বাচত যাম?

ঃ আজি নগ'লে নহ'ব জানো?

বিমৰিষ ভাবেৰে সুধিলে পৰাশৰে।

ঃ ওঁহো নহয়।

নিৰস কণ্ঠেৰে উত্তৰ দিলে মহীধৰে।

ঃ মই আজি যাব নোৱাৰিম। গাড়ী এখনকে অনাৰ লাগিব।

ঃ যি কৰ কৰ। মুঠতে তই অফিচলৈ যোৱাৰ আগতে আমি এইখন ঘৰৰ পৰা ওলাই যাব খুজিছো।

মহীধৰ পৰাশৰৰ কাষৰ পৰা আঁতৰি আহিল।

আঠ বজাৰ আগে আগে, গাড়ী এখন আহি পদূলি মুখত ৰ'লহি।

কৌশল্যা পাকঘৰৰ পৰা ওলাল। নাতি-নাতিনীহালক আৰু কাম কৰা ছোৱালীজনীক মাত লগাই, গাড়ীখনৰ ফালে আগবাঢ়িল।

(৫৩)

গাড়ীখন আগবাঢ়িছিল বশিষ্ঠৰ দিশে। বশিষ্ঠ চাৰিআলিৰ চ'কৰ পৰাই নেখনেজ হাইৱেৰে গতি ল'লে। কিছুদূৰ আগবঢ়াৰ পিচতে মহীধৰৰ চকুত পৰিল বালাজী মন্দিৰটোত। মন্দিৰটোলৈ হাতজোৰ কৰি প্ৰাৰ্থনা জনালে সি।

গাড়ীয়ে তীব্ৰ গতি লৈছে। লখৰা, গড়চুক আদি ঠাইবোৰে তাৰ চকুত ধৰা দি পিচ পৰি ৰ'ল। জালুকবাৰী চ'কতহে গাড়ীৰ গতি কিছু স্তিমিত হ'ল। ছিটিবাছ, লাইন বাছ, ট্ৰাক বিভিন্ন আকাৰৰ চাৰিচকীয়া তথা দুচকীয়া বাহনৰ বাবে শৰাইঘাট দলংলৈ যোৱা পথটো যেন সৰু হৈ পৰিছে, এনে লাগিল।

তাৰ মাজেৰে সিহঁতৰ গাড়ী আগবাঢ়িল। শৰাইঘাট দলংৰ ওপৰত উঠাত নৈখনলৈ চালে সি। হাতজোৰ কৰি প্ৰণাম জনাই গালে—

"ওঁম ব্ৰহ্মপুত্ৰ মহাভাগ শান্তনু কুলনন্দন....'

প্ৰণাম মন্ত্ৰটোৰ এইখিনিলৈ সকলোৱে শুনাকৈ উচ্চাৰণ কৰি শেষৰ শব্দবোৰ মুখৰ ভিতৰতে ৰাখি প্ৰণাম সামৰিলে। দলং পাৰ হৈ চেকগেট পোৱাৰ পিচত গাড়ী সোমাল হাজো হৈ নলবাৰীলৈ যোৱা পথেৰে।

ইমান সময় কৌশল্যা নীৰৱ হৈয়ে বহি আছিল। থেক পথটোত উঠাৰ পিছত তাইৰ যেন কিবা এটি হ'ল। বহা ঠাইতে কেবাবাৰো উচ্‌পিচাই মহীধৰৰ মুখলৈ চালে। চকুত চকু পৰাত মহীধৰে সুধিলে—

ঃ কৌশল্যা তুমি কিবা ক'বা?

ঃ ক'ব খুজিছিলো।

ঃ কি?

ঃ মইনো কিয় ডিংডিঙিলৈ উভতি যাব ওলালো। এবাৰো নুসুধিলেচোন?

মহীধৰে কৌশল্যাৰ মুখলৈ কিছুসময় চালে। তাইৰ চকুলৈ চাই কিবা যেন বুজিব খুজিলে। শেষত লাহে লাহে ক'লে,

ঃ যোৱাকালিয়েই তোমাক সুধিব খুজিছিলো। কিন্তু পৰিবেশ অনুকূল নহ'ব বুলিয়েই নুসুধিলো। আকৌ তুমি কথাবাৰ মোক যি ধৰণেৰে কৈছিলা, তেতিয়াই বুজিছিলো কিবা এটি এনে কাৰণ আছে যাৰ বাবে তুমি সেইখন ঘৰ এৰিব খুজিছা। এতিয়া কিন্তু ক'ব পাৰা।

হঠাৎ কৌশল্যাই ড্ৰাইভাৰজনলৈ চাই নীৰৱ হৈ থাকিল। ড্ৰাইভাৰজন পৰাশৰ আৰু অহল্যাৰ অতি চিনাকি। সিহঁতক লৈ কেবাবাৰো ডিংডিঙিৰ ঘৰলৈ গৈছে। সেইখন ঘৰত কেবাদিনো থাকিও আহিছে। সেয়েহে বাট পথ একো চিনাই দিব নালাগে। তাই কোৱা

কথাবোৰ সি যদি পৰাশৰ আৰু অহল্যাক লগাই দিয়ে। ড্ৰাইভাৰজনলৈ চাই তাই মহীধৰৰ কাণৰ কাষত ফিচফিচাই ক'লে—

ঃ আমাৰ কথাবোৰ সি যদি পৰাশৰ আৰু বোৱাৰীক কয়গৈ....।

এইবাৰ মহীধৰেও একো নকৈ মনে মনে ৰ'ল।

হঠাৎ ড্ৰাইভাৰজনে দীঘলকৈ গাড়ীৰ হৰ্ণ বজাই ব্ৰেক কষিলে। তেনেদৰে ব্ৰেক ধৰাত মহীধৰ আৰু কৌশল্যাৰ দেহ আৰু মূৰ সমুখলৈ হালি গ'ল।

ব্ৰেক ধৰি গিয়াৰ সলাই ড্ৰাইভাৰজনে ধীৰে ধীৰে গাড়ীখন আগবঢ়াই নিব ধৰা দেখি মহীধৰ আৰু কৌশল্যাই ক'তনো কি হ'ল বুলি সমুখলৈ চালে।

গাড়ীখনৰ পৰা নাতিদূৰৈত প্ৰায় এশমান গৰুৰ এটা জাক। গৰুৰ জাকটোৱে গোটেই পথটো আগুৰি আগবাঢ়িছে। গৰুৰ জাকটো খেদি আনিছে দুজন মিঞা মানুহে। মানুহ দুজনৰ কান্ধত একোখন মোনা আৰু হাতত একোডাল এচাৰি। এচাৰি দুডাল জোকাৰি জোকাৰি, মুখেৰে ঘুৰ, ঘুৰ বুলি কৈ মিঞা দুজনে গৰুবোৰ মাজ পথৰ পৰা একাষলৈ খেদি দিব খুজিছে যদিও পৰা নাই। সেয়ে ড্ৰাইভাৰজনে ব্ৰেক কষি, হৰ্ণ বজাই গাড়ী লাহে লাহে আগুৱাই নিব লগা হ'ল।

তেনেদৰেও ড্ৰাইভাৰজনে শেষলৈ গাড়ীখন আগবঢ়াই নিব নোৱাৰিলে। এসময়ত ৰখাই দিব লগা হ'ল। পেঁ পেঁ কৈ হৰ্ণটো বজাই থাকিল।

সমুখত গাড়ীখন দেখি আৰু পেঁ পেঁকৈ বাজি থকা হৰ্ণৰ শব্দত ৰ'ব নোৱাৰি শেষত গৰুবোৰে যেনিবা নিজেই পথ বিচাৰি উলিয়ালে। কেইটামান গৰুৱে অৱশ্যে গাড়ীখনত গা ঘঁহাই যাব লগা হ'ল। তেনেদৰে গা ঘঁহাই যাব লগা হোৱাত গৰুবোৰ দুভাগ হ'ল। এভাগ গ'ল বাওঁ পিনে এভাগ সোঁ পিনে।

মহীধৰে গৰুবোৰলৈ পৰখি চালে। চেউৰীৰ পৰা বুঢ়ী গাইলৈ, দমৰাকে ধৰি বুঢ়া হালোৱালৈ, বিভিন্ন ধৰণৰ গৰু জাকটোত আছে। খিৰতী গাই দামুৰীহে নাই। বহুতৰে স্বাস্থ্য ভাল। কেইটামানহে হাড়ে ছালে লগা।

গৰুবোৰৰ প্ৰায়খিনিকে দুটা-দুটাকৈ পঘাৰে সাঙুৰি আনিছে। হাড়ে ছালে লগা কেইটাহে মুকলি হৈ আছে। সেয়েহে সমুখত গাড়ীখন দেখিও সিহঁতে ৰাস্তাৰ কাষলৈ যাব পৰা নাই। এটাই যদি এফালে টানিছে আনটোৱে সিফালে টানিছে।

গৰুবোৰে পথ মুকলি কৰি দিয়াত ড্ৰাইভাৰজনে গাড়ী ষ্টাৰ্ট দিলে।

স্বস্তিৰ নিশ্বাস এৰি মহীধৰে আৰামকৈ বহি, কৌশল্যালৈ চালে। তাইও ভালদৰে বহি লৈ তালৈ চাইছিল। চকুৱে চকুৱে পৰাত কৌশল্যাই সুধিলে—

ঃ এই গৰুবোৰ ক'লৈ নিব?

ঃ ভালদৰে নেজানো, অৱশ্যে আৰ তাৰ মুখত শুনিবলৈ পোৱামতে চিলঙলৈ নিয়ে বোলে।

ঃ কিয়? এই গৰুবোৰ পুহি কামত লগাব পৰা মানুহ অসমত নাই নেকি?

: আছে।

: তেনেহ'লে কিয় নিয়ে?

: এই গৰুবোৰ এতিয়া অসমীয়া মানুহৰ কামত নাহে।

: মানে?

: কামত নাহে বাবেই অসমীয়া মানুহে এই গৰুবোৰ বিক্ৰী কৰিছে। কালেণ্ডীয়ে কিনি আন্তঃৰাজ্যিক ব্যৱসায়ীৰ ওচৰত বিক্ৰী কৰিছে।

: চিলঙলৈ নি কি কৰিব?

: কামত লগাব।

: অসমীয়া মানুহৰ কামত নলগা গৰুবোৰ নি চিলঙত কিনো কামত লগাব? এইবোৰ আপুনি মোক কি কৈছে?

কৌশল্যাই কৰা প্ৰশ্ন শুনি মহীধৰৰ হাঁহি উঠিব খুজিছিল বিশেষকৈ তাই হতভম্ব হোৱা মুখৰ ৰংঢোলৈ চাই। ওঁঠতে হাঁহি সামৰি সি ক'লে,

: অ সঁচাকে কৈছো। কামত লগাব। খোৱা, পিন্ধা, উৰা, ব্যৱসায়ী সামগ্ৰী, সাৰ আদি তৈয়াৰ কৰাত লগাব।

: ভালদৰে কওঁকচোন।

: শুনা। এই গৰুবোৰ চিলঙত মাৰি যিবোৰৰ মাংস খাব পৰা হৈ আছে, সেইবোৰৰ মাংস বিক্ৰী কৰিব, খাব নোৱাৰাবোৰৰ হাড়-ছালেৰে সাৰ আৰু চামৰাৰ বস্তু তৈয়াৰ কৰিব। বুজিলা।

: ইমানবোৰ গৰু মাৰি পেলাব? ছিঃ ছিঃ সিহঁতৰ পাপ নেলাগিবনে? গৰুকচোন আমি লক্ষী বুলি মানো। বলধ শিৱৰ বাহন।

এইবোৰৰ বাবে মানুহেচোন গৰুক পূজা কৰিবলৈ গো-পূজা পাতে। গৰু দানক শ্ৰেষ্ঠ দান বুলি কয়। ইয়াৰ বাহিৰেও বহাগ বিহুত গা-ধুৱাই, খুড়া আৰু শিঙত তেল দি নতুন পঘা, দৰখ আদিৰে বিহুৱান দিয়ে। লাউ-বেঙেনাৰ মালা পিন্ধাই – দীঘলতি, মাখিয়তিৰ পাতেৰে কোবাই কয়–

: লাউ খা বেঙেনা খা

বছৰে বছৰে বাঢ়ি যা।

মাৰ সৰু বাপেৰ সৰু

তই হবি বৰ গৰু।'

এইবুলি কৈ সেৱাও কৰে। আৰু আপুনিচোন এইটোও জানে যে, আগৰ দিনত আমাৰ মানুহে বুঢ়া হ'লেও গৰু নিবিকিছিল। জীৱনৰ অন্তিম দিন কেইটাত আদৰ সাদৰকৈহে ৰাখিছিল। উঃ কি যে দিন পৰিল। অসমীয়া মানুহ ইমান তললৈ নামিলনে? বুঢ়া গৰুকেইটাৰ মাংস, হাড়-ছাল নিবিকালে সিহঁতৰ পেটৰ ভাত মোকলাব নোৱাৰেনে? ছিঃ ছিঃ ছিঃ।

কৌশল্যাই ক্ষোভত কোৱা কথা শুনি মহীধৰৰ আকৌ হাঁহিৰ মন হ'ল। কৌশল্যাক

ক'বলৈ মন গ'ল—

ঃ বুজিছা কৌশল্যা। এইয়া হ'ল, সভ্যতাৰ চমক শিক্ষাৰ বাহ্-বাহ্। দেখাত মানুহ যিমানেই শিক্ষিত হৈছে, সভ্য বুলি নিজক চিনাকি দিব পৰা হৈছে, পেটৰ ভাত থকা ঘৰ আহ-যাহৰ সহজ সুবিধা লাভ কৰিছে, তিমানেই তেওঁলোকৰ পুৰণা বস্তুৰ প্ৰতি মোহ নোহোৱা হৈছে। এই ক্ষেত্ৰত গাড়ী-ঘৰ, জীব-জন্তু বা মানুহেই নহওঁক কিয় একো বাদ পৰা নাই। কিন্তু এনে শিক্ষিত তথা সভ্য বুলি স্বীকৃতি ল'ব খোজা মানুহখিনি যে সেই পুৰণা আকাশৰ তলৰ পুৰণি পৃথিবীখনতে বাস কৰি আছে সেইটোহে উভতি চাবলৈ সময় নাই। সিহঁতযে পুৰণি পৃথিবীখনতে উপজিছে আৰু এদিন তাতেই যে বিলীন হৈ যাব, সেই কথাও নেভাবে।

তোমাৰ মোৰ কথাকে ভাবাচোন। আমি যেতিয়া বৃদ্ধ বয়সৰ আওতাত সোমোৱা নাছিলো তেতিয়া পৰাশৰ আৰু অহল্যাই আমাৰ ওচৰলৈ সঘনে যোৱা নাছিল জানো। কিন্তু এতিয়া সিহঁত জানো যাব খোজে? নোখোজে। কাৰণ আমি বুঢ়া অৰ্থাৎ পুৰণা হৈছো।

সিহঁতৰ নতুন ঘৰ তথা সংসাৰলৈ অহা নতুন মানুহ গাড়ী, সম্পত্তিক লৈ সিহঁত ব্যস্ত হৈ পৰা নাই জানো? তোমাৰ আৰু মোৰ বাবে খৰচ কৰিবলৈ সিহঁতৰ হাতত সময় আছেনে? এসময়ত সিহঁত আমাৰ ঘৰলৈ গৈছিল, এতিয়া আমিহে সিহঁতৰ ঘৰলৈ আহিব লগা হৈছে। আমাৰ বয়সে আমাক পুৰণি পৃথিবীখনলৈ টানি নিবলৈ সময় হোৱা বাবেই, আমি বৰ্তমানৰ জগতখনত পুৰণি হৈ যোৱা বাবেই আমাৰ প্ৰতি সিহঁতৰ আজি এই অনীহা।

অলপ দকৈ চিন্তা কৰাচোন। আমাৰ গাড়ীখনৰ পথৰুদ্ধ কৰি চিলঙলৈ নিবলৈ ওলোৱা গৰুবোৰৰ দৰেই আজি তুমি আৰু মই নহওঁনে। গৰুবোৰে নিজৰ ঘৰ, অঙহী-বঙহী এৰি খোজ কাঢ়িছে নিজৰ মৃত্যু পুৰীলৈ। আনহাতে আমাৰ মা-দেউতাই হাড় পেলোৱা ডিংডিঙি গাওঁখনলৈ আমি আগবাঢ়িছো এখন গাড়ীত। আমাৰ লগতো কোনো অঙহী-বঙহী নাই।

পাৰ্থক্য মাথো এইখিনিতেই যে সিহঁত চাৰি ঠেঙীয়া নেজ থকা আৰু আমি দুঠেঙীয়া আমাৰ নেজ নাই...।

কিন্তু মহীধৰে কৌশল্যাক একো নক'লে।

তাৰ মনলৈ আহিল কুৰুক্ষেত্ৰত ভগবান শ্ৰীকৃষ্ণই বিষাদত ভাগি পৰা অৰ্জুনক কোৱা আৰু গীতা নামৰ পুথিখনত থকা সেই বিখ্যাত শ্লোকটো।

ঃ মামুপেত্য পুনৰ্জন্ম দুখালয়ম শাশ্বতম

নাপ্নুৱন্তি মহাত্মনঃ সংসিদ্ধি পৰমাংগতা।'

শান্তিৰ সন্ধানত অলৌ-টলৌকে ঘূৰি ফুৰা মানুহৰ তথা জীৱদেহৰ গতিপথ হয়তো এনেকুৱাই।

মহীধৰহঁতৰ গাড়ীখনে গণেশ মন্দিৰৰ ওচৰৰ আপটোত উঠিবলৈ লওঁতেই কৌশল্যাই ড্ৰাইভাৰজনলৈ চাই চিঞঁৰি উঠিল।

ঃ হেৰা শুনিছানে? অলপ আগত ৰাস্তাৰ ভাজটো পাৰ হ'লেই এটা গণেশ মন্দিৰ পোৱা যাব নহয়, তাত ৰখাবাচোন?

ড্ৰাইভাৰজনে একো নক'লে যদিও আপটোত গাড়ীখন উঠোৱাৰ বাবে সাজু হৈ মূৰটো জোকাৰিলে।

(৫৪)

গণেশ মন্দিৰৰ সমুখত।

মহীধৰ আৰু কৌশল্যা গাড়ীৰ পৰা নামিল। পথৰ দাঁতিত সৰু ল'ৰা এজনে টেবিল এখনত ধূপ, চাকি, ফুলৰ দোকান পাতি থৈছিল। কৌশল্যাই চাকি আৰু ধূপ কিনি গণেশ মন্দিৰত সোমাবলৈ লওঁতেই মহীধৰেও পাছ ল'লে।

চাকি ধূপ জ্বলাই, বিঘ্ন বিনাশক গণেশৰ সমুখত আঠু লৈ দুয়ো উঠিছিল হে মাত্ৰ থিক তেতিয়াই হাজোৰ পিনৰ পৰা অহা বাছ এখন সেইখিনি পালেহি।

বিঘ্ন বিনাশক গণেশৰ সমুখত বাছৰ ড্ৰাইভাৰজনে ব্ৰেক কষি মুহূৰ্তমানৰ বাবে বাছখন ৰখাই দুবাৰো হৰ্ণ বজালে। সেই সময়তে মহীধৰে দেখিলে, বাছৰ আসনত বহি থকা কেইবাজনো যাত্ৰীয়ে খিৰিকীৰে মূৰ উলিয়াই গণেশৰ মূৰ্তিটোলৈ বুলি মুদ্ৰা কিছুমান দলিয়াই দিলে। কেইটামান মুদ্ৰা গণেশৰ গা-মুখত পৰিল। কেইটামান মুদ্ৰা মহীধৰৰ আৰু কৌশল্যাৰ গাতো লাগিল কেইটামান মজিয়াত আৰু কেইটামান পথৰ ওপৰত।

যাত্ৰীসকলে মুদ্ৰা দলিওৱাৰ ধৰণটো দেখি মহীধৰৰ মনটো কিবা কোচ খাই গ'ল। এনে ভাব আহিল, সিদ্ধি বিনায়ক গণেশ দেৱতাই যেন ভিক্ষাৰ জোলোঙা এখন লৈহে বিপদ-সঙ্কুল পথৰ ওচৰত বহি আছে আৰু তাকে দেখি বাছৰ যাত্ৰীসকলে যিয়ে যেনেদৰে পাৰে মুদ্ৰা দলিয়াই তেওঁক সহায় কৰিছে।

কথাবোৰ ভাবি থাকোঁতেই চাকি ধূপ বেচা ল'ৰাজন মন্দিৰৰ পিনে আহিল আৰু সিঁচৰতি হৈ পৰি থকা মুদ্ৰাবোৰ বুটলি লৈ গ'ল।

কৌশল্যা আৰু মহীধৰে মন্দিৰৰ বাহিৰ ওলাই পথটো পাৰ হ'ল। তেতিয়াই কৌশল্যাই তালৈ চাই ক'লে,

: বহুদিন ধৰি দেখি অহা বস্তু এটাৰ কথা আপোনাৰ পৰা জানি ল'ম বুলি ভাবি আছো। আজি ক'বনে?

: কিনো?

: মোৰ পিচে পিচে আহকচোন।

মহীধৰে কৌশল্যাৰ পিচ ল'লে। তাই কিছুদূৰ ভটিয়াই গৈ পথৰ কাষৰ ওখ ঠাই এটুকুৰাত থিয় হৈ পশ্চিমলৈ চালে। মহীধৰো তাইৰ কাষত থিয় হ'ল।

সিহঁত দুয়োৰে সমুখত অথচ কিছু আঁতৰত মহানদ ব্ৰহ্মপুত্ৰৰ পানীভাগ। মহীধৰৰ এনে লাগিল উত্তৰ দিশলৈ বুলি গতি লৈছে। পানীভাগলৈ চাই থাকোঁতে তাৰ মনলৈ আহিল উত্তৰ কামৰূপৰ মানুহৰ মুখে মুখে চলি অহা কথা এষাৰ। কথাষাৰ সি মনে মনে আওৰালে—

ঃ হাজোক দক্ষিণ কৰিব

পুষ্পভদ্ৰা মুকলি হ'ব।'

কথাৰাৰ সি আঁওৰালে হয়, কিন্তু ভয়ো খালে এই কথা ভাবি যে কৌশল্যাই তাৰ পৰা কিবা জানিব খুজিহে তাক এই ওখ ঠাইখনলৈ মাতি আনিছে। এতিয়া যদি তাই তাক এই পুষ্পভদ্ৰাৰ কথা সোধে তেনে কি হ'ব? কিয়নো কথাৰাৰ সি আৰ তাৰ মুখত শুনিছেহে বাকী একো নাজানে। মনত ভয় লৈ সি বেছি সময় ৰ'ব নালাগিল। তাৰ মনত থিতাপি লোৱা ভয় আঁতৰি গ'ল, যেতিয়া কৌশল্যাই নৈৰ মাজলৈ আঙুলিয়াই সুধিলে,

ঃ পানীৰ মাজত যে আছে সৌখন কি পাহাৰ?

ঃ সেইখন ৰাক্ষসী পাহাৰ। পাহাৰখনৰ বিষয়ে এটি কিংবদন্তিও প্ৰচলন হৈ আছে।

ঃ অলপ কওকচোন।

ঃ মই বোধহয় ভালদৰে ক'ব নোৱাৰিম। তথাপি শুনা। হিমালয়ৰ মাজত বন্দী হৈ থকা জলৰূপী ব্ৰহ্মপুত্ৰক যেতিয়া ঋষি পৰশুৰামে বোৱাই আনি নীলাচল পাহাৰ পাদদেশত উপস্থিত হ'ল, তেতিয়াই তেওঁৰ দেৱী মা কামাখ্যাক দৰ্শনৰ অভিলাষ জাগিল। হাতৰ কুঠাৰ এৰি, ঋষি নীলাচল পাহাৰত উঠিল। দেৱী দৰ্শনৰ পিছত ঋষি যেতিয়া উভতি আহিল, তেতিয়ালৈ ব্ৰহ্মপুত্ৰ বৈ থাকিব পৰা নাছিল। অকলশৰে পশ্চিমলৈ বুলি আগবাঢ়িছিল। এই কথাত ঋষি খঙত অগ্নিশৰ্মা হ'ল আৰু পিছে পিছে খেদি গ'ল।

কিছুদূৰ আগবাঢ়ি যোৱাৰ পিচতে দেখিলে সুন্দৰ সুঠাম ব্ৰহ্মপুত্ৰক গিলিবলৈ বুলি ৰাক্ষসী এজনীয়ে তাইৰ বিশাল বপু আৰু মুখেৰে আগবাঢ়ি আহিছে। তাইৰ আগ্ৰাসনত পৰশুৰামৰ খং চৰিল। তেওঁ ৰাক্ষসীক অভিশাপ দিলে যাতে তাইৰ বৃহৎ বপুৰ শৰীৰ ক্ষুদ্ৰ হৈ পৰে আৰু ৰাক্ষসীয়ে সদা সৰ্বদা ব্ৰহ্মপুত্ৰৰ পানীভাগৰ তলত বুৰ গৈ থাকে। ঋষিৰ শাপত ৰাক্ষসীৰ আকাৰ সৰু হৈ যাবলৈ ধৰাত হে তাইৰ হুচ আহিল। তেতিয়াই তাই পৰশুৰামক স্তুতি কৰিবলৈ আৰম্ভ কৰিলে।

স্তুতি মিনতিত পৰশুৰামৰ হৃদয় কুমলিল। আৰু কি কৰিলে তাই ভাল পাব সুধিলে। ৰাক্ষসী পৰশুৰামৰ পৰা আশ্বাস পাই এই বৰ মাগিলে যে, তাই যাতে যুগ যুগ ধৰি নিজৰ অস্তিত্ব প্ৰকাশ কৰি ব্ৰহ্মপুত্ৰৰ বুকুৰ মাজত বৈ যাব পাৰে। পৰশুৰামে তাইক সেই বৰেই প্ৰদান কৰিলে। সেই দিনৰে পৰা ৰাক্ষসী এখন সৰু পাহাৰ হৈ আজিও ব্ৰহ্মপুত্ৰৰ বুকুৰ মাজত বৈ আছে।'

এতিয়া জানিলানে? আহা যাওঁগৈ।

কৌশল্যাই একো নামাতি তাৰ পিচ ল'লে।

দুয়ো গাড়ীত উঠিল। ড্ৰাইভাৰ নিজৰ আসনতে বহি টোপনিয়াই আছিল। মহীধৰ আৰু কৌশল্যাই গাড়ীত বহি দুৱাৰ বন্ধ কৰাৰ শব্দত সাৰ পাই গাড়ী ষ্টাৰ্ট দিলে।

দদৰা গাওঁখন পাৰহৈ মুকলি পথ পোৱাৰ পিছতে মহীধৰে বাহিৰলৈ চালে। পথৰ দাঁতিৰ পৰা ব্ৰহ্মপুত্ৰৰ পাৰলৈ আবৰি থকা কৃষি ভূমিখণ্ড তাৰ চকুত পৰিল। কৃষি পথাৰখনৰ সৰহ ঠাইতে কৃষকে বেঙেনাৰ খেতি কৰিছে। বেঙেনা গছৰ মাজে মাজে

কৃষকসকলে মূৰত পাগ মাৰি কিবা কিবি কৰি আছে।

কৃষি পথাৰখন পাৰ হোৱাৰ পিচতে শিঙিমাৰী চ'ক। এই চ'কটোৰ পৰায়ে পাটৰ কাপোৰ উৎপাদন হোৱা অসমৰ একমাত্ৰ গাওঁ গুৱালকুছিলৈ যাব পাৰি।

চ'কটো চেৰাই গাড়ী আগবাঢ়িল।

কন্তেকৰ পিচতে গাড়ীয়ে চেৰালে চেচা নৈৰ দলং। পালেগৈ পঞ্চতীৰ্থৰ ঠাই হাজো। ৰাস্তাৰ সোঁফালে থকা 'দুৰনি'-'মুৰনি' টিলা দুটা দেখি সি বাৰ্তাপিনলৈ চালে। গড়ুৰাচল পাহাৰত থকা মছজিদ আৰু আজান পীৰৰ দৰগাহ বিণি-বিণি চকুত পৰাত তাৰ কাণত যেন কোনোবাই গুণ গুণাই গায় শুনালে—

ঃ হিন্দু কি মুছলমান

একে আল্লাৰ ফৰমান

হয় চাহেৰ হয়।

ইমানতে মহীধৰে মন চন্তালিলে। আজান পীৰৰ কথা মনৰ পৰা আঁতৰাই ভাবিবলৈ ল'লে মাধৱ মন্দিৰৰ কথা। মনলৈ আহিল এফাকি পূজাৰ মন্ত্ৰ। সি গুণ গুণালে—

ঃ ওঁ মাধৱ মাধৱো বাচি

মাধৱ মাধৱো হৃদি

স্মৰন্তি সাধৱঃ সৰ্বে

সৰ্ব কাৰ্যেষু মাধৱম।

এই মাধৱ মন্দিৰৰ বিগ্ৰহকে বৌদ্ধসকলেও নিজৰ বিগ্ৰহ বুলি ভাবে। প্ৰতিবছৰে ভুটান দেশৰ বহুতো মানুহ এই মন্দিৰ দৰ্শন কৰিবলৈ আহে।

কথাবোৰ ভাবি থাকোতে কেতিয়া যে হাজো পাৰ হ'ল উমানকে নেপালে সি। সমুখত দীঘল দলং এখন দেখিছে তাৰ ভক্ত আহিল।

দলং থকা নৈখনৰ আচল নাম পুঠিমাৰী। হাজো অঞ্চলৰ মানুহে অৱশ্যে পুঠিমাৰী নৈ বুলি নকৈ 'লখাই ভৰা' বুলিহে কয়। নৈখনৰ পানীৰ বং ক'লা।

ঃ এইখন নৈৰ নাম কি?

হঠাৎ মহীধৰৰ গাত হেঁচুকি কৌশল্যাই সুধিলে।

ঃ আচল নাম পুঠিমাৰী। হাজোৰ ওচৰে-পাজৰে থকা মানুহে 'লখাই ভৰা' বুলি কয়।

ঃ কিয় লখাই ভৰা বোলে? আৰু ইয়াৰ পানী ক'লা নেকি?

ঃ তুমিতো বেউলা লখিন্দাৰৰ কাহিনী জানাই। লখিন্দাৰৰ মৰাশ জীয়াবলৈ ভেলেৰে উজাই অহা বেউলাই লখিন্দাৰৰ গেলি-পচি যোৱা দেহটো হেনো এই নদীতে ধুইছিল। আৰু তেতিয়াৰে পৰা হেনো নৈৰ পানী ক'লা হৈ আছে। মানুহে এতিয়া বিশ্বাস কৰে, লখিন্দাৰৰ শৰীৰত থকা তক্ষক নাগৰ বিষ পানীত মিহলি হোৱা বাবে পানী ক'লা হ'ল। মোৰ হ'লে বিশ্বাস নহয়।'

কৌশল্যা, লখিন্দাৰৰ কাহিনী জড়িত হৈ থকা বাবেই এই অঞ্চলৰ মানুহে নৈখনক লখাইতৰা নাম দিয়া বুলি কিংবদন্তিত পোৱা যায়।

কৌশল্যাই নীৰৱে কিবা ভাবি ৰ'ল।

## (৫৫)

গুৰ গুৰ শব্দ তুলি নলবাৰী হাজো পথেৰে সিহঁতৰ গাড়ীখন আগবাঢ়িছে। পিছ পেলাই থৈ গৈছে কলিতাকুছি, খোপনিকুছি, বল্লুটু, চোৰাবড়ি আদি গাওঁবোৰ। এইবোৰ পথৰ কাষৰ গাওঁ যদিও বসতি সেৰেঙা।

আগতে এইবোৰ গাওঁ থকা ঠাইত বিল আছিল। অসমত হৈ যোৱা কেবাটাও প্ৰলয়ঙ্কৰ ভূমিকম্পৰ পিছত বিলৰ মাজৰ কিছুমান ঠাই ওখ হৈ আহিল। এই ওখ ঠাইবোৰতে নাৱেৰে উজাই অহা বঙ্গদেশৰ মানুহ কিছুমানে ভেটি একোটা সাজি বসবাস কৰিবলৈ ল'লে।

বুল্লুট নামৰ ঠাইখনৰ ওচৰেৰে পাগলদিয়া নৈৰ পৰা ফাটি অহা জান এটা বৈ গৈছে। জানটোৰ ওপৰত এখন দলং আছে। দলংখনৰ ওচৰতে আজিকালি এখন বজাৰ বহে। এই বজাৰৰ পৰাই বহুতো স্থানীয় মাছ বেপাৰীয়ে মাছ কিনি নি গুৱাহাটীৰ বজাৰত বিকেগৈ। অসমত হোৱা বিদেশী বিতাৰণ আন্দোলনৰ সময়ত বল্লুটুৰ এই বজাৰখনতো বোমা ফুটিছিল। বোমাৰ আঘাতত ভালেমান মানুহ মৰিছিল। বোমাটো ফুটাৰ পিছত বৰভাগৰ মানুহৰ মনতো ভয় উপজিছিল। বিজুলীঘাটৰ বজাৰ আৰু মৰোৱাৰ বজাৰলৈ মানুহ নোযোৱা হৈছিল।

পুৰণি কথা ভাবি থাকোঁতেই চোৰাবড়ি গাওঁ পাৰহৈ গাড়ী পালেহি বিজুলীঘাটৰ দলং। সি তলৰ নৈখনলৈ চালে। হয় তাৰ অতি চিনাকি পাগলদিয়া নৈখনেই। কেইবা মাহৰ মূৰত চিনাকি নৈ আৰু সেই নৈৰে বৈ থকা পানী দেখি মনটো উগুল-থুগুল লাগিল।

: পাগলদিয়া, পাগলদিয়া

ককাল খামুচীয়া

ঘনে ঘনে সাৰ পোৱা

এবুকু মৰম।

পাৰত মোৰ ঘৰ।

ঘৰ। মধুময় ঘৰ।

নৈৰ ঘাট এতিয়া পৰিছে নিজম।

পানী ভৰা কলসীৰে

তিতা ককাল

খিতাতে লিপিত খোৱা

যোড়শী যৌৱন।

পানীত সাতুৰি

পৰিছে ভাগৰি

বঙা ফাকুগুৰি আবেলিৰ ৰ'দৰ।

ঝিকমিক ৰূপালী

ফিচা ভাঙি নচা

চেলেকনি মাছৰ নাচোন।

গাড়ীখনে দলংখন চেৰাই কড়িয়া চ'ক পালেহি। মহীধৰৰ মনত ভহা পাগলদিয়াৰ সপোন ভাঙিছিঙি থানবান হৈ পৰিল। যেতিয়া সি দেখিলে চ'কটোৰ লেতেৰা পৰিৱেশটো। বজাৰ নথকা দিনতো পৰিত্যক্ত সামগ্ৰীৰে চ'কটো লেতেৰা হৈ আছে। মুকলি মনেৰে ক'তো অকণ ভৰি দিবলৈ ঠাই নাই।

গাড়ীৰ ব্ৰেক কষি, গতি কমাই সোঁফালে গাড়ীখন ঘূৰালে ড্ৰাইভাৰজনে। সিহঁত গাওঁৰ মাজত সোমাল।

পথৰ দাঁতিতে তিৰোতা এজনীয়ে তাতৰ বাতি কাঢ়ি আছিল। তাকে দেখি মহীধৰ বহুবছৰ পিছুৱাই গ'ল। মাকলৈ মনত পৰিল। তাৰ মাকে কাপোৰ বুৰিছিল। এনেদৰে তাঁতৰ বাতি কাঢ়িছিল। তাঁতৰ বাতি কাঢ়োতে সি প্ৰায়ে সূতাত উজনি দিছিল। আজি মানুহজনীক এই কামত সহায় কৰি দিছে দহ-বাৰ বছৰীয়া ছোৱালী এজনীয়ে।

মাকৰ পিচতেই তাঁতত কাপোৰ বৈছিল কৌশল্যাই। বোৱাৰী অহল্যাইহে তাঁতৰ পাতত নবহিল। পিচত বহুবছৰ শালখন এনেয়ে পৰি আছিল। উঘা, চেৰেকি, তাঁত বাতি কঢ়া অন্যান্য সজুলিবোৰ বহুদিন এনেয়ে পৰি থকাৰ ফলত ভাগি ছিগি গ'ল। কেইটামান কোনোবাই খুজি নি ঘূৰাই নিদিলে। বিথিনি অৱশিষ্ট আছিল তাঁতশালখনৰ সতে এদিন সি প্ৰভাতৰ মাকক দি ঠাইখিনি খালি কৰিলে।

হঠাৎ মহীধৰৰ দৃষ্টিগোচৰ হ'ল নিমজ পথ এছোৱা। দুয়োকাষে আছে দুডৰা বাঁহনি। বাঁহৰ মাজেৰে সৰকি অহা ৰ'দৰ বশ্মিহে ছটা ছটাকৈ অ'ত ত'ত বিয়পি আছে।

কিছুদূৰ আগবঢ়াৰ পিচতে চকুত পৰিল কেইটামান শিশু। সিহঁতে তামোলৰ ঢকুৰা এখন লৈ খেলিছে। দুটি শিশু তামোলৰ ঢকুৰাখনত উঠিছে আৰু কেইটামান ঢকুৰাখনৰ ঠাৰিডালত ধৰি আগলৈ টানিছে। সিহঁতৰ পিছপিনে বৈ দুজনে বাঁহৰ সৰু চুঙাৰ এমূৰে পমা গছৰ গুটি ভৰাই পিষ্টলেৰে গুলিওৱাৰ দৰে গুলি ফুটাইছে। কেইজনমানে আকৌ 'মজ' গছৰ 'চেউ' দুফালকৈ ফালি চকৰি সাজি বতাহত ঘূৰাই এবাৰ এপিনে এবাৰ আনপিনে দৌৰিছে। আনন্দ মেলাত মত্ত হৈ থকা কোনো এজনৰে হিচাব নাই পৃথিৱীৰ ক'ত কি হৈ আছে ভাবিবলৈ ঘূৰি ঘূৰি চাবলৈ।

মহীধৰহঁতৰ গাড়ীখন নিশব্দে আগবাঢ়িছে। আগবাঢ়িছে ধীৰে ধীৰে। সিহঁতৰ কাষ পাওঁ পাওঁ হৈছে। ঠিক তেতিয়াই ড্ৰাইভাৰজনে হৰ্ণটো বজাই দিলে। হৰ্ণটোৰ শব্দ উঠাৰ লগে

লগে ঠাইখনত যেন বজ্রপাতহে হ'ল। একেকোবে শিশুকেইটা পথৰ দাঁতিলৈ আঁতৰি গ'ল। ট্ৰেকবাত বহি থকা কেইটাও উঠি লৰ মাৰিলে, ট্ৰেকবাখন এৰি বিহ্বল দৃষ্টিৰে চাই ৰ'ল গাড়ীখনলৈ আৰু ট্ৰেকবাখনলৈ।

ড্ৰাইভাৰজনৰ চকুতো ট্ৰেকবাখনৰ প্ৰতি থকা শিশুকেইটাৰ মোহে ধৰা দিছিল। চকাৰ তলত ট্ৰেকবাখন পৰাৰ আগতে সি গাড়ীখন ৰখালে। গাড়ী বৈ যোৱা দেখি সেইখন টানি থকা শিশু এজনে পথৰ দাঁতিলৈ লৈ গ'ল। পমাগুটি লৈ থকা শিশু দুজনে গুলি ফুটালে। চকৰি ঘূৰাবলৈ এৰি থিয় হৈ থকা কেইটাই কিৰিয়ালে।

ড্ৰাইভাৰজনে সিহঁতলৈ চাই হাঁহি হাঁহি সিহঁতক অতিক্ৰম কৰিবলৈ বেচ বঢ়ালে।

মহীধৰৰ মন উৰা মাৰিলে অতীতলৈ। তাৰ জীৱনৰ শৈশৱৰ দিনবোৰলৈ।

মনত পৰিল জীৱকান্তলৈ। জীৱকান্ত তাৰ সমবয়সীয়া। কিন্তু দেখাত এনে লাগে জীৱকান্ত তাতকৈ বয়সত যেন দুই তিনিবছৰৰ সৰু। সদা-সৰ্বদা সি পিন্ধিছিল এখন ৰঙা গামোচা। নাকৰ তলত ওলমি আছিল দুটোপাল ডাঠ সেঙুণ। দেহৰ ছালবোৰ আছিল চুক ভেকুলীৰ দৰে খহটা আৰু ফটা। হাতৰ ঠাৰি, ভৰি দুখন তেনেই নিশকটীয়া। পেটটোহে আগলৈ ওলোৱা। এনে এটি দেহৰ বাবেই নেকি সি গছ বগাবলৈ কাহানিও সাহস নকৰিছিল। লগ সমনীয়াই গছৰ ফেৰেঙনিত বহি আনন্দ কৰি থকাৰ সময়ত গছৰ তলতে থাকি মনৰ দুখ পাতলাইছিল।

এবাৰ শশীকান্ত নামৰ ল'ৰা এজনে তাক সাহস দি পমাগুটি পাৰিবলৈ বুলি গছ এজোপাত উঠাই দিলে। সাহস পাই সিও উঠি গ'ল। পমাগুটি লাগি থকা ডাল এটালৈ বুলি হাত মেলোতেই চকুত পৰিল, বহু তলত থকা পৃথিৱীখন আৰু লগ সমনীয়া সকললৈ। সিহঁত ইমান তলত আৰু সি ইমান ওপৰত। এতিয়া যদি ডাল ভাঙি সৰি পৰে। মৃত্যু ভয়ে মনক ছানি ধৰিলে। এনে লাগিল সি যেন পমাগুটি পাৰিবলৈ গছত উঠা নাই। মৃত্যু দূতৰ ৰথত উঠি জীয়াই জীয়াই স্বৰ্গলৈ যাব ওলাইছে।

জীৱকান্তই মেলা হাতখন পিছুৱাই আনিলে। নাই তাক আৰু পমাগুটি নেলাগে। তাক লাগে মৰমৰ পৃথিৱীখন। লাগে, পিতৃ-মাতৃ, ভাই-ভনী আৰু লগ সমনীয়াকহে। ঠিক কৰিলে তললৈ নামি আহিবলৈ। কিন্তু নামে কেনেকৈ? উঠাৰ সময়ত ফেৰেঙনিত হাতেৰে ধৰি দোপ দি উঠিব পাৰি। কিন্তু নমাৰ সময়ত ফেৰেঙনি ভৰিৰে চুকি পোৱা নাযায়। তাৰ নিজকে ব্যূহৰ মাজত সোমোৱা অভিমন্যু যেন লাগিল। যিজনে ব্যূহত সোমাবলৈ জানিছিল, অথচ ওলাব নেজানিছিল। আজি গছত উঠিব পাৰিছে কিন্তু নামিব নেজানে। নামোতে যদি তললৈ সৰি পৰে অভিমন্যুৰ দৰে তাৰ মৃত্যুও নিশ্চিত। মৃত্যুভয়ত সি গছৰ ওপৰতে কান্দিব ধৰিলে।

জীৱকান্তই নামিবলৈ নোৱাৰি কান্দিব লোৱা বাবে সিদিনা মহীধৰৰ খং উঠিছিল। ভয় নোখোৱাকৈও থকা নাছিল।

শেষত যেনিবা মৃত্যুভয়ৰ পৰা মুক্তি পালে। মহীধৰেই তাক উপদেশ দিলে গছত উঠি নামিব নজনা মেকুৰীৰ দৰে গছডালত পেটটো লগাই চুচৰি নামি আহিবলৈ। সি তেনেদৰেই নামি আহিল সঁচা, কিন্তু পেটৰ ছাল ছিগিল। সেই ঘাঁ শুকাওতেও ছমাহ লাগিল।

এতিয়া সেই জীৱকান্ত নাই। ঢুকাল। আছে তাৰ একমাত্ৰ সন্তান কন্দৰ্প। মহীধৰৰ প্ৰতিবেশী। কন্দৰ্পই ঠেলা চলাই পেটৰ ভাত মোকলাই। গধূলি ঘৰৰ পথা ওলাই গৈ ক'ৰবাত এটুপি পি ৰবমানুহ হৈ ঘৰলৈ ওভটে। পিচত ঘৈণীয়েকৰ সতে কাৰণ অকাৰণে আৰম্ভ কৰে দুৰ্বাদল কাজিয়া।

সিহঁতৰ কাজিয়াত চুবুৰীৰ নীৰৱতা খানবান হয়।

কন্দৰ্পলৈ মনত পৰাত মহীধৰৰ মনটো বিষাদেৰে ভৰি পৰিল। বিষাদ আঁতৰাবলৈ কৌশল্যালৈ চালে। নাই তাইও খিৰিকীৰে বাহিৰলৈ চাই আছে।

কি বাৰু চাই আছে তাই?

(৫৬)

: ৰৰ ৰৰ মানুহৰ
ঘৰবোৰ দেখি
কৈছা সোন। আমাক ধন লাগে
সেই ঘৰত থকা
মানুহৰ দুখবোৰ
তুমি সোন। নেজানা ছাগে।
দিন নাই, ৰাতি নাই
ধনহে বিচাৰি যায়
নাভাবে ঘৰত থাকে কোন
খাব শুৱ সময় নাই
ধনহে লগৰী হয়
ধনেই হ'ল সিহঁতৰ আপোন।
ৰৰ ৰৰ মানুহৰ......

মহীধৰ বৈ গ'ল।

কাণ পাতি ৰেডিঅ'ত বজা গানটো শুনালে। এনে লাগিল, গানৰ সুৰ আৰু কথাই হৃদয়ত বেন, বিন্ধা এটাহে কৰিলে।

মহীধৰে অস্বীকাৰ কৰিব নোৱাৰিলে, গীতিকাৰ আৰু গায়কক। আজিৰ যুগৰ কোন মানুহ বাৰু ধন বিচাৰি বলীয়া হোৱা নাই? ধন আহৰণ কৰিবলৈকেইচোন মানুহে নিজৰ আত্মীয় স্বজনকো পাহৰিব লৈছে। এই ক্ষেত্ৰত তাৰ ঔৰসজাত সন্তান পৰাশৰো চোন পিচ পৰি থকা নাই।

গুৱাহাটীত থাকিবলৈ লোৱাৰ আগতে পৰাশৰৰ এনে মানসিকতাৰ উমান মহীধৰে পোৱা নাছিল। সদায় ভাবিছিল, পৰাশৰ যিহেতু চৰকাৰৰ ৰবৰ এজন উচ্চ বিষয়া চৰকাৰেই

তাক সৰহ ধন দিয়ে। সেই ধনেৰেই সি গাড়ী, ঘৰ, মাটি সম্পত্তিকে আদি কৰি সকলো কৰিছে। কিন্তু তাৰ ওচৰ চপাৰ পিচতেহে সকলো বুজিলে। পবিত্ৰই কৈ যোৱা কথাবোৰ যে মিছা নাছিল সেই কথাৰ প্ৰমাণ পালে।

মহীধৰ কামত লাগিল।

আজি তাৰ কাষত কন্দৰ্প। জীৱকান্তৰ ল'ৰা ঠেলাৱালা কন্দৰ্প দাস। মহীধৰ আৰু কৌশল্যাই গুৱাহাটী এৰি ডিংডিঙি গাঁৱলৈ উভতি অহা শুনি কামত সহায় কৰি দিবলৈ বুলি নিজেই আগবাঢ়ি আহিছে। মহীধৰক কৈছে—

ঃ খুড়া। মই এতিয়া আগৰ মদাহী বা ভাঙুৱী কন্দৰ্প হৈ থকা নাই নহয়। মই এতিয়া ভাল হৈছো। সকলো বদঅভ্যাস এৰি দিলো।

ঃ সঁচা কৈছনে?

ঃ হয় খুড়া। সঁচাকৈয়ে কৈছো।

ঃ আগতেনো কিয় মদ ভাং খাইছিলি আৰু এতিয়ানো সেই অভ্যাস এৰিলি কিয়? আচৰিত হৈ মহীধৰে সুধিলে—

ঃ খুড়া। তেতিয়া মদ ভাং আদি খাইছিলো ঈৰ্ষাত। পিছত শত্ৰুৰেই যেতিয়া মোৰ কাষৰ পৰা আঁতৰি গ'ল, তেতিয়ানো কাৰ ঈৰ্ষাত মদ ভাং খাম। সেয়ে এৰি দিলো।

অবাক হৈ মহীধৰে কন্দৰ্পলৈ চালে। চাই সি যে সঁচা কৈছে এই কথাত বিশ্বাস হ'ল। কন্দৰ্পৰ মুখ চকুৰ উজ্জ্বলতা বাঢ়িছে। মদ ভাং খায় থকা সময়ৰ দৰে চেহেৰা এতিয়া নাই। অলপ বৈ মহীধৰে কন্দৰ্পক সুধিলে—

ঃ তোৰনো শত্ৰু কোন আছিল?

ঃ কোন হ'ব আৰু আপোনালোক।

খাৰাংখাচকৈ উত্তৰ দিলে কন্দৰ্পই।

ঃ আমি?

ঃ হয় খুড়া আপোনালোক।

ঃ কিয়?

ঃ খুড়া। আপুনিতো জানেই। পৰাশৰ আৰু মই একে বয়সৰে। উমলি-জামলি ডাঙৰ হৈছো, দুয়ো একেলগে। স্কুললৈও গৈছিলো দুয়ো একেলগে। পিছে পৰাশৰৰ দৰে মই উধাব নোৱাৰিলো। সি পঢ়ি শুনি ডাঙৰ মানুহ হ'ল। আৰু মই? হয়তো গুদিৰৰ ঘৰত জন্মগ্ৰহণ কৰা বাবেই ঠেলাৱালা হ'ব লগা হ'ল। আপোনালোকৰ ধন, মান আৰু সুখ দেখি মোৰ মনত ঈৰ্ষাই বাহ ল'লে। মনে মনে জ্বলি পুৰি মৰিবলৈ ধৰিলো। দেহৰ শক্তি বুদ্ধি আৰু ধনৰ প্ৰতাপেৰে আপোনালোকৰ মই একো অন্যায় কৰিব নোৱাৰি শেষত প্ৰতিদিনে সন্ধিয়া আপোনালোকক অশান্তি দিয়াৰ কথা চিন্তা কৰিলো।

সন্ধিয়া ঘৰৰ পৰা ওলাই যাওঁ আৰু ভাঙুৰীৰ ওচৰত এচিলিম ভাং নতুবা কমাৰকুৰিলৈ গৈ দুই তিনিটকাৰ মদ খাই ওভতি আহোঁ। ঘৰ পালে সঁচাই মিছাই তিৰোতাজনীৰ লগত কাজিয়া কৰিবলৈ আৰম্ভ কৰো। তাইক মাৰিম, পিটিম কৰিলে তাইও চিঞৰিবলৈ ধৰে।

তেতিয়া মই ভাবিছিলো আমাৰ চিঞৰ-বাখৰ শুনি আপোনালোকে অশান্তি পাব আৰু আপোনাৰ নাতিও সন্ধিয়া সময়ত পঢ়িব নাপালে মোৰ দৰে মুৰ্খ হ'ব। শেষত আমাৰ শুদিবসকলৰ দৰে বনুৱা ঠেলাবালা আদি হ'ব।

আৰু জানে খুড়া। পবিত্ৰই যাতে মানিক দাসৰ ছোৱালীজনীক ঘৰ সুমুৱাইহি সেই কথাত ময়েই জোৰ দিছিলো। আপোনালোকৰ ব্ৰাহ্মণৰ জাত্যাভিমানত আঘাত কৰিবলৈ। কিন্তু তাতো মোৰ ভুল হ'ল। পবিত্ৰক চুৰা কৰাৰ পৰিকল্পনা কৰা বাবেই হয়তো পল্লৱী বিধবা হ'ব লগা হ'ল। পিচত আপোনালোকো যেতিয়া ইয়াৰ পৰা আঁতৰি গ'ল, তেতিয়াহে মোৰ হুচ আহিল। কি ভুল কৰিছো বুজি পালো।

কি কৰিম কি নকৰিম এই কথা ভাবি ভালেমান দিন ঘৰতে বহি কটালো। শেষত সিদ্ধান্ত ল'লো মই ভাল হ'ম। আনৰো ভাল হোৱাটোহে কামনা কৰিম। আমি কাৰো একো অন্যায় কৰিব নোৱাৰো। বিধিয়েহে মানুহৰ ভাল বেয়া অঘটন ঘটাই। শেষত সিদ্ধান্ত ল'লো ৰেডিঅ' এটা কিনিবলৈ। দিনৰ দিনটো ঠেলাখন লৈ ঘূৰি ফুৰো আৰু সন্ধিয়া ঘৰলৈ আহি ৰেডিঅ'টো শুনি বহি থাকো। খুড়া, এতিয়া শুনা গানটো সেই ৰেডিঅ'টোতে বাজিছিল।

মহীধৰে কন্দৰ্পৰ কথাবোৰ শুনিহে গ'ল। মন্তব্য নিদি নিজৰ কাম কৰি থাকিল। মহীধৰ নীৰৱে থকা দেখি কন্দৰ্পই আকৌ সুধিলে—

ঃ খুড়া। কামবোৰ বৰ বেয়া আছিল নহয়নে? এতিয়া মই বিহেতু ভাল হৈছো আৰু আপোনালোকৰ একো অন্যায় নকৰো বুলি ভাবিছো আপুনি মোক ক্ষমা কৰিবনে?

কথাখিনি কৈ পৰম আশাৰে কন্দৰ্পই মহীধৰলৈ চালে। মহীধৰে নামাতিলে।

তাৰ পিচতেই মহীধৰৰ কি জানো হ'ল। মনটো বিষাদেৰে ভৰি পৰিল। মনক আচ্ছন্ন কৰা বিষাদবোৰ পাকঘূৰণী খাই খাই এক অবুজ খণ্ডত পৰিণত হ'ল। খণ্ডটোৱে সকিয়াই ক'লে, এই পৃথিৱীৰ সকলো মানুহেই স্বাৰ্থপৰ। নিজ স্বাৰ্থপূৰণৰ বাবেহে মানুহে আত্মীয়ৰ ভাও দিয়ে। স্বাৰ্থপূৰণ নহ'লেই ইজনে সিজনৰ শত্ৰু হৈ পৰে।

বিজন কন্দৰ্পই বদ অভ্যাস পৰিত্যাগ কৰি কামত সহায় কৰিবলৈ আহিছে সেইজন কন্দৰ্পই যে আকৌ এদিন স্বাৰ্থত আঘাত হ'লে শুই থকা ফেটি সাপৰ দৰে ফেট তুলি নুঠিব তাৰ কি ঠিকনা আছে? মহীধৰৰ মনত এনে এটা ভাব জাগিল যেন এই মুহূৰ্ততে কন্দৰ্পক কাষৰ পৰা আঁতৰি যাবলৈ ক'ব।

কিন্তু নোৱাৰিলে মহীধৰে।

কওঁ কওঁ বুলি ভাবিও মুখ বন্ধ কৰি ৰাখিলে। কিবা এক ভয়ে কিবা এটা পশ্চাৎ শক্তিয়ে মনৰ ভাৱনাক দমাই ৰাখিলে। সি নিমাতে থকা দেখি কন্দৰ্পই আকৌ ক'লে-

ঃ খুড়া, ইমান সময় মই অকলেইচোন বলকি আছো আপুনি একো মতা নাই। তথাপি আকৌ এবাৰ কথা কওঁনে?

মহীধৰে কন্দৰ্পৰ চকুত চকু থাপিলে। কন্দৰ্পই সকিয়াই কোৱা 'এবাৰ কথা কওঁনে' শব্দ তিনিটাই তাৰ মন আৰু হৃদয়ক যেন জোকাৰিহে গ'ল। সেই জোকাৰণিয়ে বুকুৰ মাজত জনম দিলে- এটি ভয়ভাবৰ। ফলত বুকুখনে ধপধপাব ধৰিলে। ধপধপনি কিছুসময়ৰ পিছতে

ইমান বাঢ়িল যে, সি থিয়হে থাকিবলৈ টান পালে। তথাপিতো সকলো সহি ক'লে,

: কি ক'ব খুজিছ ক আৰু।

: ইয়াৰ পিচত আৰু আপোনালোক গুৱাহাটীলৈ নাযাব। আৱশ্যক হ'লে পৰাশৰইতকে ইয়ালৈ আহিবলৈ ক'ব। এই ঘৰ, এই মাটি আপোনালোকৰ পৰাশৰবো। এইখন ঘৰত মানুহ নেথাকিলে মইও কিজানি থাকিব নোৱাৰিম।

মহীধৰে বুকুৰ ধপধপনিটোৰ পৰা কিছু সকাহ পালে। বুকুখন পাতল পাতল লগাত অতি আগ্রহেৰে সুধিলে—

: তইনো এইবোৰ কি কৈ আছ অ'?

: মিছা কোৱা নাই খুড়া। ইয়াৰ পিছত মই আন এষাৰ কথাহে কওঁ বুলি ভাবি আছো। তেনে কৰিলে মোৰ কিজানিবা পাপৰ প্ৰায়চিত্ত হয়েই।

: তোৰনো কি পাপ হ'ল?

: পাপ মানে খুড়া, পবিত্ৰ কিজানি মোৰ দোষতে মৰিল আৰু মানিকৰ সেই ছোৱালীজনী। তাই বামুনৰ জাতত উঠিছিল যদিও বিয়াৰ ৰাতিতেই বিধবা হ'ল। এতিয়ানো তাই শুদিৰৰ ঘৰত থাকি কেনেকৈ বামুনৰ বিধবাৰ ব্ৰত পালন কৰিব। সেয়ে কওঁ কেইদিনমান পিচত তাইক এইখন ঘৰলৈ লৈ আনিব। আপোনালোকবো সহায় হ'ব। আপোনালোকৰ মৰম পালে তাই জীয়াই থাকিবলৈ সাহস পাব।

কন্দৰ্পই আৰু কিবাকিবি কৈ আছিল। কিন্তু সি কোৱা কথাবোৰ শেষলৈ মহীধৰৰ কাণত নোসোমাল। চকুৰ আগেৰে অহা-যোৱা কৰিবলৈ ধৰিলে, বাল্যবিধবা অন্নপেহীৰ মুখখন। পিচত উজেনেনী মদনৰ মাকৰ মুখখন।

পিচত গৰম লাগিবলৈ ধৰিলে। গাটো ঘামিল। ঘৰ্মাক্ত মুখেৰে সি কন্দৰ্পলৈ চাই ক'লে-

: সেইবোৰ পিছে পৰেও ভাবিম দে। এতিয়া মোৰ বৰ ভাগৰ লাগিছে।

(৫৭)

সন্ধিয়া হোৱাৰ আগতে কন্দৰ্পক পঠাই মহীধৰে মোহন মহাজনৰ দোকানৰ পৰা প্ৰয়োজনীয় সামগ্ৰীখিনি অনালে।

এন্ধাৰে চোতাল আঁৱৰাৰ সময়তে মুখ হাত ধুই; বাৰান্দাৰ চকীখনত বহিল। বহুদিনৰ মূৰত এনেদৰে বহি চাই ৰ'ল চোতালখনলৈ।

কৌশল্যাই গোসাঁইঘৰ আৰু তুলসী তলত চাকি-ধূপ জ্বলালে। চাহ একাপ আনি তাৰ ওচৰত থিয় হ'লহি। চাহৰ কাপটো হাতত লৈ তাইলৈ চাই সি সুধিলে,

: তুমি চোন নক'লা?

: কি?

: যোৱাকালি সন্ধিয়া ক'বলগীয়া কথাবোৰ। কাবোবাক ভয় কৰিছিলা নেকি? বৰ সজাগতাৰে যেনেকৈহে মোক ফিচ্‌ফিচ্‌কৈ....

: ঠিয় ভয় নহয়। বোৱাৰীয়ে আমি পতা কথা শুনা বা দেখা মই বিচৰা নাছিলো।

: কিয়?

: নতুন কিবা ফন্দী ৰচিব বুলি।

: নতুন ফন্দী?

: ওঁ।

: বুজাই কোৱাচোন।

: এদিন বোৱাৰীয়ে কাম কৰা ছোৱালীজনীক ধমক দি ঘৰলৈ পঠিয়াই দিম বুলি কৈছিল। মোকো তাই যাব বুলিয়ে কৈছে। ঘৰৰ সকলো কাম ময়েই কৰিছিলো যিহেতু বোৱাৰীয়ে পৰাশৰৰ আগতো এই কথা উলিয়াইছিল। সি হ'লে একো কোৱা নাই। বোৱাৰীৰ কথাহে মই ভাল পোৱা নাছিলো। সকলো কাম সামৰিবলৈ এতিয়া আৰু মোৰ আগৰ শকতি নাই নহয়।

এঃ এতিয়া এইবোৰ কথা নেপাতো দিয়ক। বন্ধা-বঢ়াখিনিকে সোনকালে সামৰোগে...

বাক্যটো শেষ নকৰাকৈয়ে কৌশল্যা তাৰ ওচৰৰ পৰা আঁতৰি গল।

কৌশল্যা যোৱা দিশলৈ সি কিছুসময় চাই থাকিল। চাই থাকোঁতেই মনটো খণ্ডেৰে ভৰি পৰিল, অৰ্থাৎ কিবা এক অবুজ খণ্ডে তাৰ মস্তিষ্কটো উতলাই তুলিলে। পিচত তাৰ মনত উদয় হ'ল কিছু অবাঞ্চিত প্ৰশ্ন।

কি আৱশ্যক আছিল মাকৰ কথা মানি গোলনা কালীগঞ্জৰ পৰা ওভতি আহিবলৈ? যদি সি সেই সময়ত ওভতি নাহিলহেঁতেন, কৌশল্যাক সি লগ পালেহেঁতেন নে? তাই জীৱন সঙ্গিনী নোহোৱা হ'লে আজি কোৱাৰ দৰে মনোকষ্ট পালেহেঁতেন নে?

ইয়ালৈ ওভতি আহি পতি পৰায়না কৌশল্যাৰ বাহিৰে সি বাৰু কি পাইছে? সমাজত বংশধৰে কৰি যোৱা বদনাম পুত্ৰশোক আৰু জীয়াই থকা পুত্ৰবোৱাৰীয়ে কৰা অৱজ্ঞা। ইমানেইতো?

কিন্তু পাৰ হৈ যোৱা দিনবোৰত, পৰমাত্মীয় বুলি ভৰা মানুহবোৰক সি কি দিয়া নাই! ভোগ লালসাত মত্ত হৈ উপভোগ কৰিব পৰা জীৱনৰ উৎকৃষ্ট দিনবোৰৰ সহহভাগকেই চোন এই মানুহখিনিৰ বাবেই উচৰ্গা কৰিছিল। তথাপি কিয় আজি মনোকষ্ট পাব লগা হৈছে?

তাৰ মাক, পুতেক পবিত্ৰ কালৰ গতিত হেৰাই গ'ল। কিন্তু পৰাশৰ? সি বাৰু কিয় পৰ হ'বলৈ ওলাইছে। কিয় সি বৈণীয়েক অহল্যাৰ কথাত মাত মাতিব নোৱাৰা হৈছে। যিজনী নাৰীয়ে দহমাহ-দহদিন গৰ্ভত ধাৰণ কৰি এই পৃথিৱীৰ পোহৰ দেখুৱালে সেইজনী নাৰীক কামকৰা ছোৱালীৰ আসনত বহুৱাবলৈ দ্বিধাবোধ নকৰিলে কিয়? কিয় প্ৰতিবাদৰ ভাষাৰে গৰজি উঠিব নোৱাৰিলে?

যি সময়ত ভন্টুৰা তথা মদাহী বন্দপই ভাল মানুহ হৈ তাক আৰু কৌশল্যাক সহায়

কৰিবলৈ আগবাঢ়ি আহিছে, সেই একে সময়তে পৰাশৰ আৰু অহল্যাই কিয় বাৰু সিহঁতক অবজ্ঞা কৰিবলৈ লৈছে?

প্ৰশ্নবোৰ যিমানে তাৰ মনত উদয় হ'বলৈ ধৰিলে, সিমানেই তাৰ বুকুক দহি নিয়া দুখৰ জুই একুবাহে যেন দপ্‌দপকৈ জ্বলিবলৈ ধৰিলে আৰু সেই জুইৰ উত্তাপে তাৰ মস্তিস্কক উতলা কৰি থকা খংটোহে তীব্ৰ কৰি তুলিলে। খঙৰ উত্তাপত তাৰ দেহটোও পুৰিবলৈ আৰম্ভ কৰা যেন লাগিল।

বহাৰ পৰা উঠিল সি।

চোতালৰ একোণত পানী ভৰাই পাতি থোৱা বাল্টিটোৰ কাষলৈ গ'ল। দুয়োটা চকুতে কেইচলুমান পানী মাৰিলে। ক'লাফুল তিয়াই দুয়োখন ভৰি ধুলে। কান্ধত লৈ থকা গামোছাখনেৰে মচিবলৈ লওঁতেই কাণত পৰিলহি এফাঁকি দিহা নাম। হাত ভৰি মচিবলৈ এৰি নামফাঁকি শুনিবলৈ কাণ পাতি ৰ'ল।

ঃ এ সীতা শান্তি এ,

তোক মই নোবোলো ভাল।

সুবৰ্ণৰ দলিচাই

তোৰ মন নুজুৰাই

তোক লাগে মৃগৰে ছাল।'

জয়পাল দেৱালয়ত ভক্তবৃন্দই নাম ধৰিছে। ভোৰতালৰ ছাব আৰু হাত চাপৰিৰ তালে তালে ভাহি অহা দিহা নামটোৰ সুৰ আৰু কথাই তাৰ মন জোকাৰি গ'ল।

এই দিহা নামটো সি বৰ ভাল পায়। কেতিয়াবা কেতিয়াবা গুণগুণকৈ গায়ো। সৰুৰে পৰা নামৰ দলত বহি নিজে গোৱাৰ পিচতো হাবিয়াস পলোৱা নাই।

নামটো শেষ হ'ল। সিও মচা কাৰ্য্য শেষ কৰিলে। তাৰ বৰ ভাগৰ লাগিল। ভাগৰুৱা হৈ আগবাঢ়িল ঘৰৰ ভিতৰলৈ। মজিয়াৰ বিছনাতে লাংখাই পৰিল। চকু জপায় ভাবিলে অকণ টোপনি যাব পাৰিলে হয়তো অলপ ভাল লাগিব। কিন্তু ভবামতে নহ'ল। তাক টোপনিয়ে নোজোকালে। পাৰ কৰি অহা জীৱনৰ মন পৰশা ঘটনাবোৰহে তাৰ মনত পৰিবলৈ ধৰিলে। আৰু মনত পৰা ঘটনাই মন আৰু বুকুখন গধুৰ কৰি তুলিলে। দেহটোৰ ওজনো যেন বাঢ়িল। হাত ভৰি ভাঙিব নোৱাৰা হ'ল আৰু এডাল শুকান কাঠৰ দৰে বিছনাত পৰি ৰ'ল।

হঠাৎ বিজুলী গ'ল। নিশাৰ ডিংডিঙি গাঁৱত পিয়াপি দি থকা এন্ধাৰবোৰ ধামখুমালকৈ কোঠাটোলৈ সোমায় আহিল আৰু কোঠাটোত গিজগিজাব ধৰিলে। এন্ধাৰলৈ ভয় উপজিল তাৰ। এনে এন্ধাৰ নেচাও বুলিয়েই চকু জপায় পৰি থাকিল।

সময় বাগৰিব ধৰিলে। এটা সময়ত মহীধৰৰ এনে লাগিল, বুকুখন যেন খালি হৈ পৰিছে। খালি বুকুখনৰ লগতে মনটোও অকলশৰীয়া হৈ পৰিছে। এই একাকীত্বৰ আৱৰণৰ মাজত আলেমান সময় ছটফটাই থাকিল। মনত পৰিল কৌশল্যালৈ। তাইক ওচৰত বহুৱাই লৈ চুই চাবৰ মন হ'ল। হাতখন ডাঙিবলৈ চালে সি। হাতখন হ'লে নুঠিল।

ঃ হেৰি আপোনাৰনো আজি কি হৈছে? একেবাৰে অলৰ অচৰহৈ পৰি আছেচোন। মহে কামোৰা নাই?

হাতত মমবাতি এডাল লৈ তাৰ কাষ চাপি গৈ কৌশল্যাই সুধিলে। দুচকু মুদি পৰি থকা মহীধৰে পোহৰৰ আভা এটি দেখিলে যদিও, কৌশল্যাৰ কথা শুনিলে যদিও একো নক'লে। লৰচৰো নকৰিলে। বৰঞ্চ কৌশল্যাৰ কথাখিনি শুনি এনেদৰে ভাবিলে যে কৌশল্যাৰ মনতো হয়তো তাৰ প্ৰতি অৱহেলাৰ ভাবে ঠাই লৈছে। এই শিক্ষা তাই লৈ আহিছে বোৱাৰীয়েক অহল্যাৰ পৰা। কিয়নো সৌ সিদিনালৈ অৰ্থাৎ কৌশল্যা গুৱাহাটীলৈ থকাকৈ যোৱাৰ আগলৈ তাৰ প্ৰতি কৌশল্যাৰ ব্যৱহাৰ যেন বহু বেলেগ আছিল। অসময়ত এনেদৰে শুলে বা কেতিয়াবা অকলে অকলে বহি কিবা ভাবি থকা যেন দেখিলেই তাই তাৰ কাষলৈ লৰৰি আহিছিল। মৰমৰ পৰশ বুলাই মাতত স্নেহ সানি সুধিছিল তাৰ কি হৈছে? সি কিয় তেনেখন কৰি আছে? কিন্তু আজি?

মহীধৰ আকৌ এবাৰ সচকিত হ'ল।

কৌশল্যা আকৌ তাৰ ওচৰ চাপিছে। হাতৰ আঙুলিৰে তাৰ গাত হেঁচুকি দিছে। তাত যেন মৰমৰ পৰশ নাই। আছে মাথো অচিনাকি মানুহক হেঁচুকি মতা হাতৰ পৰশ।

মেলো নে নেমেলোকৈ চকু মেলিলে সি। মমৰ কঁপি থকা পোহৰতে কৌশল্যাৰ চকুত চকু থাপিলে। লগে লগে এনে ভাব হ'ল, যি আত্মীয়তাক গুৰুত্ব দি হঠাৎ গুৱাহাটীৰ পৰা পুত্ৰ-বোৱাৰী, নাতি-নাতিনীৰ ওচৰৰ পৰা আঁতৰি আহিল সেই আত্মীয়তাৰ ভাব যেন এতিয়া কৌশল্যাৰ চকু মুখত প্ৰকট হোৱা নাই। কৰ্ত্তব্যৰ খাতিৰতহে তাই তাক এনেদৰে সুধিছে।

মমবাতিৰ পোহৰৰ আঁতৰত গিজগিজাই থকা এন্ধাৰবোৰে পৃথিৱীৰ সমস্ত দুখ ঠেলি হেঁচি আনি তাৰ বুকুৰ ওপৰত যেন দম কৰিলে। দুখৰ ওজনত উশাহ ল'বলৈ মুখৰ মাত ফুটাই ক'ব নোৱাৰা যেন হ'ল। ভেবা লগাৰ দৰে কৌশল্যালৈ চাই ৰ'ল।

ইয়াকে দেখি কৌশল্যাও যেন আচৰিত হ'ল। আগৰ দৰে আকৌ এবাৰ তাৰ গাত হেঁচুকি চিঞৰি সোধাৰ দৰে সুধিলে—

ঃ নামাতে কিয়? কি হৈছে আপোনাৰ?

কৌশল্যাই সোধা ধৰণটো এইবাৰো তাৰ মনঃপুত নহ'ল। কৌশল্যাই তাকো অৱহেলা কৰিবলৈ লৈছে বুলি যি ভাব মনত উপজিছিল সেইটোহে গাঢ় হ'ল। আৰু সক্ৰিয়াৰে পৰা তাৰ মন আৰু মস্তিস্কত ক্ৰিয়া কৰি থকা খংটোহে সাৰ পাই উঠিল। খঙৰ তাড়নাত ৰ'ব নোৱাৰি কৰ্কশ স্বৰে উত্তৰ দিলে,

ঃ কিয়? কিয় মই মাতিব লাগে? মই এনেদৰে অলৰ-অচৰহৈ শুই থাকিলে, মোক মহে কামুৰিলে তোমাৰ কি কষ্ট হয়? কি কষ্ট হয় হঁা?

(৫৮)

হঠাৎ যেন এজাক ধুমুহা আহিল।

ক'ৰবাত বজ্ৰপাত হ'ল। তাৰ পিছত গিজ্‌গিজ্ কৰা বৰষুণ। আকৌ বজ্ৰপাত নীৰৱতা। চিকমিক বিজুলী। বিজুলীৰ পোহৰে কৌশল্যাৰ মুখৰ বং ঘনেপতি সলনি কৰে। ধুমুহাৰ সোঁতত তাইৰ হাতৰ মমবাতি ডাল নুমাও নুমাও কৰে, কিন্তু তাই নুমাব নিদিলে। পৰি যাওঁ পৰি যাওঁ হৈছিল কিন্তু পৰিব নিদিলে। ধুমুহাজাকৰ লগতে অহা বতাহৰ সোঁতক দেহ আৰু মনশক্তিৰে আৱৰি ৰাখি তাই মমৰ পোহৰখিনি বৰ্তাই ৰাখিলে। স্তম্ভিত হৈ পৰা পৰিবেশত নিজক দৃঢ় কৈ ৰাখিলে—

ঘৰ আৰু বাহিৰত এতিয়া নিজম ৰাতি।

দুচকু বহল কৰি তাই মহীধৰলৈ চাই ভাবিলে ক'ত বাৰু কেনা লাগিল। লগে লগে বুজিব নোৱাৰিলে। এই বুজিব নোৱাৰাৰ বাবেই দুচকু সজল হৈ উঠিল।

হাতৰ মমবাতি ডাল মাটিত থ'লে।

সজল দুনয়নৰ পৰা একে সময়তে লোতক বাগৰিব ধৰিছিল। তাই নিদিলে। চাদৰৰ আঁচলেৰে দুচকু মোহাৰি থিয় হ'ল। আকৌ মহীধৰৰ ওচৰ চাপি এন্ধাৰ পোহৰৰ আঁৰত তাঁৰ মুখলৈ চাই মাতত স্নেহ সানি ক'লে,

ঃ উৰা। আজি আকৌ কি হ'ল? গা বেয়া লাগিছে নেকি? চাওঁ ক'ত কি হৈছে?

ঃ নালাগে যোৱা। নিজৰ কামকে কৰি থাকাগে।

এইবাৰো মহীধৰে নিৰস ভাবে ক'লে। আকৌ এবাৰ কৌশল্যা দমি গ'ল। তথাপিতো নাৰীমনৰ সহজাত শক্তিৰে বুকুৰ মাজত দম বন্ধা বেদনা লুকুৱালে। মাততো হ'লে কঁপিল। সেই কঁপা কঁপা মাতেৰে তাই ক'লে,

ঃ যাব ক'লেই মই নাজাও নহয়। আপোনাক মই নজনা নহয়।

কৌশল্যা আৰু ওচৰ চাপিল। তাৰ গাতে নিজৰ গাৰ কিছু অংশ লগাই বিছনাখনত বহিল। তাৰ পিনে অলপ হাঁহি কপালত হাতখন থ'লে আৰু কিবা যেন বুজিবলৈ যত্ন কৰিলে।

ইমান সময়লৈ মহীধৰে যিজনী মানুহক এনেদৰে গাৰ কাষত বিচাৰিছিল যিখন হাতৰ পৰশ বিচাৰি ছটফটাই আছিল এতিয়া সেই সকলো পাইও তাৰ মন শান্ত নহ'ল। কিবা এক অস্বস্তিহে অনুভব হ'ল। এনে অস্বস্তি সহিব নোৱাৰি কৌশল্যালৈ নোচোৱাকৈয়ে ক'লে।

ঃ চাওঁ হাতখন আঁতৰোৱা।

মহীধৰৰ কথাটো শুনাত এনে হ'ল— য'ত মৰমৰ মায়া নাই। য'ত কঢ়তাই মালা পিন্ধিছে। যি কথা শুনি অত্যন্ত কোমল হৃদয়ৰ মানুহৰো অন্তৰ ভৰা খং উঠিব। ভালপোৱা হৃদয় ভাগি চুচুৰ্মে হ'ব। দুনয়নেৰে ধাৰাসাৰ অশ্ৰু ব'ব।

নিজৰ মুখৰ পৰা ওলোৱা কঢ় বাক্যটি শুনি মহীধৰ নিজেও আচৰিত হ'ল। সি কৌশল্যাৰ মুখলৈ চাব নোৱাৰিলে। লাজত মৰি যোৱা যেন পালে। শেষত নিজকে লুকুৱাবলৈ বুলি বাগৰ সলাই বেৰৰ পিনে মুখ কৰিলে।

মহীধৰৰ এনে ব্যৱহাৰত কৌশল্যা আকৌ আচৰিত হ'ল। বুজিব নোৱাৰিলে তাই এনে

কি দোষ কৰিছে যাৰ বাবে এই বয়সত নিজৰ বুলি উভতি অহা ঘৰখনত মনৰ প্ৰাণৰ মানুহজনে এনে ৰূঢ় ব্যৱহাৰ কৰিছে।

বহু কথা বহু সময়লৈ ভাবিলে কৌশল্যাই। আজি পুৱা বিছনা এৰা সময়ৰে পৰা হাতত মমবাতি লৈ কোঠাটোত সোমোৱা মুহূৰ্তলৈ কৰা সকলো কামলৈ উভতি চালে। তাই কৰা কোনো এটা কামতে ভুল নেদেখিলে। মাথো বুকুৰ মাজত দম বান্ধি থকা বেদনাবোৰহে উথলি উঠিল।

বেদনাক প্ৰাধান্য নিদি আকৌ প্ৰকৃতিস্থ হ'ল কৌশল্যা।

এনে অৱস্থাই মনত কিছু সাহসৰ জনম দিলে। সেই সাহসেই জনম দিলে খঙক। সেই খঙক সাৱথি কৰি মাতত গভীৰতা সানি ক'লে—

: মোৰ সতে এনেদৰে চিঞঁৰি কথা ক'বলৈ আপোনাৰ লাজ নেলাগেনে? আৰু এনে এটি স্বভাৱ আপোনাৰ কেতিয়াৰ পৰা হ'ল? বহুদিনৰ মূৰত আজি আমি এইখন ঘৰলৈ উভতি আহিছো। আপোনাৰ মুখৰ পৰা আজি যেনেদৰে কথা ওলাইছে ওচৰৰ মানুহে শুনিলে আমাৰ বিষয়ে কি ধাৰণা কৰিব এবাৰ ভাবিছেনে? নেভাবিবনে যে বুঢ়া-বুঢ়ীয়ে গুৱাহাটীতো পুতেক বোৱাৰীয়েকৰ লগত কাজিয়া কৰিছে ডিংডিঙিলৈ গুভতি আহিছে। সেয়েহে পৰাশৰ সিহঁতৰ লগত অহা নাই। এনেয়ে নকয় বোলে মানুহ.......।

শেষৰ বাক্যটো শুনা নুশুনাকৈ কৌশল্যাৰ মুখৰ পৰা ওলাল। তাৰ পিচত অলপ ৰ'ল। কিন্তু এই বোৱাটোৱেই যেন কাল হ'ল। বুকুৰ ভিতৰত দম বান্ধি থকা বেদনাবোৰ ৰোৱা সময়খিনিতে গলিল। গলা বেদনাবোৰ চকু মুখ ফাটি হ'লেও বাহিৰ ওলাই আহিব খুজিলে। এইবোৰক বাধা দিবলৈ তাই দুচকু মোহাৰিব লগা গ'ল। নাকৰ ভিতৰত আচম্বিতে কিছু পানী জমা হ'ল। সেইবোৰো ওলাই আহিব নোৱাৰি শ্বাস-প্ৰশ্বাসত বাধা দিয়া বাবে কেবাবাৰো উজাব লগা হ'ল। মুখৰ পৰা ওলোৱা শব্দবোৰে উচুপনিৰ ৰূপ ল'লে। তথাপিতো এইসকলোবোৰকে সঙ্গী কৰিও শেষত কৌশল্যাই সুধিলে—

: আজি আপোনাৰ ওচৰত বাৰু মই কি অপৰাধ লগালো যে চিঞঁৰি কথা ক'ব লগা হ'ল? সুখে দুখে মইচোন সদায় আপোনাৰ লগতে আছো। এইখন ঘৰত ভৰি দিয়া দিনৰে পৰাই আপোনাৰ কথা ভাবি শুনি মানি আহিছো। দেহাৰে কৰিব পৰা কামবোৰ কৰিছো। এইখন ঘৰৰ বাহিৰেও মোৰ যে এখন ওপজা ঘৰ আছিল মোৰ যে মা-দেউতা, ভাই-ভনী কোনোবা আছিল সেই কথাও পাহৰি যোৱাৰ দৰে ভাবিবলৈ এৰি দিছো। তাৰ পিছতো যদি মই আপোনাৰ ভালৰ বাবে কিবা কৰিব লগা আছে অলপ ভালধৰণে ক'ব নোৱাৰেনে? নিজৰ দেহ, মন আৰু প্ৰাণ বিসৰ্জন দি হ'লেও আপুনি মনে বিচৰা কাম কৰিবলৈ মই যত্ন কৰিম।

ইয়াৰ পিচত কৌশল্যাই উচুপি-উচুপিও কথা ক'ব নোৱাৰিলে। তাই হুকহুকাই কান্দি উঠিল। ভালেমান সময়লৈ কান্দি থাকিল। এবাৰ কান্দোনৰ শব্দই ভাষাৰ ৰূপ পালে। সেই ভাষাৰে যেন নিজকে প্ৰশ্ন কৰিলে তাই।

: আজিৰে পৰা বাৰু এইখন ঘৰত কাৰ সাহসত কাৰ লগত থাকিম মই? দুটি সন্তানৰ এটাক চোন নেদেখাজনে কাঢ়ি নিলে। জীয়াই থকাটোৱেও মোক ঘৰৰ কামকথা, কনকথা তিৰোতা বুলি ভাবিবলৈ লৈছে। ভাবিছিলো নিজৰ মানুহজনৰ মুখলৈ চাইয়েই জীৱনৰ বাকী

দিনকেইটা পাৰ কৰিম। কিন্তু বিধাতাৰ সেইটোতে অসহ্য হ'ব লাগেনে?

কৌশল্যাই উচুপি উচুপি কোৱা কথাবোৰ মহীধৰৰ অসহনীয় হ'ল। তাৰ হৃদয়ো বেদনাত গলিবলৈ আৰম্ভ কৰিলে। বেৰৰ পিনে মুখ দি শুই থাকিব নোৱাৰিলে সি। কৌশল্যাৰ পিনে ঘূৰিল। ভয়ে ভয়ে কৌশল্যাৰ চকুলৈ চালে। মানুহজনীয়ে উচুপি উচুপি এন্ধাৰ মজিয়াখনলৈ চাই আছে। চুচৰি তাইৰ কাষ চাপিল। তাইৰ সোঁহাতখনৰ ওপৰত নিজৰ সোঁহাতখন থ'লে। এনেদৰেই তাৰ হাতৰ আলফুলীয়া পৰশেৰেই সি যেন তাইক মনৰ কথাবোৰ বুজাব বিচাৰিলে।

মহীধৰৰ হাতৰ পৰশত কৌশল্যাও চমকি উঠিল। মজিয়াৰ পৰা দৃষ্টি আঁতৰাই তাৰ চকুলৈ চালে। দুয়োৰে চকুৱে চকুৱে মিলিল। মহীধৰে কিবা এষাৰ ক'ম বুলি ভাবিছিল কিন্তু ক'ব নোৱাৰিলে। ওঁঠ দুটাহে কঁপিল। কঁপা ওঠেৰে বোবা চাৱনি আঁতৰ নকৰি, মহীধৰে হাতৰ স্পৰ্শত হে গধুৰতা আনিলে।

সময় বাগৰি থাকিল।

এন্ধাৰবোৰেও যেন বোবা চাৱনিৰ গভীৰতা সহিব নোৱাৰি পলাবলৈ বাট বিচাৰিলে। হয় এন্ধাৰ আঁতৰিল। বিজুলী আহিল। বান্তিবোৰ জ্বলি উঠিল।

সেই পোহৰত মহীধৰে ভগ্ন কণ্ঠেৰে ক'লে—

ঃ যি হ'ল হ'ল। ব'লা নিশাৰ আহাৰ কৰোগৈ।

মহীধৰৰ কথা শুনিও যেন নুশুনিলে কৌশল্যাই। এটি নিৰ্জীৱ মূৰ্তিৰ দৰে নিৰ্নিমেষ নয়নে তালৈ চাই ৰ'ল।

হঠাৎ কোঠাটোৰ বতাহবোৰ চঞ্চল হৈ উঠিল। সেই বতাহক নিজৰ বশীভূত কৰিবলৈ কৌশল্যাই দীঘলকৈ উশাহ টানিলে। সেই উশাহ পৰিবৰ্তিত হ'ল, এটি দীঘল হুমুনিয়াহলৈ।

হুমুনিয়াহৰ অন্তত, কৌশল্যাৰ চকু আকৌ এবাৰ ৰঙা হ'ল।

তাৰ পিচতেই আজোৰ মাৰি তলত সোমায় থকা তাইৰ হাতখন উলিয়াই নিলে। মহীধৰৰ হাতখন থলৰকৈ বিছনাত সৰি পৰিল।

মহীধৰ আকৌ এবাৰ উচপ খাই উঠিল। তাৰ মনটো ঢৌৱাই গ'ল এক গভীৰ হতাশাত।

মহীধৰক উপেক্ষি কৌশল্যা বিছনাৰ পৰা নামিল আৰু হনহনকৈ তাৰ কাষৰ পৰা আঁতৰি পাকঘৰৰ পিনে গ'ল।

মহীধৰ উঠিল।

কি কৰো কি নকৰো মন এটা লৈ ধীৰে ধীৰে সিও পাকঘৰৰ পিনে আগবাঢ়িল।

(৫৯)

কৌশল্যাই পীৰা পানী দি থৈছিল। চুপ চাপে সি পীৰাত বহিল। বহাৰ পিছত

কৌশল্যাই ঢাকি থোৱা খাদ্যৰ ঢাকনিবোৰ গুচাবলৈ ধৰিলে।

তাই এখন এখনকৈ ঢাকনি গুচাইছে আৰু অলপ আঁতৰত সেইখন দলিয়াবি থৈছে। যাৰ বাবে প্ৰতিখন ঢাকনি থোৱাৰ সময়ত ঢং কৈ এটি শব্দ উঠিছে। ঢং শব্দটো পৰিবৰ্তিত হৈ ৰজনজন-জিন্‌জিন্‌কৈ এসময়ত নিতাল মাৰিছে। প্ৰতিখন বাচন থোৱাৰ শব্দই মহীধৰৰ বুকুত আঘাত হানিছে। প্ৰতিবাৰতে তাৰ মনটো উচপিচাইছে। বুকুখন বিবোৱা যেন লাগিছে লগে লগে তাৰ ক'বৰ মন হৈছে— 'বাচনবোৰ লাহে লাহে নোথোৱা কিয়। সিহঁতেটো একো দোষ কৰা নাই।' কিন্তু ক'ব পৰা নাই সি।

ভাতৰ কাঁহীখন সমুখত দিলত সি খাবলৈ ল'লে। সমুখত কি খাদ্য আছে বন্ধা-আঞ্জাবোৰ সোৱাদ লগা হৈছেনে নাই উমান নাপালে। খাব লাগে খাবেহে খায় গ'ল। খোৱা হ'লত কৌশল্যালৈ চালে। তাই দলিয়াই থোৱা বাচনবোৰত এক মনে, এক ধ্যানে দৃষ্টি থাপি গালত হাত থৈ বহি আছে।

ঃ তুমি নোখোৱা নেকি?

লাহেকৈ সুধিলে মহীধৰে। চমক ভগা মানুহৰ দৰে তাই তাঁলৈ ঘূৰি চালে যদিও কোনো উত্তৰ নিদিলে।

তাইৰ উত্তৰলৈ অপেক্ষা কৰি কিছু সময় ৰ'ল সি। তাৰ পিচতহে পাকঘৰৰ পৰা ওলাল। বিছনাত উঠি আসন কৰাৰ চলেৰে ভৰিৰ গেৰোহাৰ ওপৰত তপিনাদুখন থৈ বহি লৈ কৌশল্যাইনো কি কৰি আছে উমান লৈ থাকিল।

হঠাৎ তাৰ মাকলৈ মনত পৰিল।

ভাগিৰ ধৰা সংসাৰ এখনক থানথিত লগাই কেনেদৰে ভৱিষ্যতলৈ নভগাকৈ ৰাখিব পাৰি সেই কথা মানুহজনীয়ে ভালদৰে জানিছিল। আজি যদি মাক থাকিলহেঁতেন, এই ঘৰখনলৈ হয়তো এনে এটি পৰিবেশ নাহিলহেঁতেন। একোখন ঘৰত সুমাতৃ এজনীৰ গুৰুত্ব কিমান, এইকথা আজিহে মহীধৰৰ অনুভৱ হ'ল।

আজি সি বিজনী কৌশল্যাক কঢ় ব্যৱহাৰ কৰি মনত দুখ দিলে সেইজনীও অৱশ্যে কম নহয়। বোৱাৰীয়েকক হাতৰ মুঠিত ৰাখিবলৈ তাইও কম কষ্ট কৰা নাছিল। কিন্তু সজাৰ ভাটৌৱে এবাৰ মুকলি আকাশৰ তলত উৰিবলৈ পালে যেনেদৰে আকৌ সজাত সোমায় সুখাদ্য খাব নোখোজে, তেনেদৰে মুকলিমুৰীয়া চহৰীয়া জীৱনৰ সোৱাদ পোৱা বোৱাৰীয়েক অহল্যাও গাঁৱৰ ঘৰলৈ উভতি আহিব খোজা নাই।

নিশাৰ নীৰৱতাই ডিংডিঙি গাঁৱক ছানি ধৰিছিল। কাৰোবাৰ বাৰীৰ গছৰ ডালত পৰি সৈঁচা এটিয়ে জী উঠ, পো উঠ, বুলি বিনাই আছিল। তাৰ মাজতে 'খেক্‌ খেক্‌কৈ চিএৰা বাদুলিৰ চিএৰো শুনিবলৈ পোৱা গৈছিল।

গেৰোহাৰ ওপৰত বহি থকা মহীধৰৰ অকণ অকণ লাগিল। বিছনাত দেহটো থ'বলৈ মন হ'ল। উঠি আঠুৱাখন তৰিলে। তেনেতে কৌশল্যা আহিল। ভাত বন্ধা কাপোৰ সলাই আন এজোৰ পিন্ধিলে।

দুৱাৰৰ ডাংডাল দিলে।

মহীধৰো বিছনাত পৰিল। লগে লগে কৌশল্যাই ডিম লাইটটো জ্বলাই টিউবটো নুমাই বিছনাত উঠিল।

মহীধৰে উমানলৈ থাকিল কৌশল্যাই কৰা কামৰ।

আজি কৌশল্যাই তাৰ কাষ চাপি নাহিল। গাৰুটো কিছু দূৰলৈ আঁতৰাই নি তাৰ পিনে পিঠি দিহে শুলে।

মহীধৰৰ মনটোক হতাশাই আঁৱৰি ধৰিলে।

যিখন ঘৰলৈ কৌশল্যাই অতি হেঁপাহেৰে উভতি আহিছিল, যিখন ঘৰকে তাই মহীধৰৰ 'আচল ঘৰ' বুলি ক্ষন্তেকৰ বাবে হ'লেও গৰ্বেৰে কৈছিল সেইখন ঘৰতে আজি তাই কান্দিব লগা হ'ল।

কিয়? কিয় সি আজি তাইক কন্দুৱালে? তাৰ এনে কাৰ্যৰ বাবে দায়ী কোন? সি নিজেই নে পৰাশৰ আৰু বোৱাৰীয়েক অহল্যা? নে সিপুৰীলৈ যোৱা তাৰ পুত্ৰ পবিত্ৰ? নে বিধৱাৰ বেশভূষা লোৱা মানিক দাসৰ ছোৱালী পল্লৱী? নে তাৰ প্ৰতিবেশী কন্দৰ্প যিজনে তাৰ সমুখত সত্য স্বীকাৰ কৰি ভাল মানুহ হৈ থকাৰ প্ৰতিশ্ৰুতি দিছে?

নে কৌশল্যা নিজেই দোষী।

নাই নাই, কৌশল্যাক সি মনোকষ্ট দিব পাৰে, কিন্তু তাইক দোষ দিয়াৰ অধিকাৰ নাই।

পূৰ্ব বংগৰ গোলনা কালীগঞ্জত তাৰ প্ৰথম প্ৰেমৰ চানেকি এজনী থকা বুলি জনাৰ পিচতো আজিলৈ তাই সংসাৰখনৰ গুৰি বঠা ধৰি আছে। তাৰ ওচৰত নিজৰ সতীত্ব উপহাৰ দি মন প্ৰাণ সঁপি, দুটিকৈ পুত্ৰ সন্তান উপহাৰ দিছে। সিহঁতক খুৱাইছে, ধুৱাইছে, পিন্ধাইছে উৰাইছে। উপযুক্ত বয়সত তাৰ অজানিতে স্কুললৈ পঠাইছে। সিহঁতক নিজে নিজৰ ভৰিত থিয় দি খাব পৰা কৰি তুলিছে। অৱশ্যে এই সকলোবোৰৰ বাবে সি ধনখিনি গোটাই নিদিয়া নহয়। তাৰ বাহিৰেনো সি তাইক কি দিছে? সৎ আদৰ্শ, সৎ শিক্ষা আৰু সৎ কৰ্মৰ প্ৰেৰণা সি বাৰু কাহানিবা পিতৃ হিচাপে কাৰত বহি পৰাশৰ আৰু পবিত্ৰক দিছিল নে? দেউতাক হিচাপে সন্তানক এইবোৰৰ শিক্ষা দিয়াটো কৰ্তব্য নাছিল নে? এই কৰ্তব্য সম্পাদন নকৰা বাবে সিও বাৰু দোষী নহয় নে?

মহীধৰে কৌশল্যালৈ চালে।

চকা মকা পোহৰত চকুত পৰিল এন্ধাৰৰ সতে মিতিৰালি পাতিব পৰা কৌশল্যাৰ চুলিটাৰিত। প্ৰতিনিশা তাই খোপাটো খুলি শোৱে। আজিও তাই একেই কৰিছে। সেয়ে দীঘল চুলিটাৰিয়ে পিঠিখন আঁৱৰি ককালৰ থিক ওপৰৰ অংশ চুই বিছনাত পৰিছেহি।

মহীধৰৰ মনলৈ আহিল পৰাশৰৰ জন্মৰ আগতে কৌশল্যাই আজিৰ দৰে তালৈ পিঠি দি শোৱা এটি নিশাৰ কাহিনী। সিদিনা সি সাহসেৰে তাইৰ কাষলৈ চুচৰি গৈছিল। কিন্তু আজি তেনে সাহস নহ'ল। তাইৰ পিঠিখনলৈ চাইয়েই নিঃসাৰ হৈ পৰি ৰ'ল।

ভাবিলে, ক্ষণিক পিছতেই কৌশল্যাই তাৰ পিনে মুখ কৰি শুব। তেতিয়া তাইৰ মুখলৈ চাই টোপনি যাব। নতুবা তাইক বুজাই ক'ব মনত জাগি থকা খণ্ডৰ কথা। যিটো খণ্ডৰ প্ৰভাৱত মুখৰ মাত আৰু ভাষা বন্ধ হৈ পৰিছিল।

কথাবোৰ ভাবি থাকোঁতে কেতিয়া যে টোপনি আহিল ধৰিব নোৱাৰিলে।

হুলস্থূলীয়া পৰিবেশ এটিৰ উমান পাই মহীধৰে কাণ পাতি ব'ল।

হয়, পদূলি মুখত কোনোবাই কাজিয়া কৰিছে। দুই দলে বিকৃত ভাবে চিঞৰিছে। কোনোবাই যেন কৈছে- মাৰ ঐ মাৰ, ধৰ ঐ ধৰ। আহ ঐ আহ। আই আ। ছিঃ ছিঃ ..... ওঁ ওঁ ঔ। বহ বহ উ উ।

এন্ধাৰ পোহৰৰ মাজেৰে তাৰ কাষলৈ কোনোবা এজন লৰৰি আহিল। কোন মানুহ ধৰিব নোৱাৰিলে। মুখখনহে চিনাকি চিনাকি লাগিল। মানুহজনে ক'লে–

ঃ পৰাশৰ আৰু পৱিত্ৰই কাজিয়া কৰিছে। কাজিয়া দেখি এনে ভাব হৈছে সিহঁত যেন আজিৰ যুগৰ মানুহ নহয়। ত্ৰেতাযুগৰ কিষ্কিন্ধাৰ বালি সুগ্ৰীবহে। কাজিয়া ভাঙিবলৈ অন্নপেহী মাজত সোমায় চিঞৰি আছে।

লৰ মাৰি মানুহজন আঁতৰি গ'ল। কি কৰো, কি নকৰো যেন লাগিল মহীধৰৰ। এবাৰ ভাবিলে সি গৈ কাজিয়াখন ভাঙি দিব। এবাৰ ভাবিলে অন্নপেহী আছে যেতিয়া যোৱাৰ আৱশ্যক নাই। কাৰণ দুয়োয়ে পেহীৰ কথা শুনে আৰু মানে।

পেহীৰ কণ্ঠ নিসৃত গলগলীয়া মাতটো শুনিবলৈ কাণ পাতি ব'ল। কিন্তু গো-গোৱাই উঠা শব্দ কিছুমানৰ বাহিৰে পেহীৰ কথা কাণত নপৰিল। পৰিল আন শব্দহে। সেইয়া উচুপনিৰ শব্দ আৰু গো-গোঁৱনি। মহীধৰে ধৰি ল'লে, দুই সন্তানৰ কাজিয়া দেখি কৌশল্যাই হয়তো উচুপি উচুপি কান্দিছে।

পৰাশৰ আৰু পৱিত্ৰৰ মাজত কাজিয়াখনে যে এনে এটি ৰূপ ল'ব সি কেতিয়াও ভবা নাছিল। এনেকৈ থাকিলে যে বালি আৰু সুগ্ৰীবৰ দৰে কোনোবা এজন হেৰাই যাব সেয়া নিশ্চিত।

ভয়ত মহীধৰৰ বুকুখনে ধপধপাব ধৰিলে। দুই ভাইৰ মাজত লগা কাজিয়াখন নোহোৱা কৰিবলৈ নিজেই যাবলৈ সাজু হ'ল। কিন্তু কি আচৰিত কথা? সি চোন এখোজো আগবাঢ়িব নোৱাৰে। মৃত্যু শয্যাত শুই আনৰ মুখলৈ ভেবা লাগি চাই থকা দেউতাকৰ ভৰি দুখনৰ দৰে তাৰ ভৰি দুখনো যেন অৱশ হৈ পৰিছে। এই অৱশ ভাবে দুয়োখন ভৰি এঠা লগাই থোৱাৰ দৰে জপটিয়াই থৈছে।

মহীধৰৰ বুকুৰ ধপধপনিটো আগতকৈ বেছি হ'ল।

কাজিয়া ভাঙিবলৈ যাব নোৱাৰি চিঞৰি চিঞৰি কাজিয়া নকৰ বুলি ক'ব খুজিলে। কিন্তু চিঞৰ কিয়, কোনো কথাই মুখৰ পৰা নোলাল। ওলাল এটা গো-গোৱনি শব্দহে।

ঃ হেই আপোনাৰ হৈছে কি? কিয় ভেনেখন কৰিছে?

গাত হেচুকি, জোকাৰি মহীধৰক কৌশল্যাই তেনেদৰে সোধাত সি সাৰ পালে। ধহমহকৈ উঠি বহিল।

বুকুৰ ধপধপনিটো মাৰ যোৱা নাছিল। ধপধপনিটোৰ পৰা উপশম পাওক বুলি বাওঁহাতখন বুকুৰ ওপৰত থৈ দীঘল দীঘলকৈ কেইবাৰ মান উশাহ ল'লে। তাৰ পিচত কৌশল্যালৈ চাই লাহে লাহে ক'লে–

ঃ এটা সপোন দেখিছিলো। ভয় লগা সপোন।

তালৈ চাই থাকি তাৰ কথাখিনি কৌশল্যাই শুনিলেহে, একো নকৈ আকৌ ওভতি শুলে।

মহীধৰো বহি নাথাকিল। গাৰুটোত মূৰ থৈ টোপনি যাবলৈ যত্ন কৰিলে। কিন্তু টোপনি হেৰাল। খানাপাৰাত হেৰাই যোৱা পবিত্ৰৰ মুখখনে বাৰে বাৰে আমনি দিবলৈ ধৰিলে।

নীৰৱ নিশাৰ গভীৰতা থানবান কৰি পদূলি মুখত কুকুৰ এটাই ভৌ-ভৌৱাই ভুকিবলৈ আৰম্ভ কৰিলে। তাৰ পিছত আন এটাই। আৰু এটাই। হঠাৎ সিহঁতৰ মাজত যেন খেদা-খেদি আৰম্ভ হ'ল। ভুকভুকনি কুঁকুৰনি খেদা-খেদি। মুঠতে এজাক কুকুৰৰ বিশৃঙ্খল চিঞৰ বাখৰ। এনে চিঞৰ বাখৰত টোপনি পাতল মানুহৰ ঘুমটি ভাঙে। সাৰ পায়। নতুবা সপোন দেখে।

মহীধৰে এতিয়াহে বুজিলে যে বাস্তৱত পৰাশৰ আৰু পবিত্ৰৰ মাজত কোনো দিনেই এনে কাজিয়া হোৱা নাছিল আৰু নহ'লোহেঁতেন। তাৰ অৱচেতন মনত হয়তো এদিন এনে এটা ভাবে ক্ৰিয়া কৰিছিল। যিটোৰ প্ৰতিচ্ছবি আজি পদূলিমুখত খেদা-খেদি কৰি চিঞৰ বাখৰ কৰা কুকুৰ জাকৰ বাবে টোপনি গৈ থকা অৱস্থাত সপোন হিচাপে ধৰাধৰা দিলে। উঃ সপোন যে কি?

(৬০)

মহীধৰৰ দুচকু বহল হৈ গ'ল।

দৃষ্টিৰ প্ৰখৰতা আনি ভালদৰে চলমান মূৰ্তিটোলৈ চালে। চালে চাই ৰ'ল এই কথা ভাবি, এইয়া সঁচা নে মিছা?

হয়, বহুবছৰ আগতে সি যেতিয়া গোলনা কালীগঞ্জত আছিল, তেতিয়া হাতে সজা মূৰ্তিৰ মাজৰ পৰা এটি মূৰ্তি আগবাঢ়ি অহা দেখিছিল। সমুখত থিয় হৈ তাক সুধিছিল— 'মই কোন চিনি পোৱানে?' সিদিনা আছিল নাৰী মূৰ্তি। নাৰী মূৰ্তিটোৰ ৰূপ যৌৱন দেখি সিদিনা তাৰ দেহ মন শিহঁৰি উঠিছিল। অবাক বিস্ময়েৰে তাইলৈ চাই ৰৈছিল।

আৰু আজি

আজি এয়া কি দেখিছে?

গজৰাজৰ ওপৰত উপবিষ্ট চতুৰ্ভূজ বিশ্বকৰ্মা নহয়নে?

হয়। যোৱা বছৰ বিশ্বকৰ্মা পূজাৰ বাবে সি কেবাটাও মূৰ্তি সাজি বিকিছিল। সি সঁজা প্ৰতিটো মূৰ্তিয়ে তাৰ হৃদয় মন আৰু দৃষ্টিৰ পৰা হেৰাই যাব নোৱাৰে। য'তেই নাথাকক যেতিয়াই নেদেখক মাতৃয়ে নিজৰ সন্তানক চিনি পোৱাৰ দৰে চিনি পায়।

আজি এই মুহূৰ্তত আগবাঢ়ি অহা মূৰ্তিটোও যোৱা বছৰ সি সঁজা মূৰ্তিবোৰৰ এটা নহয়নে?

স্থিৰ নেত্ৰে বিশ্বকৰ্মা দেৱতাই আৰোহণ কৰা হাতীটোলৈ কিছুসময় চাই ৰ'ল। কিছুদূৰৈত থাকিলেও এনে অনুভৱ হ'ল হাতীটোৱে যেন লেকেছিয়াই লেকেছিয়াই আগবাঢ়িছে। তাৰ এখন ভৰি যেন ৰোগাক্ৰান্ত।

দেৱতা বিশ্বকৰ্মাক পিঠিত লৈ গজৰাজ কিছু আঁতৰত ৰ'লহি। মহীধৰে হাতীটোৰ ভৰিৰ নখৰ পৰা পিঠিৰ ওপৰৰ হাওদাখনলৈ, শুৰৰ আগৰ পৰা নেজৰ শেষ বিন্দুলৈ চালে। হয় সি সজা হাতীটোৱেই হয়। আৰু সি ভৱাৰ দৰে হাতীটোৰ অকল এখন ভৰি ৰোগাক্ৰান্ত হোৱা নাই। কুষ্ঠ ৰোগত আক্ৰান্ত লোকৰ দৰে শুৰৰ এটি অংশ ছিগি গৈছে। ছিগাখিনিৰ ওপৰৰ অংশত ধবল বৰণৰ দাগ এটি হৈ ৰেয়াতে চকুত পৰা হৈছে। এইবোৰৰ বাবে দুখত ভাগি পৰিছে। দুখত বাগৰা অশ্ৰু লোতকে দুগালত ক'লা দাগ বহুৱাইছে।

মহীধৰে চালে বিশ্বকৰ্মালৈ। দেৱতাজনৰ মূৰৰ কিৰিটিখনৰো এটি অংশ নাই। সেয়ে পিচপিনৰ অংশটো বৃদ্ধ মানুহৰ তপামূৰৰ লেখীয়ালৈ ওলাই আছে। কিৰিটিখন থকা বাবে সেইখিনিত মহীধৰে চুলিৰ বং সনা নাছিল। কাণদুখনৰ পিছফালত নকল চুলি এঠাৰে লগাই কান্ধৰ ওপৰলৈ বৈ অহাকৈ থৈছিল।

মহীধৰে দেৱতাজনৰ মূৰৰ পৰা দৃষ্টি নমায় আনিলে। এইবাৰ আৰু আচৰিত হ'ল চাৰিখন হাতৰ ওপৰৰ দুখন কিলাকুটিতে ভাগিছে আৰু হাত দুখন তললৈ ওলমি আছে। হাতুৰী, বাটুলী, গদা, পদ্ম আদি কোনোবিধ অস্ত্ৰ শস্ত্ৰ বা সজুলি কোনোখন হাততে নাই।

মহীধৰৰ এনে অনুভৱ হ'ল দেৱতাজন তেওঁৰ বাহনত আৰোহণ কৰি যেনিবা কোনোবা এখন যুদ্ধক্ষেত্ৰৰ পৰাহে প্ৰাণলৈ পলাই আহিছে। নতুবা অসমৰ চহৰে-নগৰে গাঁৱে-ভূঞে, সংঘটিত হৈ থকা বোমা বিস্ফোৰণত আহত হৈছে। আৰু হাতীটোৱে বিশ্বকৰ্মা দেৱতাক নিজৰ আঘাতলৈ পৰোৱা নকৰি বচাই আনিছে।

আহত বিশ্বকৰ্মা আৰু হাতীটোলৈ চাই মহীধৰে দুহাত জুৰিলে।

ঃ মহীধৰ।

গুৰুগম্ভীৰ স্বৰেৰে দেৱশিল্পী বিশ্বকৰ্মাই মাত লগালে। সেই স্বৰ শুনি তাৰ অন্তৰাত্মা কঁপি উঠিল। হৃদয়ৰ কঁপনিৰ সতে চৌপাশলৈ চালে। সি সজা মূৰ্তিটোৱেই তাৰ নাম ধৰি মাতিছে নে আন ক'ৰবাৰ পৰা আহিছে? নাই আন কোনো নাই। এই কণ্ঠস্বৰ ভাহি আহিছে মূৰ্তিটোৰ মুখৰ পৰা। তাৰ প্ৰতি হুংকাৰ দি মতা যেন লাগিছে। যেনিবা আহত বাঘৰ গোঁজৰণি।

ঃ প্ৰভু, এইয়া এইবোৰ মই কি দেখিছো? কোনখন যুদ্ধক্ষেত্ৰলৈ গৈছিল আপুনি? নে আপুনিও অসমৰ কোনো সন্ত্ৰাসবাদী সংগঠনৰ দ্বাৰা বিস্ফোৰিত বোমাৰ আঘাতত আঘাত প্ৰাপ্ত হ'ল?

ভয়ত কঁপি কঁপি বিৰবিৰাকৈ সুধিলে মহীধৰে।

ঃ নহয় মহীধৰ নহয়। মই কোনো যুদ্ধক্ষেত্ৰলৈ যোৱা নাই। সন্ত্ৰাসবাদীয়ে বিস্ফোৰণ ঘটোৱা বোমাৰ আঘাতটো আঘাত প্ৰাপ্ত হোৱা নাই।

ঃ তেনেহ'লে প্ৰভু?

ঃ মোৰ এই অৱস্থাৰ বাবে দায়ী তইহে।

ঃ প্ৰভু মই?

ঃ ওঁ তই...

ঃ কিয় তেনেদৰে কৈছা প্ৰভু?

ঃ তোৰ স্বাৰ্থৰ বাবে যদি তই...

ঃ মোৰ স্বাৰ্থ?

ঃ ওঁ তোৰ স্বাৰ্থ।

ঃ কি স্বাৰ্থ প্ৰভু?

ঃ তোৰ এই কথা অবিদিত নহয় যে আমি দেৱতাসকল হ'লো নিৰাকাৰ। আমি যদিও নিৰাকাৰ স্বৰ্গত আমাৰ শৰীৰৰ আকাৰ পাওঁ। মৰ্ত্যৰ ঋষিমুনিসকলে অতীতত নিজৰ স্বাৰ্থৰ কথা নাভাবিছিল। তেওঁলোকৰ লক্ষ্য আছিল, সমগ্ৰ মানৱৰ কল্যাণ সাধন। তেনে ঋষিমুনিসকলক দেৱ সমাজেও স্বীকৃতি দিছিল। প্ৰয়োজনবোধ কৰিলে এই সকল মনিষী স্বৰ্গলৈ যোৱাৰ অধিকাৰো পাইছিল। পৃথিৱীলৈ উভতি আহি এই মনিষীসকলেই মানুহৰ সমাজত কোনজন দেৱতাৰ ৰংৰূপ আৰু আকাৰ কেনে বৰ্ণনা কৰিছিল। এতিয়া তই সেই মহৎ লোকসকলৰ বৰ্ণনাকে লৈ মোক সাকাৰ ৰূপ দিছ। যাৰ বাবেই আজি মোৰ আৰু বাহন ঐৰাৱতৰ এনে অৱস্থা হৈছে।

বিশ্বকৰ্মা ৰ'ল। হয়তো মহীধৰৰ প্ৰতিক্ৰিয়াকে অপেক্ষা কৰিলে। মহীধৰে সভক্তিৰে ক'লে,

ঃ প্ৰভু, সেৱা ল'ব। মই ভাবিছিলো আপোনাৰ এই সাকাৰ ৰূপত মোহিত হৈ ভক্তগন বাঢ়িব আৰু আপোনাৰ পূজা সেৱাটো ঘাটি নকৰিব। ইয়াত মোৰ স্বাৰ্থ কি আছে?

ঃ কিয় নাথাকিব আছে। প্ৰথম স্বাৰ্থ মোৰ হাতৰ বিদ্যা তই আহৰণ কৰি নিজৰ জয়ঢোল বজাব বিচাৰিছ। দ্বিতীয়তে এই কৰ্ম কৰিয়ে তই নিজক তথা পৰিয়ালক পালিছ। এইবাবেই কেইটামান টকাৰ বিনিময়ত যাৰে তাৰে ওচৰত তই মোক বিক্ৰী কৰ। বিসকলে কাহানিও নাভাবে আমাৰ ভৱিষ্যতৰ কথা। আদৰ সাদৰকৈ প্ৰথমতে মোক মাতি নিয়ে পিছত দলিয়াই থৈ আহে গছতলে বাঁহতলে।

মোৰ এনে অৱস্থাৰ বাবে তই ভুগিব লাগিব মহীধৰ। ভুগিব লাগিব। তই নিস্তাৰ নাপাব।

দেৱশিল্পী বিশ্বকৰ্মাৰ কথাৰ প্ৰতিবাদ কৰিব নোৱাৰিলে মহীধৰে। সি শিলপৰা কপৌৰ দৰে ঠাইতে বৈ থাকিল।

হঠাৎ মহীধৰৰ দৃষ্টি গোচৰ হ'ল এটি ধোঁৱাৰ কুণ্ডলী। দেৱশিল্পী বিশ্বকৰ্মা অদৃশ্য হৈ পৰিল। মহীধৰে চাই ৰ'ল ধোঁৱাৰ কুণ্ডলীটোলৈ। কিছুসময় পিছতে কুণ্ডলীটোৰ মাজত ফুলজাৰিৰ দৰে বগা বগ ছটিওৱা পোহৰ কিছুমান বিচ্ছুৰিত হ'ব ধৰিলে। তাৰ মুহূৰ্তমান পিচতেই কুণ্ডলীটোৰ মাজত আবিৰ্ভাৱ হ'ল মহামায়া, মহাকালী, নবমুণ্ড মালিনী, উগ্ৰচণ্ডা,

দক্ষিণাকালী।

দেৱীক দেখি মহীধৰৰ দেহমন ভয়ত শিহৰি উঠিল। বুকুখনে ধপধপাব ধৰিলে। বেছিসময় দেৱীলৈ চাই থাকিব নোৱাৰিলে। দুহাত জুৰি ভয়ত চকু মুদিলে।

: মহীধৰ

মহাকালীয়ে মতাৰ পিচতো সি চকু মুদিয়ে থাকিল। চকু মেলি কালীমালৈ চোৱাৰ সাহস কৰিব নোৱাৰিলে।

: মোলৈ চা মহীধৰ। তই মোক এনে ৰূপত কিয় সজাইছিলি?

: মাতৃ মোক ক্ষমা কৰক। এই কথা ক'ব নোৱাৰিম।

ভয়ত কঁপি কঁপি মহীধৰে ক'লে-

: ক্ষমা? কিয় তোক ক্ষমা কৰিব লাগে? মোক সাকাৰ ৰূপদি আনৰ ওচৰত কিয় বেচিছিলি? বেছি উঠি, তই এতিয়া বংশনে আছ, কিন্তু মোৰ অৱস্থা কি হৈছে এবাৰ জানো খবৰ কৰিছ?

মাত্ৰ এটি নিশা। মাত্ৰ এটি নিশা পূজাৰ বেদীত বহিব পৰাকৈ সাজি মোক উলিয়াই দিলি। তাৰ পিচত বেদীও নোহোৱা হ'ল, আৰু মোৰো থকা ঠাই নোহোৱা হ'ল। কোনোৱে থ'লে গছৰ তলত, কোনোৱে নৈৰ পাৰত আৰু কোনোৱে পথৰ দাঁতিত। এইবোৰ হে যেন মোৰ বাসস্থান।

এতিয়া মৰতৰ ধুমুহা বৰষুণ মোৰ মূৰৰ ওপৰেৰে পাৰ হ'ব ধৰিছে। এইবোৰৰ অত্যাচাৰত মোৰ ডিঙিত শুশোভিত নৰমুণ্ডমালা সূলকি পৰিছে। দেহৰ স্থল বখলা বখল হৈ এৰিছে। মোৰ চকুৰ আগতে মহাপ্ৰভু শিৱৰ দেহ জহি খহি যাব ধৰিছে। তথাপি তই একো কৰা নাই। প্ৰথমতে পূজালে, পিচত যদি এনেদৰে কষ্ট খাব লগা হয় তেনে পূজা কৰা লোকলৈ তই মোৰ সাকাৰ ৰূপক কিয় বিক্ৰী কৰিছিলি?

তোৰ এনে কৰ্মৰ প্ৰতিফল পাবি মহীধৰ। পাবি।

মহাকালী অদৃশ্য হ'ল।

খোৱাৰ কুণ্ডলীটোৰে এইবাৰ বং সলাই শৰতৰ আকাশৰ শুকুলা মেঘখেন হৈ পৰিল। তাৰ মাজত আবিৰ্ভূত হ'ল শুভ্ৰ বস্ত্ৰ পৰিহিত নাৰীমূৰ্ত্তি এটি। নাৰীজনী অপৰূপা। তাইৰ দুচকুত সৰ্বহাৰাৰ বিষাদ ভৰা দৃষ্টি। নাৰীজনীক আৱৰি আছে এজাক মানুহে। মানুহৰ জাকটো চিনাকি চিনাকি লাগিল। মানুহবোৰ যেন দুখত ম্ৰিয়মান। সিহঁতে গুণগুণাই কিবা কথা পাতিছে।

তীক্ষ্ণ দৃষ্টিৰে মহীধৰে নাৰীমূৰ্ত্তিটোলৈ চালে। শুভ্ৰ বস্ত্ৰ পৰিহিতা নাৰীমূৰ্ত্তিটোক প্ৰথমতে সি দেৱী সৰস্বতী বুলি ভাবিছিল আৰু মানুহবোৰক ভক্তৰ বুলি ভাবিছিল।

কিন্তু সি ভবাৰ দৰে নহয়।

নাৰীমূৰ্ত্তিটো হ'ল পশ্চিম পাৰ ডিংডিঙি গাঁৱৰ মানিক দাসৰ ঘৈণী পত্নৰীৰ। তাৰ অনাকাঙ্খিত বিধবা ঘোৱাৰী। বিজনীক স্বীকৃতি দিব নোৱাৰে।

হঠাৎ তাইক আৱৰি থকা মানুহজাকৰ কথা তাৰ কাণত ঠহৰ ঠহৰকৈ পৰিবলৈ ধৰিলে।

ঃ পল্লৱীৰ আজিৰ এই অৱস্থাৰ বাবে মহীধৰেই জগৰীয়া। মানুহ মানুহেই। ব্ৰাহ্মণ, শুদ্ৰ, ক্ষত্ৰিয়, বৈশ্য, হিন্দু-মুছলমান আদি জাতি ধৰ্মবোৰ মানুহেহে উলিয়াইছে। এইবোৰ নামানি মহীধৰে যদি......

সি ভয়ত চকু মুদিলে, কাণত আঙুলি দিলে।

সময় বাগৰিল।

আকৌ চকু মেলিলে।

পল্লৱী আৰু তাইক আবৰি থকা মানুহবোৰ নাই। তাত বৈ আছে পূৰ্ববঙ্গৰ গোলনা কালীগঞ্জৰ প্ৰতিমাৰ খনিকৰ সূৰ্য্যকান্ত সন্মানিতৰ জীয়ৰী প্ৰতিমাহে।

তাৰ মনৰ ভয় পাতলিল।

প্ৰতিমাৰ চকুত চকু থাপিবলৈ যত্ন কৰোঁতে দেখিলে, তাইৰ দুচকুত বিয়পি আছে এটি কুটিল হাঁহি। সেই হাঁহিৰে, তাই তালৈ চাই যেন উপহাস কৰি সুধিছে—

ঃ কৰ্ত্তা। মোৰ দেহৰ সৌন্দৰ্য, প্ৰেম-ভালপোৱা দলিয়াই ৰৰভাগলৈ উভতি আহি, আজি তুমি কি পালা? তুমি মোলৈ এবাৰো উভতি নেচালা। বিচাৰি যোৱাৰতো প্ৰশ্নই নুঠে। মোৰ ওচৰত ভালপোৱাৰ অভিনয় কৰি ইয়ালৈ ওভতি আহি কৌশল্যাক বুকুৰ মাজত সাৱটি নিজক উটুৱাই দিলা। মই হ'লে মোৰ ভালপোৱাক অমৰত্ব প্ৰদান কৰিলো। মোৰ জীৱন-যৌৱন তোমাৰ স্মৃতিত অৰ্পন কৰি আবিঐ হৈয়েই ৰ'লো। কায়া হৈ তোমাৰ দেহ আৰু মনৰ ওচৰ চাপিব নোৱাৰিলেও প্ৰতিক্ষণ প্ৰতিপলতে তোমাৰ চেতন তথা অৱচেতন মনৰ মাজত সোমায় থাকিলো। আজিও মই তোমাৰ পৰা আঁতৰি যোৱা নাই কৰ্ত্তা। এদিন মই তোমাক নিজৰ কৰি ল'মেই। আহা! আহা কৰ্ত্তা, তোমাৰ অপেক্ষাতে মই ৰৈ আছো। ৰৈ আছো...... ৰৈ ....আ....ছো।

প্ৰতিমাই দুয়ো হাত মেলি তাক মাতিলে। সি দেখিলে তাইৰ মেলা হাতদুখন যেন দীঘল হৈ তাক আকোৱালি ল'বলৈ আগবাঢ়ি আহি আছে।

প্ৰতিমাৰ দীঘল হৈ অহা হাতদুখন দেখি মহীধৰৰ ভয় লাগিল। গা কঁপিল। বুকুখনে ধকধকাব ধৰিলে। সেই ধকধকনিৰ লগে লগে উশাহবোৰো ঘন হ'ল। ঘন উশাহ ল'ব নোৱাৰি তাৰ উকমুকনি লাগিল।

প্ৰতিমাৰ দীঘল হাতদুখন আগবাঢ়ি আহি আছে। সেই হাতোৰাৰ পৰা বাচিবলৈ সি পিচুৱাই আছে। এটা সময়ত পিচুৱাবও নোৱাৰা হ'ল। সি হাতভৰি জোকাৰিবলৈ ধৰিলে আৰু নিজৰ অজানিতে চিঞঁৰি উঠিল—

ঃ কৌশল্যা।



মহীধৰে সাৰ পালে।

সাৰ পোৱাৰ পিচতহে বুজিব পাৰিলে যে, কৌশল্যাই কাষত বহি দুয়োখন হাতেৰে

গাত হেচুকি ঠেলি তাক জগাবলৈ যত্ন কৰি আছে। তাক চিঞঁৰি সুধিছে

: হেৰি আপোনাৰ হৈছে কি? কিয় হাত ভৰি আচাৰি আছে। গোঁ গোঁ শব্দ কৰি আপুনি কি কৈ আছে? কাক চিঞঁৰি মাতিছে? মইচোন আপোনাৰ কাষতে আছো। কিবা ভয় লগা সপোন দেখিছে নেকি?

মহীধৰে সাৰ পাইছে যদিও এতিয়াও বুকুখনে ধপধপাই আছে। চকুৰ আগত প্ৰতিমাৰ অদৃশ্য হাতদুখন এতিয়াও ভাহি আছে। ভাহি আছে তাইৰ মুখ আৰু দুচকুত ভয়া কুটিল হাঁহিটো। তথাপিতো সি প্ৰকৃতিস্থ হ'বলৈ যত্ন কৰিলে। কৌশল্যাৰ প্ৰশ্নবোৰৰ উত্তৰ কি হ'ব, তাক এটি এটিকৈ ভাবিবলৈ ধৰিলে। লগে লগে কৌশল্যাৰ মনৰ অৱস্থাও জানিব বিচাৰিলে।

ভালেমান সময়ৰ মূৰত সম্পূৰ্ণ বাস্তৱলৈ উভতি আহিল। তেতিয়াহে কৌশল্যাৰ দুই সিক্ত নয়নত চকু পৰিল। বুজিলে তাৰ কিবা হোৱা বুলি তাই বৰ ভয় খাইছিল। তাক মাতোতে হয়তো অন্তৰ ভৰা বেদনাই তাইক কন্দুৱাইছিল।

মহীধৰে সেঁতা হাঁহি এটি মাৰিলে। তাৰ মুখত হাঁহি দেখি কৌশল্যাই সুধিলে-

: সপোন দেখিছিল?

: ওঁ।

: ভয় লগা সপোন?

: ওঁ

পুৰুষ মানুহেও ভয় কৰেনে? মই ভাবিছিলো নাৰী অবলা, দুৰ্বলা। সকলো নাৰীৰ অন্তৰত জন্ম লগ্নৰে পৰা, জনা বুজা হোৱাৰে পৰা অত্যাচাৰীৰ হাতৰ পৰা নিজকে বচাব নোৱাৰিব বুলি এটি ভয়ে বাঁহ লয়। সেই ভয় পুৰুষৰ নাথাকে। কিন্তু আজিহে বুজিলো পুৰুষেও ভয় কৰে। সেইবোৰ এৰক। মই কাষতে আছো যেতিয়া.....। আৰু এটা কথা গুৱাহাটীৰ পৰা উভতি আহিছো যেতিয়া এতিয়া আৰু পুত্ৰ বোৱাৰী নাতি-নাতিনীৰ কথা ভাবি নাথাকিব। আমাক আমিয়েই চাব লাগিব এতিয়া আৰু আগৰ দিন নাই।

কৌশল্যাই মহীধৰৰ মুখলৈ চাই ক'লে যদিও, তাইৰ কথাৰ শেষতো সি একো নক'লে। মাথো তাইৰ মুখলৈ চাই ৰ'ল।

মহীধৰ নীৰৱে থকা দেখি কৌশল্যাই আকৌ ক'লে—

: আনৰ কথা চিন্তা কৰি মূৰটো নষ্ট নকৰিব। আমি কাৰো অন্যায় কৰা নাই যেতিয়া বুঢ়া জয়পালে সকলো আপদ-বিপদতে আমাক ৰক্ষা কৰিব। এতিয়া শোৱক। মইও শুম।

একো নামাতি মহীধৰে আকৌ শুলে। কৌশল্যাইও তাক অনুসৰণ কৰিলে।

ক'ৰবাত বাদুলি কেইটামানে খেকখেকালে।

দূৰণিৰ ক'ৰবাত শিয়াল কেইটামানে খাউচি জুৰি হোৱা দিলে। এই শব্দই বিছনাত পৰি থকা মহীধৰৰ টোপনিত আকৌ আঘাত হানিলে। চকুৰ টোপনি পলাল। তথাপিতো কৌশল্যাৰ টোপনিত ব্যাঘাত ঘটিব বুলি অসাৰ-অচেৰ হৈ পৰি ৰ'ল। তাৰ পিছতো কিবা এক অজান ভয়ে তাৰ মনক কেনে খেদি খেদি ধৰিবলৈ চল চাই থাকিল। এনে ভাব হ'ল

টোপনি গ'লেই যেন দেৱশিল্পী বিশ্বকৰ্মা আৰু উগ্ৰচণ্ডা দক্ষিণাকালী তাৰ সমুখলৈ অহাৰ দৰে ইমান দিনে সি সাজি উলিয়াই বিক্ৰী কৰা প্ৰতিটো দেৱদেৱীৰ মূৰ্তিয়েই সমদল কৰি তাৰ সমুখলৈ আহিব আৰু সেই মূৰ্তিবোৰৰ অধিষ্ঠান কৰিবলৈ পূজাৰীয়ে আহ্বান জনোৱা দেৱতাসকলে তেওঁলোকৰ নিৰাকাৰ ৰূপক সাকাৰ কৰা বাবে মহীধৰক অভিশাপ দিব।

এক অনাহুত ভয়ৰ দোমোজাত কৰবকাই থকা মহীধৰৰ মনটো বিতৃষ্ণাৰে ভৰি পৰিল। আকৌ তাৰ মনলৈ আহিল পাৰ হৈ যোৱা জীৱনটোত মুখামুখি হোৱা কিছুমান ঘটনাৰ ছবি। এই ঘটনাবোৰৰ বাবে– পত্নী, পুত্ৰ-বোৱাৰী, নাতি-নাতিনীসকলো অসাৰ যেন লাগিল। তাৰ মনটোৱে ক'লে- মিছা মায়া, মিছা কায়া আৰু মিছা ছায়া। কোন কাৰ জীৱনৰ আৰু কোন কাৰ মৰমৰ? কোনেও নুবুজে স্বাৰ্থ ত্যাগীৰ হৃদয়ৰ বেদনা।

নিজৰ ঘৰখন থানথিত লাগক বুলিয়েই এদিন সি নিজকে নিয়োগ কৰিছিল মূৰ্তি শিল্পত। ভাবিছিল তাৰ এই কৰ্মই কি ঘৰ, কি পৰ, সকলোকে সন্তুষ্ট কৰিব পাৰিব। সন্তুষ্ট কৰিব পাৰিব পৃথিৱীৰ মানুহৰ পৰা স্বৰ্গৰ দেৱতালৈ।

কিন্তু ভবাৰ দৰে একো নহ'ল।

সকলোৱে যেন তাৰ কৰ্মৰ আঁৰত লুকাই থকা স্বাৰ্থত চকু দি দোষী বুলি প্ৰমাণিত কৰিব বিচাৰে।

আকৌ গোলনা কালীগঞ্জৰ সূৰ্যকান্তৰ জীয়ৰী প্ৰতিমা? তাইও যেন আজি তাক উপহাস কৰিছে লগৰীয়া হ'বলৈ আহ্বান জনাই আতৰি গ'ল। কিন্তু ভাগ্যই যদি তাক গোলনা কালীগঞ্জলৈ নিনিলেহেঁতেন যদি সূৰ্যকান্তই কৰা শিল্পৰ প্ৰতি আগ্ৰহান্বিত নহ'লহেঁতেন, তালৈ গৈ যদি দেউতাকৰ দৰে পুৰোহিত হৈ থাকিলহেঁতেন, তেনেহ'লে প্ৰতিমাই লগ দিলেহেঁতেন নে? এজনী বঙালী ছোৱালী হৈ অসমীয়া যুৱকক প্ৰেম নিবেদন কৰিলেহেঁতেন নে? ঠাকুৰ আৰু যজমান এই যোজনাত প্ৰেমৰ ভূমিকা আছেনে?

প্ৰতিমাৰ কি আছিল?

কৌশল্যাৰ কি নাছিল?

আজি প্ৰতিমাৰ কি আছে?

আজি কৌশল্যাৰ কি নাই?

তথাপিতো আজিও সি কিয় তাৰ হৃদয় মন্দিৰত প্ৰতিমাৰ বাবে এখন আসন পাতি থৈছে। তাইৰ আহ্বানত আজিও কিয় বিচলিত হয়?

এই কথা কেতিয়াও অস্বীকাৰ নকৰে যে তাৰ জীৱনত যৌৱন কালত সি ভালপোৱা প্ৰথম গৰাকী প্ৰতিমা নাছিল।

আজি কৌশল্যাকো সি প্ৰাণতকৈও বেছি ভাল পায়।

কৌশল্যাকে তাৰ শিল্প তথা সতীত্ব সমৰ্পিছে।

প্ৰতিমাৰ লগত প্ৰথম সংযোগ হৈছিল মনৰ আৰু কৌশল্যাৰ লগত প্ৰথম সংযোগ আছিল দেহৰ। মনৰ তাড়না দেহৰ তাড়নাতকৈ কিয় বেছি হয় বাৰু? নে প্ৰাপ্তি আৰু

অপ্ৰাপ্তিৰ বাবে। হয় মনৰ তাড়নাত প্ৰাপ্তি নাথাকে কিন্তু দেহৰ তাড়নাত প্ৰাপ্তি হয়।

এক অসহ্য অস্বস্তি মহীধৰে অনুভৱ কৰিলে।

ৰ'ব নোৱাৰি কৌশল্যালৈ চালে।

এনে লাগিল মানুহজনীয়ে যেন নিশ্চিন্তমনে টোপনি গৈছে।

মনত কোনো উদ্বিগ্নতা নাই। যেনিবা স্বৰ্গ সুখত হে আছে। ক'ৰপৰা বাৰু মানুহজনীয়ে এনে গুণ আহৰণ কৰিলে? নে তাৰ পৰা পোৱা কিবা ভৰসাত, কিবা আশাত? কিন্তু সি যদি বাচি নাথাকে?

হঠাৎ মহীধৰৰ মনত পৰিল পবিত্ৰৰ কথা।

পবিত্ৰ গুচি গ'ল। ৰৱভাগৰ দহো বাইজে কৈছে- পবিত্ৰই এৰি যোৱাৰ পিচত পত্নীয়ে হেনো এতিয়া বৈধব্য ব্ৰত পালন কৰি আছে। আজি তাইকো সি সপোনত দেখিছে। আবেলি কন্দৰ্পইও তাইক এইখন ঘৰলৈ নি অনাৰ কথা কৈছিল। কিন্তু এইয়া সম্ভৱ নে?

এইখন ঘৰতে কৌশল্যাই প্ৰায় ষাঠি বছৰীয়া মানুহ এজনীয়ে শিৰত সেন্দুৰ লৈ থাকিব অথচ যুৱতী ছোৱালী এজনীয়ে বিধবাৰ বেশভূষা পিন্ধি তাৰ সমুখেৰে অহা যোৱা কৰি থাকিব। কৌশল্যাৰ বাবে থাকিব এটি আমিষ পাকঘৰ আৰু পত্নীৰ বাবে লাগিব এটি নিৰামিষ পাকঘৰ।.

হয়, ৰৱভাগৰ বাইজে পত্নীক চপাই নিনা বাবে তাক দোষী কৰিব, কিন্তু এই সমস্যাবোৰ জ্বালা সিহঁতেতো সহিব নাহে। পত্নীক এইখন ঘৰলৈ আনিলে বিজনী কৌশল্যাই তাক লৈয়েই পবিত্ৰ, পৰাশৰ, নাতি-নাতিনীৰ কথা পাহৰি নিশ্চিন্ত মনে শুব পাৰিছে সেইজনী কৌশল্যাই তেনেদৰে জানো শুব পাৰিব?

মানুহৰ সমাজখনৰ প্ৰতি মহীধৰৰ মনত অনাস্থা ওপজিল। পুতেক পৰাশৰ আৰু বোৱাৰীয়েক অহল্যাৰ প্ৰতিও। মনলৈ এনে এটা ভাবো আহিল, সিহঁত দুজনৰ কিবা এটি হ'লেও সমাজৰ মানুহে হয়তো তাক আৰু কৌশল্যাকে দোষাৰোপ কৰিব। দোষাৰোপ কৰি ক'ব— এনেয়ে ভাল হ'লে কি হ'ব? আমাৰ সমুখত নহ'লে[illegible] বুঢ়া-বুঢ়ী হালে কিবা পাপ কৰিছে আৰু এনে পাপৰ কষ্ট বুঢ়াকালত পাইছে! ভগৱান আছে নহয়। ভগৱানৰ তুলাচনীত এদিন সকলোৱেই উঠিব লাগিব।

নাই কিবা এটি কৰিব লাগিব।

সি এটি সিদ্ধান্ত ল'লে।

সিদ্ধান্ত ল'লে পত্নীকে ধৰি পুত্ৰ-বোৱাৰী, নাতি-নাতিনীৰ সকলোৰে মায়া-মোহৰ পৰা আঁতৰি থকা দিন কেইটাত আঁতৰি থাকিব। সি এইসকলৰ কাৰো ওচৰ নাচাপে। কৌশল্যাকো চাপিব নিদিয়ে। কাকো ওচৰলৈ নামাতে। এই সিদ্ধান্তও ল'লে যে যদিহে কিবা কাৰণত সিহঁত তাৰ ওচৰ চাপেও বা সিহঁতক মতাই আনিবলগীয়া হয়ও, তেনেহ'লে সেয়া হ'ব বৰ্জিল সিদ্ধান্ত। তেতিয়া যদি সিহঁত আহে তাৰ কাষ চাপে তেনেহ'লে সি নিৰ্বাক হৈ থাকিব। কোনো কাৰণতে সিহঁতক নোসোধে, কিয় সিহঁত তাৰ কাষ চাপিছেহি তাৰ লগত সিহঁতৰ সম্পৰ্ক কি?

মহীধৰৰ দুচকুক এমখা এন্ধাৰে হেচি ধৰিলে। সেই এন্ধাৰৰ ভৰ সহিব নোৱাৰি চকুৰ পতা জাপ খালে। এনে অনুভৱ হ'ল— সি যেন শুই আছে এখন এন্ধাৰৰ শেতেলীত। অন্ধকাৰ গাকুত মূৰ থৈছে আৰু সেই অন্ধকাৰৰ মাজত বিচৰণ কৰি ফুৰা মৃত্যু নামৰ দৈত্য এটাই তুষাৰ শীতল জিভাবে মূৰৰ পৰা ভৰিলৈ চেলেকি আছে।

বৰফৰ শীতল জিভাৰ পৰশক আঁওকাণ কৰি মহীধৰে মূৰ তুলি চালে। দৃষ্টিগোচৰ হ'ল এজাক মানুহ। মানুহজাকৰ প্ৰতিগৰাকীৰে মুখবোৰত ঘন ক'লা মেঘৰ ছাঁ। অৰ্থাৎ ... মাজৰ সিহঁতৰ সমুখত পৰি আছে এটা মৃতদেহ।

। মাটিৰ চাকি এটি লৈ মহিলা এজনী মানুহজাকক ফালি আগবাঢ়ি আহিল। ম... মূৰ শিতানত ভক্তিসহকাৰে চাকি গছি থ'লে। পিচত ধূপদানি এটাত জ্বলালে ধূপৰ ধোৱাই মৃতদেহটোক আৱৰি কুণ্ডলী পকাই ওপৰলৈ উৰিব ধৰিলে।

...চাকি জ্বলাই মানুহজনীয়ে মৃতদেহটোৰ ভৰি পথানলৈ গৈ আঠুকাঢ়ি সেৱা জনালে ...হীধৰে মানুহজনীৰ মুখখন নেদেখিলে যদিও পৰিচিত পৰিচিত যেন লাগিল।

...বাৰ নতুন এজন। তাৰ হাতত সদ্য প্ৰস্ফুটিত কিছু সংখ্যক শ্বেত পুষ্প আৰু এটা পানীৰ পাত্ৰ। সি প্ৰথমতে পানীৰ পাত্ৰটোৰ পৰা মৃতদেহৰ ওপৰত মূৰৰ পৰা ভৰিলৈ পানী ছটিয়ালে। বোধহয় গঙ্গাজল। তাৰ পিছত ছটিয়ালে ফুলবোৰ। মহীধৰে এইজনৰো মুখখন নেদেখিলে যদিও পৰাশৰ বুলি ভাবিলে।

কৰ্মবোৰ দেখি মহীধৰৰ মন হ'ল— মৃতদেহটো চাবলৈ মুখখন চিনি ল'বলৈ। হঠাৎ সি চমকি উঠিল। এয়া সঁচা জানো? এইটো চোন তাৰ নিজৰে মৃতদেহ।

তাৰ বুকুখনে ধৰফৰাব ধৰিলে। মূৰটোৱে দেহটোৱে বাইজাই কৰিবলৈ ধৰিলে। অসহ্য হ'ল। সি সাৰ পালে। সাৰ পায়ে কৌশল্যালৈ চালে। এইবাৰো আচৰিত হ'ল। বিজনী কৌশল্যাক সি ভাবিছিল নিশ্চিন্তমতে টোপনি গৈ থকা বুলি সেইজনী টোপনি যোৱা নাই। নিৰ্নিমেষ নয়নে তাৰ চকু মুখলৈহে চাই আছে। দুয়োৰে চকুৱে চকুৱে মিলিলত তাই সুধিলে-

ঃ আকৌ সপোন দেখিছিলা?

ঃ ওঁ। সি লাহেকৈ উত্তৰ দিলে।

ঃ কি সপোন?

ঃ হৃদয় ভঙা সপোন।

কৌশল্যাই একো নকৈ তাৰ পিনে আগবাঢ়ি আহিল। মহীধৰেও দুহাত প্ৰসাৰিত কৰি তাইক বুকুৰ মাজত সাৱটি ধৰিলে-

এতিয়া গুৱাহাটী। বাহিৰত জোনাক। বাৰীৰ গছৰ ডালত উৰুলি দি, আকৌ নিয়তিয়ে মাতিবনে— "জী উঠ, পো উঠ......।